আদান প্ৰদান

# উৰ্দূ গল্প সংকলন

কৃষন চন্দৰ

ৰাজেন্দ্ৰ সিং বেদী

ইস্মত চুগতাই

অনুবাদ

প্ৰীতি বৰুৱা




নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# ভূমিকা

উৰ্দু সাহিত্যৰ তিনিটা ধাৰা ঃ সংস্কৃত আৰু প্ৰাকৃতৰ ধাৰা, আৰবী আৰু ফাৰ্চীৰ ধাৰা আৰু ইংৰাজী আৰু অন্যান্য য়ুৰোপীয় ভাষাৰ ধাৰা। উৰ্দু সাহিত্যৰ এশীয় উত্তৰাধিকাৰৰ পৰা পোৱা লোককথা, সাহিত্যিক কথা আৰু উচ্চাঙ্গৰ কাব্যাত্মক তথা গদ্যাত্মক গল্পৰ মাজে মাজে সৰু সৰু উপকথাৰ অমূল্য সম্পদ পোৱা যায়।

জীৱন আৰু সাহিত্যত পৰম্পৰা আৰু নতুন পৰিৱৰ্তনৰ এক ক্ৰম পোৱা যায়। এই দুয়োটাৰ মাজত কেতিয়াবা সংঘৰ্ষ হয়, আকৌ কেতিয়াবা সামঞ্জস্য আৰু সমন্বয় হয়। বৰ্ত্তমান উৰ্দু গল্পৰ ভঁৰাল প্ৰাচীন পৰম্পৰা আৰু নতুন প্ৰবৰ্ত্তনৰ ঐশ্বৰ্য-সমৃদ্ধ।

অন্বেষণৰ দৃষ্টিক বহু দূৰলৈকে লৈ গ'লে আমি দেখিবলৈ পাম ১৮৫৭ খৃষ্টাব্দৰ আগতেই যি উৰ্দু বাতৰিকাকত উত্তৰ আৰু দক্ষিণ ভাৰতৰ কেন্দ্ৰ বিলাকৰ পৰা প্ৰকাশিত হৈছিল,তাত বাতৰি সমূহক গল্পৰ ৰূপ দিয়া হৈছিল আৰু কেতিয়াবা কেতিয়াবা সৰু সৰু গল্প-কাহিনীও প্ৰকাশিত হৈছিল। এই ক্ষেত্ৰত, 'ফৱায় দুলনাজৰীন'ৰ সম্পাদক মাষ্টাৰ ৰামচন্দ্ৰ দেহ্লবীৰ সংবাদ-পত্ৰ সেৰা বিশেষ উল্লেখযোগ্য।

এই বিষয়ত কোনো সন্দেহ নাই যে উৰ্দু গল্পৰ প্ৰকৃতি আৰু সংগঠন-সংৰচনক পছিমীয়া গল্পই বিংশ শতাব্দীত স্পষ্টৰূপে প্ৰভাবিত কৰিছে। এই শতাব্দীৰ আৰম্ভণীতে ৰোমান্টিকতাৰ দৃঢ় প্ৰভাৱ আছিল। পছিমীয়া জগততো ৰোমান্টিকতাৰ প্ৰবৃত্তি প্ৰথমৰ পৰাই বিকশিত হৈছিল আৰু তাৰ প্ৰভাব উৰ্দু গল্পৰ ওপৰত পৰিছিল। দ্বিতীয় কথা এই যে, উৰ্দু সাহিত্যৰ সাধাৰণ প্ৰকৃতি বিশেষকৈ বৃত্তান্তমূলক কাহিনী আৰু গল্প-কাহিনীত প্ৰধান প্ৰকৃতি আছিল ৰোমান্টিক। ৰোমান্টিকতাৰ পাছত য়ুৰোপত বাস্তৱবাদৰ আৰম্ভ হয় আৰু উৰ্দু কাহিনীৰ জগততো ইয়াৰ প্ৰভাৱ দেখা গ'ল! এই কথা কোৱাটো উচিত নহ'ব যে, বাস্তৱবাদে ৰোমান্টিকতাক সম্পূৰ্ণ উচ্ছেদ কৰিলে। বিংশ শতাব্দীৰো বে'চ কিছুদিনলৈ ৰোমান্টিক আৰু বাস্তৱবাদৰ ধাৰা সমান্তৰালভাৱে চলি আছিল। এনেও হৈছে কেতিয়াবা যে ইটোৱে সিটোক প্ৰভাৱিতও কৰিছে। সাহিত্য আৰু জীৱনৰ মাজত পাৰ হ'ব নোৱাৰা কোনো লৌহদ্বাৰ থাকিব নোৱাৰে। ব্যাপক দৃষ্টিকোণৰ পৰা দেখা যায় যে কলাকাৰ যদি বাস্তৱতাৰ গভীৰতাত ডুবি যায় তেতিয়া বাস্তৱবাদৰ নবীনতম ধাৰাৰ সম্ভেদ পোৱা যাব। বাস্তব দৃষ্টিৰ গভীৰতাৰ মাজেৰে ৰোমান্টিক দৃষ্টিভংগীৰ আপুৰুগীয়া সম্পদে তাৰ নতুন অভিব্যক্তিৰ দ্বাৰা পাঠকৰ মনত নতুন ৰোমান্টিক ভাবনা জগাই তোলে। সেইদৰে ৰোমান্টিকতাৰ এক অপৰিবৰ্তনীয় সত্য আছে। ব্যাপক দৃষ্টি সম্পন্ন কলাকাৰে

ৰোমান্টিকতাৰ উপস্থিতিত বাস্তৱক চমৎকাৰ ৰূপে দেখে আৰু দেখুৱায়।

উৰ্দূ গল্পৰ জগতক আৰু এক মহত্তপূৰ্ণ বিশ্বব্যাপী আন্দোলনে প্ৰভাবিত কৰিছে। তাক কোৱা হয় প্ৰগতিশীল আন্দোলন। আচল কথা কবলৈ গ'লে, বিশ্বসাহিত্যত এই আন্দোলনৰ সূচনা ৰুছ বিপ্লৱৰ আগেই হৈছিল। ৰুছীয়,ফৰাচী, ইংৰাজী আৰু উৰ্দূ সাহিত্যত ১৯১৮ চনৰ আগৰ পৰাই প্ৰগতিশীল মনোভাবে দেখা দিছিল। তথাপি নিশ্চয়কৈ ক'ব পাৰি যে, প্ৰগতিশীল আন্দোলনৰ সংগঠিত ৰূপ ৰুছ দেশৰ সাম্যবাদী বিপ্লৱৰ পাছৰ পৰাই হৈছে, এই আন্দোলনৰ প্ৰবৰ্ত্তকসকলে আলোচনাত্মক, সামাজিক, বৈপ্লৱিক বাস্তৱতাক সাহিত্যৰ বাবে অনিবাৰ্য বুলি ঘোষণা কৰিছিল। উৰ্দূ গল্পত এই আন্দোলনৰ গুঞ্জন উচ্চ গ্ৰামত শুনা যাবলৈ ধৰিলে ১৯৩৬ চনৰ পৰা আৰু তেতিয়ালৈকে প্ৰগতিশীল কাহিনীকাৰ নিজৰ সৃজনাত্মক কৰ্মত যুক্ত আছিল, কিন্তু ১৯৩৬ ৰ পৰা ১৯৪৬ খৃষ্টাব্দলৈকে প্ৰগতিশীলতাৰ ক্ষেত্ৰত বহুতো সম্পন্ন উপলব্ধিৰ জন্ম হৈছিল। এই সময়তো আৰু ইয়াৰ পাছতো এই আন্দোলনৰ বিভিন্ন দিশৰ মাজত বিৰোধো হৈছিল।

প্ৰগতিশীল আন্দোলনৰ লগত যুক্ত হোৱা সকলোবোৰ কাহিনীকাৰ সাম্যবাদী বা সমাজবাদী নাছিল। উৰ্দূ প্ৰগতিশীলতাৰ চক্ৰনেমি বৈচিত্ৰ্যপূৰ্ণ, তথাপি প্ৰগতিশীল লেখক আৰু কবিৰ মাজত আমি কিছু সাধাৰণ লক্ষণো দেখিবলৈ পাওঁ। এটা মূল বিষয়ৰ চৰ্চা আৰম্ভনিতেই হৈ গৈছিল। ইয়াৰ বাহিৰে আমাৰ প্ৰগতিশীল লেখক আৰু কবি ৰাষ্ট্ৰপ্ৰেমী হোৱাৰ লগে লগে ফেচিষ্ট বিৰোধী আৰু সাম্ৰাজ্যবাদ বিৰোধী আছিল। এই ৰং আমাৰ উৰ্দূ কাহিনীকাৰ সকলৰ ওপৰতো পৰিছিল।

প্ৰগতিশীলতাৰ চৰমোৎকৰ্ষৰ কালতেই উৰ্দূ কাহিনীত মনোবৈজ্ঞানিক বিশ্লেষণৰ গভীৰ প্ৰবৃত্তি উথলি উঠিছিল আৰু পাছত এই মনোবৈজ্ঞানিক প্ৰবৃত্তিয়ে ৰহস্যবাদিতাৰ লগত মিলি গৈ 'আধুনিকতা'ৰ আৰু এক প্ৰবৃত্তিক জন্ম দিছিল। আধুনিকতা এটা সীমালৈকে প্ৰগতিশীলতাৰ তীব্ৰ সংগঠনৰ প্ৰতিক্ৰিয়াও। আজিকালি নবীন উৰ্দূ কাহিনীকাৰ সকলৰ এক ডাঙৰ সংস্থাই আধুনিকতাৰ বাবে প্ৰাণ দিব পাৰে, তথাপি বৰ্ত্তমান যুগত উৰ্দূ লেখকসকলৰ উপৰোক্ত প্ৰবৃত্তি আৰু আন্দোলনৰ ৰচনাত্মক উপলব্ধিও আমি দেখিছোঁ।

উৰ্দূ ৰোমান্টিক গল্পৰ প্ৰতিনিধি স্থানীয় লেখকসকলৰ সূচীত আমি পাওঁ চাজ্জাদ হায়দৰ 'অলদৰল', নিয়াজ ফতেহপুৰী, লতিফ আহমদ আকবৰাবাদী, হিজাব, ইমতিয়াজ আলি তাজ, মজনু গোৰখপুৰী, মীৰজা আদীৰ, কুৰৰতুল-ঐন হায়দাৰ আদিৰ নাম। এওঁলোকৰ বাহিৰেও আৰু বহুতে ৰোমান্টিক ৰীতিত লেখে। বাস্তৱবাদীসকলৰ অগ্ৰণী হ'ল প্ৰেমচন্দ। তেওঁৰ লগে লগে সুদৰ্শন, আজম কুৰৈৰী, আলি আব্বাছ হুছৈনী আদি বহুতো নিপুণ কাহিনীকাৰ উৰ্দূ সাহিত্যত আবিৰ্ভূত হৈছিল। কৌতূহলৰ কথা এয়ে যে বাস্তৱবাদী আন্দোলনে ৰোমান্টিকতাকো প্ৰভাৱান্বিত কৰিছিল। আৰু তাৰ ফলত কোনো কোনো সাহিত্যিক কেতিয়াবা কেতিয়াবা সামাজিক বাস্তৱবাদৰ প্ৰতি আকৃষ্ট হৈছিল। প্ৰেমচন্দ আৰু আলি আব্বাছ হুছৈনীৰ বহুতো গল্পই এই কথা প্ৰমাণ কৰে যে, এই দুই কলাকাৰে

প্ৰগতিশীলতাৰ ধাৰাতো নিজস্ব ধাৰা বজায় ৰাখিছিল। উৰ্দূ গল্পৰ জগতত প্ৰগতিশীল আন্দোলনে বহুত উৎকৃষ্ট কলাকাৰৰ জন্ম দিছিল। যেনে, সাদাত হুছেইন মন্টো, আখতৰ হুছেন ৰায়পুৰী,ৰছীদ জাহাঁ,কৃষণ চন্দৰ, ৰাজেন্দ্ৰ সিং বেদী, ইস্মৎ চুগতাই, আহমদ নদীম কাচিমী, মুমতাজ মুফ্‌তী, হয়াতুল্লাহ আনসাৰী আদি। ইয়াৰ বাহিৰেও প্ৰগতিশীল আন্দোলনৰ চৰমোৎকৰ্যৰ কালত প্ৰগতিশীলতাই কেৱল উৰ্দূ সাহিত্যৰ কাব্যৰ ওপৰতে যে ছায়া পেলাইছিল তেনে নহয়, বৰং মই যিমান দূৰ জানো অন্যান্য ভাৰতীয় ভাষাৰ সাহিত্য, কাব্যৰ ভূমিৰ ওপৰতো ঘন ছায়া পেলাইছিল।

সাহিত্য আৰু জীৱন-প্ৰবৃত্তি, যুগ আৰু প্ৰতিষ্ঠানসমূহৰ কোনো নিশ্চিত অনুশাসিত সীমা নিৰ্ধাৰণ কৰি দিব নোৱাৰি। মোৰ বিচাৰত, উৰ্দূ গল্পত মনোবৈজ্ঞানিক বিশ্লেষণ তথা সমন্বয় আৰু বিস্তীৰ্ণ সীমাত অগ্ৰসৰ, আধুনিকতাৰ প্ৰবৃত্তি প্ৰগতিশীলতাৰ চৰম উৎকৰ্যতাৰ কালতেই সূচিত হৈছিল। তদুপৰি কোনো কোনো লব্ধ-প্ৰতিষ্ঠ প্ৰগতিশীল কাহিনীকাৰে মানবিক সংবেদনৰ কোণ আৰু অন্তৰালক দৃষ্টিগোচৰলৈ অনাৰ প্ৰকাশ সামৰ্থ্য দেখুৱাইছিল। এই সন্দৰ্ভত ৰাজেন্দ্ৰ সিং বেদী, সাদাত হুছেন মন্টো, কৃষণ চন্দৰ, ইস্মত চুগতাই আৰু মুমতাজ মুফতীৰ কেইটামান গল্পত মনোবৈজ্ঞানিক বিশ্লেষণক নৈপুণ্য সমৃদ্ধ বুলি ক'ব পাৰি। মনোবৈজ্ঞানিক বিশ্লেষণৰ বিশেষ ধাৰাৰ অগ্ৰদূত হ'ল হসন্ অসকৰী আৰু মহচীন আজীমাবাদী। হসন্ অসকৰীয়ে অবিবেকৰ পৰা উছলি পৰা তৰঙ্গকে বিবেকৰ স্তৰলৈ প্ৰবাহিত পৰিস্থিতিলৈ লৈ যায়। তেওঁৰ গল্প 'হাৰামজাদী' ইয়াৰ এটা উৎকৃষ্ট উদাহৰণ। কিন্তু মহচীন আজীমাবাদীয়ে মনোবৈজ্ঞানিক সমস্যাবিলাকক নিজৰ গল্পৰ শীৰ্ষক কৰি গল্প লেখে। তেওঁৰ প্ৰসিদ্ধ গল্প "অনৌখী মুস্‌কুৰাইট" তেওঁৰ প্ৰতিনিধি-স্থানীয় গল্প। শহীদ আহমদ দেহলবীয়ে প্ৰকাশ কৰা সংগ্ৰহ 'ৰজা-ঐ-মীনা'ত ইয়াক এটা মহৎ গল্পৰূপে স্বীকৃতি দিয়া হৈছে। কুৰৰতুল-ঐন হায়দৰৰ প্ৰাৰম্ভিক গল্পবিলাকৰ মাজত অবিবেকাত্মক আৰু বিবেকাত্মক ধাৰা স্বাভাৱিক বিশৃঙ্খলাত ৰূপায়িত; কিন্তু সি উন্মাদনাৰ পৰা চেতনাৰ জন্ম দি সাৰ্থকতা লাভ কৰিছে।

এই কথাও স্পষ্ট যে, সকলো নিপুণ গল্পকাৰ তেতিয়াহে সফল হ'ব পাৰে, যেতিয়া তেওঁ পাৰ্থিবতা আৰু নৈসৰ্গিকতা - এই দুটাৰ লগত ভালদৰে পৰিচিত হয়, আৰু চৰিত্ৰ-চিত্ৰণ, ঘটনা-সংগঠন আৰু পৰিৱেশ-সংযোজনত সেই ঘনিষ্ঠ পৰিচয়ক শিল্পোচিত ভাবে ব্যৱহাৰ কৰিব পাৰে। মোৰ বিচাৰত ৰাজেন্দ্ৰসিং বেদী মনোবৈজ্ঞানিক বিশ্লেষণৰ সৰ্বশ্ৰেষ্ঠ জ্ঞানৰ অধিকাৰী। তেওঁৰ এই জ্ঞানক তেওঁ মহৎ কলানিপুণতাৰে প্ৰয়োগ কৰিছে। অৱশ্যে তেওঁৰ দুই-এটা গল্পত কিছু ত্ৰুটি নথকা নহয়। মহচীন আজীমাবাদীৰ শিল্প-নৈপুণ্যৰ ওপৰত তেওঁৰ মনোবিজ্ঞানে প্ৰাধান্য লাভ কৰে, কিন্তু মন্টো, মুমতাজ মুফতী, কৃষণ চন্দৰ আৰু ইস্মৎ চুগতাই এনে দুৰ্বলতাৰদ্বাৰা কমেইহে আক্ৰান্ত হৈছে।

বৰ্ত্তমান সংকলনত কৃষণ চন্দৰ, বেদী আৰু ইস্মৎ চুগতাইৰ গল্প সংকলিতহৈছে। এই কাৰণেই তেওঁলোকৰ বিষয়ে অলপ বহলাই ক'ব খোজোঁ। প্ৰথমতেই মই এই কথা স্পষ্ট কৰি

দিব খোজোঁ যে আমাৰ অন্যান্য লেখক সকলৰ সৃজনীশক্তি হ্রাস পোৱা নাই, পৰম্পৰাত তেওঁলোকৰ গভীৰ প্ৰভাৱ উৰ্দু গল্প সাহিত্যৰ পৰা আঁতৰি যোৱা নাই। আজিলৈকে সি প্ৰবল হৈ আছে, বাঢ়িছেহে আৰু ব্যক্তিকতাৰ অভিব্যক্তিৰে কুৰ্‌ৰতুল-ঐন হায়দৰ, কাজী আব্দুছ ছাত্তাৰ, গিয়াছ আহমদ গদ্দী আৰু কোনো কোনো নতুন আৰু কুশলী গল্পকাৰে উৰ্দু গল্প সম্পদ বিশেষভাৱে বৃদ্ধি কৰিছে। আধুনিকতাবাদী দলতো কিছু নিপুন গল্পকাৰ আবিৰ্ভূত হৈছে। তেওঁলোকে প্ৰতীকাত্মক আৰু বিশ্লেষণাত্মক গল্প নতুন-নতুন ৰূপ আৰু প্ৰকাৰত লেখি আছে।

কৃষণ চন্দৰে যথেষ্ট লেখিছে। তেওঁৰ প্ৰথম ছোৱাৰ গল্পবোৰ ৰোমান্টিকতাৰে অভিষিক্ত, কিন্তু তেওঁৰ ৰচনাৰ আৰম্ভণিৰ পৰাই এই কথা স্পষ্ট হৈ উঠিছিল যে এই ৰোমান্টিকতাবাদী কলাকাৰে বাস্তৱৰ প্ৰতিও গভীৰ দৃষ্টি ৰাখে। মোৰ বিচাৰততো শ্ৰেষ্ঠ কুশলী লেখকে ৰোমান্টিকতা আৰু বাস্তৱতাৰ মাজত সমন্বয় আৰু সামঞ্জস্য সাধন কৰি যাদু সৃষ্টি কৰে।

কৃষণ চন্দৰ কেৱল উৰ্দু ভাষাৰে প্ৰসিদ্ধ গল্প লেখক নহয়, বৰং তেওঁ বে'চ কিছু সংখ্যক গল্প সকলো ভাষাৰ শ্ৰেষ্ঠ গল্পৰ শাৰীত থ'ব পাৰি। কৃষণ চন্দৰ অত্যন্ত সূক্ষ্ম দৃষ্টি সম্পন্ন, বিচাৰশীল, মানববাদী, আৰু বাস্তৱবাদী কলাকাৰ। তেওঁৰ ৰচনাশৈলী তীব্ৰ গতিসম্পন্ন। তাত আছে মাধুৰ্য্য, আলোক আৰু সৌগন্ধ, কিন্তু তেওঁ জীৱনৰ কালিমাপূৰ্ণ সোঁতৰ ছবিও নিপুণতাৰ সৈতে অঙ্কন কৰিছে।

ৰাজেন্দ্ৰ সিং বেদীৰ শিল্পকলা অত্যন্ত গভীৰ আৰু মাধুৰ্য্যপূৰ্ণ। তেওঁৰ গল্পত গাম্ভীৰ্য আৰু গভীৰতা পোৱা যায়। তেৰোঁ উচ্চ শ্ৰেণীৰ বাস্তববাদী লেখক। কিন্তু তেওঁৰ প্ৰগতিশীল মানৱবাদী উপদেশাত্মকতা এনে সংযত যে কলাৰ মধু ভাণ্ডাৰৰ পৰা উপচি পিয়লালৈকে অসংযতভাৱে বাগৰি নাযায়। বেদীৰ গল্পৰ শিল্পকলা তেওঁৰ ব্যক্তিত্ব আৰু নিজা কলা-অভিৰুচিৰ অনুসাৰী। তেওঁ মনোবৈজ্ঞানিক বিশ্লেষণ বৰ নিপুণ কৌশলত কৰে। কৃষণ চন্দৰৰ শৈলী বেদীৰ শৈলীৰ পৰা পৃথক। কিন্তু দুয়োজনেই কলাৰ অনুশাসনৰ লগত গল্পৰ প্ৰকৃতিৰ সামঞ্জস্য সাধন কৰি শিল্পৰ দাবী পূৰণ কৰে।

ইস্মৎ চুগতাইও এগৰাকী উচ্চ শ্ৰেণীৰ কলাকাৰ। তেওঁ উৰ্দু সাহিত্যক যথেষ্ট সংখ্যক মূল্যবান গল্পদান কৰিছে। তেওঁৰ সামাজিক দৃষ্টি অত্যন্ত গভীৰ। মনোবিজ্ঞানৰ সমস্যাৰ জটিলতাৰ লগতো তেওঁৰ পৰিচয় আছে। তেওঁৰ শৈলীত বিশেষ স্বাতন্ত্ৰ্য লক্ষ্য কৰা যায়। নাৰী চৰিত্ৰৰ মুখত ভাষা দিয়াত তেওঁ অদ্বিতীয়া।

কৃষণ চন্দৰ, বেদী আৰু ইস্মৎ চুগতাই উৰ্দু গল্পৰ প্ৰসূনপুঞ্জৰ সৰ্বশ্ৰেষ্ঠ ফুল। তেওঁলোকৰ সৰ্বশ্ৰেষ্ঠ গল্প-নিৰ্বাচন সম্বন্ধে মতভেদ থাকিব পাৰে, তথাপি এই গ্ৰন্থত সংকলিত গল্প কেইটি আমাৰ উৰ্দু সাহিত্যৰ তিনিগৰাকী মহান কলাকাৰৰ প্ৰতিনিধি স্থানীয় গল্প, তাত সন্দেহ নাই।

অধ্যক্ষ, উৰ্দুবিভাগ
পাটনা বিশ্ববিদ্যালয়

**আখতাৰ ঔৰেন্বী**

# সূচীপত্ৰ

# ভৰ জোনাকৰ নিশা

সেয়া আছিল এপ্ৰিল মাহ। বাদাম গছৰ ডালবিলাক ফুলেৰে ভৰি পৰিছিল। বতাহত বৰফৰ দৰে শীতলতা তথাপি বসন্ত ঋতুৰ সৌন্দৰ্য্যৰ ইংগিত পোৱা গৈছে। ওখ ওখ পৰ্বতৰ চূড়াৰ পাদদেশত সেউজীয়া মখমলৰ দৰে দুবৰিৰ ওপৰত অ'ত-ত'ত বৰফৰ টুকুৰা পৰি আছে যেন বগা বগা ফুলহে ফুলি আছে। অহা মাহলৈকে সেউজীয়া দুবৰিৰ ওপৰত এইবোৰ বগা ফুল জিলিকি থাকিব আৰু দুবৰিৰ ৰং হৈ পৰিব ডাঠ সেউজীয়া। বাদাম ফলৰ কলি পোখৰাজ মণিৰ দৰে জলমলাব। আৰু নীলা নীলা পৰ্বতৰ মুখৰ পৰা কুৰঁলী আঁতৰি যাব। আৰু এই বিলৰ পুলৰ সিপাৰে পথৰুৱা বাটৰ ধূলি, ভেড়াবিলাকৰ কোমল বে-এ ধ্বনিৰে মুখৰিত হৈ উঠিব। আৰু এই ওখ ওখ চূড়াবোৰৰ তলত চৰি থকা ভেড়াবোৰৰ গাৰ পৰা ৰখীয়াবোৰে শৰত ঋতুত হোৱা ডাঠ নোমবোৰ কাটিবলৈ ল'ব। আৰু অবিৰাম গীত গাব।

কিন্তু এতিয়া এপ্ৰিল মাহহে। এতিয়া পাহাৰৰ চূড়াত গছৰ পাত ওলোৱা নাই। এতিয়াও পাহাৰৰ ওপৰত বৰফৰ কুৰঁলী আছে। এতিয়াও পথৰুৱা বাটৰ বুকু ভেড়াৰ মাতেৰে গুঞ্জৰিত হোৱা নাই। এতিয়া চমলৰ বিলত কমলৰ দীপ জ্বলা নাই। পদুম পাতেৰে আবৰা বিলৰ সেউজীয়া পানীয়ে বুকুৰ মাজত লাখ লাখ পদুম ফুল এতিয়াও লুকুৱাই থোৱা নাই, যি পদুমবোৰ বসন্ত ঋতুৰ আগমনৰ লগে লগে বিলৰ বুকুত স্তৰে স্তৰে সহজ মৃদু হাঁহিৰ দৰে ফুলি উঠিব। পুলৰ দাঁতিত এতিয়া বাদামৰ কলিবোৰ ফুলোঁ-ফুলোঁ হৈছে। এপ্ৰিলৰ শেষ নিশা যেতিয়া বাদামৰ ফুলবোৰে সাৰ পায় আৰু বসন্ত ঋতুৰ আগমনি সূচনা কৰি বিলৰ পানীত নিজৰ নাও মেলে, তেতিয়া ফুলৰ দৰে সৰু কোমল ভেলাবোৰে পানীৰ ওপৰত বসন্ত ঋতুৰ প্ৰতীক্ষাত নাচিবলৈ ধৰে।

পুলৰ কাষৰ হাৱিয়নীৰ আঁৰত লুকাই মই তেওঁৰ অপেক্ষাত আছিলো। আবেলিৰ বেলি, নহিয়ালে। সন্ধ্যাও পাৰ হ'ল। বুল্লৰ বিললৈ যাবলগীয়া হাউচবোট পুলৰ তলেৰে ওলাই গৈ এতিয়া দূৰণিত কাগজৰ নাও এখন যেন লগা হৈছে। সন্ধ্যাৰাগ এতিয়া কাজলতকৈও ক'লা হৈ পৰিল। পথৰুৱা বাটে বাদামৰ শাৰীৰ মাজত টোপনি গ'ল। আৰু নিশাৰ নীৰৱতাৰ মাজত কোনো পথিকৰ গীতৰ দৰে সন্ধ্যাৰ প্ৰথম তৰাটো চমকি উঠিল। বতাহৰ শীতলতা অসহ্য হবলৈ ধৰিলে আৰু নাকৰ পাহি বৰফৰ স্পৰ্শত অসাৰ হৈ পৰিল।

সৌৱা জোন ওলাল।

আৰু তেৱোঁ আহিল।

খৰ ধৰকৈ খোজ দি, এক প্ৰকাৰ প্ৰায় দৌৰিয়ে সেই পথৰুৱা বাটটো পাৰ হৈ তেওঁ একেবাৰে মোৰ কাষত ৰ'লহি। তাৰপাছত লাহেকৈ ক'লে, 'এয়া'। তেওঁ ঘনাই উশাহ লৈছিল। অলপপৰৰ পাছত কিছু শান্ত হৈ আকৌ জোৰেৰে উশাহ লবলৈ ধৰিলে। তেওঁ মোৰ কান্ধত আঙুলিৰে স্পৰ্শ কৰিলে আৰু মূৰটো তাতে পেলাই দিলে। তেওঁৰ ক'লা চুলিটাৰিৰ অৰণ্য মোৰ আত্মাৰ গভীৰলৈ বিয়পি গ'ল। মই তেওঁক ক'লো ঃ

"আবেলিৰে পৰা তোমালৈ বাট চাই আছিলোঁ।"

তেওঁ লাহেকৈ হাঁহিলে। ক'লে, "এতিয়া ৰাতি হ'ল। বৰ ধুনীয়া ৰাতিটো!"

তেওঁ শিশুৰ দৰে কোমল হাতখন মোৰ আনটো কান্ধত থ'লে -- ফুলেৰে ভৰা বাদামৰ ডালটোৱেহে যেন মোৰ কান্ধত মূৰ দি শুলে।

বহু সময় তেওঁ নীৰৱে থাকিল। তাৰ পাছত তেওঁ আপোন মনে হাঁহি ক'লে, "দেউতা পথৰুৱা বাটটোৰ মূৰলৈকে মোৰ লগত আহিছিল। মই কৈছিলো, মোৰ ভয় লাগিছে। আজি সখী ৰজ্জাৰ ঘৰত মোৰ শোৱাৰ কথা আছিল। শোৱা নহয়, নিশা জগাৰহে কথা আছিল। কাৰণ বাদামৰ প্ৰথম গুটি ধৰাৰ আনন্দত আমি আটাইবোৰ সমনীয়াই নিশা জাগি গীত গোৱাৰ কথা আছিল। সেই কাৰণেইতো আবেলিলৈকে এইফালে আহিবলৈ সাজু হৈ আছিলো। পিছে ধান জাৰিব লগা হ'ল। ইফালে কালি ধোৱা এই কাপোৰ যোৰো শুকুৱা নাছিল। জুইত সেকিহে শুকুৱাইছো। আই হাবিলৈ খৰি লুৰিবলৈ গৈছে। তেৱোঁ উভতি অহা নাছিল। আৰু তেওঁ উভতি নহালৈকে মই মাকৈৰ আখৈ, শুকান খোবানি আৰু জৰদালু তোমালৈ কেনেকৈ আনো! চোৱাঁ এইবোৰ চব তোমালৈকে আনিছো। তুমিতো মিছাকৈয়ে মোৰ ওপৰত খং কৰি আছা। মোৰ ফালে চোৱাঁ। এয়া মইতো আহিলোৱেই। আজি পূৰ্ণিমাৰ নিশা। আহাঁ দাঁতিত বান্ধি থোৱা নাও মেলি বিলৰ বুকুত ফুৰোঁ।" তেওঁ মোৰ চকুলৈ চাই ৰ'ল। আৰু ময়ো তেওঁৰ প্ৰেম আৰু বিমূঢ়তাৰ মাজত ডুব গৈ প্ৰাণৰ পুতলীলৈ চাই ৰ'লো। ঠিক সেই সময়তে জোন জিলিকি উঠিল আৰু সেই জোনটোৱে মোক ক'লে, "যোৱাঁ নাও মেলি দি বিলৰ বুকুত উপভোগ কৰা। আজি বাদামৰ প্ৰথম ফুলৰ আনন্দেৰে ভৰপূৰ দিন। আজি তেওঁ তোমাৰ বাবেই নিজৰ সখী, নিজৰ পিতা, নিজৰ এধানমানি ভনীজনী, ডাঙৰ ককায়েক -- সকলোকে এৰি থৈ আহিছে, কাৰণ আজি যে পূৰ্ণিমাৰ নিশা আৰু বাদামৰ বগা, শীতল ফুলবোৰ বৰফ কণাৰ দৰে চাৰিওফালে ফুলি উঠিছে। আৰু কাশ্মীৰৰ গীত, শিশুৰ গাখীৰৰ দৰে তেওঁৰ বুকুত উথলি উঠিছে। তুমি তেওঁৰ ডিঙিৰ সাতসৰী ধাৰ দেখিছানে? সেই ৰঙা সাতসৰীধাৰ তেওঁৰ ডিঙিত পিন্ধাই দি তেওঁক কোৱাঁ, "তুমি আজি ওৰে নিশা সাৰে থাকিবা। আজি কাশ্মীৰৰ বসন্তৰ প্ৰথম নিশা। আজি নিশা তোমাৰ ডিঙিত জোনাক নিশা বাদামৰ ফুলে পাহি মেলাৰ দৰে কাশ্মীৰৰ গীতে পাহি মেলিব -- হোৱাঁ এই ধাৰ ৰঙা সাতসৰী পিন্ধি লোৱাঁ।"

জোনে তাইৰ বিচলিত চকুৰ মণিৰ মাজলৈ ভুমুকিয়াই চাই এই সকলোবোৰ দেখিছিল। এজোপা গছত বুলবুল চৰায়ে গান গাই উঠিল। দূৰৰ নাৱত চাকি জলমলাই উঠিল আৰু

পাৰৰ কোনোবা গাৱঁৰ পৰা গীতৰ সুৰ ৰিণি-ৰিণি শুনা গ'ল। গীত আৰু কেচুৱাৰ থেন্‌থেননি, পুৰুষৰ মোটা মাত আৰু শিশুৰ মিঠা মিঠা সুৰ। ঘৰৰ চালৰ পৰা লাহে লাহে ওপৰলৈ ওলোৱা ধোৱাঁ আৰু সন্ধ্যাৰ খোৱাৰ আয়োজন। মাছ আৰু ভাত, আৰু কডম শাকৰ কোমল নিমখীয়া সোৱাদ আৰু পূৰ্ণিমা নিশাৰ ভৰুণ যৌৱন। মোৰ খং পানী হৈ গ'ল। মই তেওঁৰ হাতখন হাতত তুলি ল'লোঁ আৰু ক'লোঁ, "আহাঁ বিলৰ বুকুলৈ যাওঁ।"

পুল পাছ পৰি ৰ'ল। পথৰুৱা বাটটোও পাছত ৰ'ল। বাদাম গছৰ শাৰীও শেষ হ'ল। গাওঁ আঁতৰি গ'ল। এতিয়া আমি বিলৰ কাণে কাণে গৈ আছো। জোপোহাৰ মাজে মাজে ভেকুলিবোৰ থিৰ হৈ আছে। ভেকুলি আৰু জিলী। এইবোৰৰ সন্মিলিত অৰ্থহীন মাতে এক সংগীতৰ সৃষ্টি কৰিছে। এক স্বপ্নময় পৰিবেশ। সৌ বিলৰ পানীত জোনৰ নাও থিৰ হৈ আছে, প্ৰেমৰ প্ৰতীক্ষাত – হাজাৰ বছৰ ধৰি এইদৰেই নিশ্চুপ হৈ ৰৈ আছে, মোৰ আৰু তেওঁৰ প্ৰেমৰ প্ৰতীক্ষাত। প্ৰিয়া আৰু প্ৰিয়ৰ প্ৰেমৰ হাঁহিৰ প্ৰতীক্ষাত। মানুহৰ মানুহক পোৱাৰ আকাংক্ষাৰ প্ৰতীক্ষাত! এই ভৰ পূৰ্ণিমাৰ জোনৰ সুন্দৰ, নিৰ্মল নিশা কোনো কুমাৰীৰ অস্পৰ্শিত শৰীৰৰ দৰে প্ৰেমৰ পবিত্ৰ স্পৰ্শৰ প্ৰতীক্ষাত।

পাৰৰ এজোপা গছত নাও বান্ধিলো। গছ জোপা একেবাৰে বিলৰ কাণতে লগা। সেইখিনিত মাটি বৰ কোমল আৰু সৰু সৰু পাতবোৰৰ আঁৰে আঁৰে জোনাকৰ ৰেখা আহি পৰিছে। ভেকুলিবোৰে টোৰটোৰাইছে আৰু বিলৰ পানীয়ে বাৰে বাৰে পাৰক চুমা খাইছেহি আৰু সেই শব্দ বাৰে বাৰে মোৰ কাণত পৰিছেহি। মই দুহাতেৰে তেওঁৰ কঁকালত ধৰি সজোৰে বুকুত সাৱটি ল'লো। বিলৰ পানীয়ে বাৰে বাৰে তীৰক চুমা খাইছে। তেওঁৰ চকুত মই প্ৰথমে চুমা খালোঁ, বিলৰ পানীত লাখ লাখ পদুম ফুলি উঠিল। মই তেওঁৰ গালত চুমা খালোঁ আৰু নিৰ্মল বায়ুৰ মৃদু সুৰ ক্ৰমে বাঢ়ি বাঢ়ি সুৰদী সংগীত হ'ল। মই আকৌ তেওঁৰ ওঁঠত চুমা খালোঁ আৰু অসংখ্য মন্দিৰ মছজিদ গীৰ্জাৰ পৰা প্ৰাৰ্থনাৰ মন্ত্ৰ উচ্চাৰিত হ'ল। বসুন্ধৰা, আকাশৰ নক্ষত্ৰ, উড়ন্ত ঈগল সকলোৱে মিলি নাচিবলৈ লাগি গ'ল। মই আকৌ তেওঁৰ থুঁতৰিত চুমা খালোঁ, ডিঙিতো চুমা খালোঁ আৰু ফুলৰ কলিৰ দৰে পদুম বাৰে বাৰে মুকলি হ'ল বাৰে বাৰে জাপ খালে। গানৰ সুৰ জাগি উঠি ধীৰে ধীৰে মাৰ গ'ল, চৰাচৰ-ব্যাপী নাচোন স্তিমিত হৈ হৈ ৰৈ গ'ল। এতিয়া সৌ ভেকুলিৰ মাত, সৌ বিলৰ পানীৰ কোমল চুমাই কোনো নায়িকাৰ বাবে উচুপি উচুপি কান্দিছে।

মই ধীৰে ধীৰে নাও মেলি দিলো। তেওঁ নাৱত বহিলহি। বঠাপাত হাতত তুলি ললোঁ আৰু বিলৰ মাজ-বুকুৰেদি নাও বাই গ'লো। এইখিনিতে নাও আপোনা-আপুনি ৰৈ গ'ল। ইফালেও নাযায়, সিফালেও নাযায়। থিৰ। বঠাপাত দাঙি নাৱত তুলি থ'লো। তেওঁ উঠি টোপোলাটো খুলিলে। তাৰপৰা জৰদালু উলিয়াই মোৰ হাতত দিলে আৰু নিজেও খাবলৈ ল'লে জৰদালু শুকান আছিল। টেঙেচীয়া-মিঠা।

তেওঁ ক'লে, 'এইবোৰ যোৱা বসন্তৰ'।

মই জৰদালু খাবলৈ ধৰিলো আৰু তেওঁৰ ফালে চাবলৈ ধৰিলো।

তেওঁ লাহেকৈ ক'লে, "যোৱা বসন্তত তুমি নাছিলা।"

যোৱা বসন্তত মই নাছিলো। সেইদিনা জৰদালু গছ ফুলেৰে ভৰি গৈছিল আৰু ডাল অলপ হালিলেই মুকুতাৰ দৰে ফুলবোৰ সিচঁৰতি হৈ পৰিছিল। যোৱা বসন্তত মই নাছিলো আৰু জৰদালু গছ ফলৰ ভৰত ওলমি পৰিছিল কেঁচাপাত বৰণীয়া জৰদালু। নিমখ-জলকীয়া সানি মানুহে সেইবোৰ খুব খাইছিল। টকালি পাৰি খাইছিল আৰু সিহঁতৰ নাকেৰে পানী ওলাইছিল। টেঙা জৰদালুও মানুহে খাইছিল। যোৱা বসন্তত মই নাছিলো। সেইদিনা কেঁচাপাতবৰণীয়া জৰদালু পকি হালধীয়া সোণোৱালী আৰু ৰঙা হৈ গৈছিল। আৰু ডালে ডালে আনন্দ-ভৰপূৰ ৰঙা ৰঙা ফুল ওলমি আছিল। তেওঁৰ আনন্দ-জল্‌মল্ সৰল চকু দুটা ওলমি পৰা সেই ফুলৰ থোপাবোৰ দেখি নাচি উঠিছিল। যোৱা বসন্তত মই নাছিলো.... আৰু সুন্দৰ পেলব হাত দুটিৰে তেওঁ সেই ৰঙা ৰঙা জৰদালু বুটলিছিল। তেওঁৰ সুন্দৰ ওঁঠ দুটিয়ে জৰদালুৰ ৰস চুহিছিল। তেওঁ ঘৰৰ ছাতত জৰদালু ফল শুকাবলৈ মেলি দিছিল। এই জৰদালু যিদিনা শুকাই যাব সেইদিনা এক বসন্ত গুচি যাব আৰু আন এক বসন্ত অহাৰ সময় হ'ব, সেইদিনা মই আহিম আৰু জৰদালুৰ সোৱাদ লৈ সুখী হ'ম।

আমি দুজনে জৰদালু খোৱাৰ পাছত শুকান খোবানি খালোঁ। খোবানি এনেয়ে বৰ মিঠা যেন নালাগে, কিন্তু মুখৰ ভিতৰত গলি গ'লে মৌ আৰু গুড়ৰ সোৱাদ পোৱা যায়।

মই ক'লো, "এইবোৰ কোমল, বেঁচ মিঠা লাগিছে'।

তাই দাঁতেৰে গুটি এটা ভাঙি খোবানিৰ বীজটো উলিয়াই মোক দিলে, "খোৱাঁ।"

সেই গুটিটো বাদামৰ নিচিনা মিঠা।

তেওঁ ক'লে, 'এনেকুৱা খোবানি মই আগে কেতিয়াও খোৱা নাছিলো। ই আমাৰ চোতালত হোৱা গছৰ। আমাৰ ইয়াত খোবানিৰ এই এজোপাই গছ আছে, কিন্তু ইমান যে ডাঙৰ আৰু মিঠা মিঠা ফল হয় যে কি ক'ম! খোবানি পকিলে মোৰ আটাইবোৰ সখীয়ে খোবানি খুৱাবলৈ ধৰে। যোৱা বসন্তত...."

মই ভাবিলোঁ, যোৱা বসন্তত মই নাছিলো কিন্তু চোতালৰ খোবানি গছ জোপা এইদৰে থিয় দি আছিল। যোৱা বসন্তত এই গছজোপা কোমল পাতেৰে ভৰি গৈছিল, তাত কোমল সেউজীয়া জোঙা জোঙা ফলবোৰ লাগিছিল। এতিয়া তাত কলি কলি খোবানি হৈছে। আৰু কেঁচা ফলবোৰেৰে দুপৰীয়াৰ আহাৰৰ লগত চাটনি কৰা হৈছে। যোৱা বসন্তত মই নাছিলো, তেতিয়া এই খোবানিত গুটি ধৰিছিল আৰু খোবানিৰ ৰঙে তাৰ মাধুৰ্যেৰে সেউজীয়া বাদামক চেৰ পেলাইছিল। যোৱা বসন্তত মই নাছিলো। সেইদিনা এই ৰঙা ৰঙা খোবানি নিজৰ ৰঙেৰে ধুনীয়া গাভৰুৰ দৰে সুন্দৰ হৈ উঠিছিল আৰু সিহঁতৰ দৰেই ৰসাল হৈছিল। সেউজীপাতৰ ওৰণিতলেৰে সিহঁতে উকি মাৰিছিল। কণ কণ ছোৱালীবোৰে চোতালত নাচিবলৈ আৰম্ভ কৰিলে সৰু ভায়েকে গছৰ ওপৰত উঠি খোবানি ছিঙি ছিঙি বায়েকৰ সখীবিলাকলৈ পেলাইছিল। যোৱা বসন্তত খোবানি কিমান মিঠা আৰু ৰসাল আছিল! সেইদিনা মই নাছিলো...। খোবানি খোৱাৰ পাছত তেওঁ গোমধানৰ গুটি উলিয়ালে। তাৰ

এনে সুন্দৰ গোন্ধ ... সোণালী সেঁকা গুটিবোৰ ঠিক যেন মুকুতাহে। গুটিবোৰ মচমচীয়া, মিঠা।

তেওঁ কলে, "এয়া মিঠা গোমধানৰ গুটি।"

মই গোমধান খাই খাই কলো, 'খুব মিঠা।'

তেওঁ কলে, "যোৱা ঋতুৰ সোৱাদ লাগি আছে এই গোমধানৰ গুটিবোৰত। মই লুকুৱাই থৈ দিছিলো আয়ে নেদেখাকৈ।"

মই গোমধানৰ এফালৰ পৰা গুটি খাইছিলো। কেশাৰীমান গুটি থৈ দিছিলো। তেওঁ তাৰপৰাই গুটি কেইটামান খাই মোলৈকো এৰিছিল। মই সেয়াও খালো। এনেকৈ একেটা গোমধানৰ পৰাই আমি খাবলৈ ধৰিলো। তেতিয়া মই ভাবিছিলো, এই মিঠা গোমধানৰ গুটিবোৰ যে কিমান মিঠা! এয়া যোৱা বসন্তৰ ফল, তেতিয়া তুমি আছিলা কিন্তু মই নাছিলো। তোমাৰ দেউতাৰাই তেতিয়া পথাৰত হাল বাইছিল, মাটিবোৰ মৈয়াইছিল, গুটি সিঁচিছিল, বৰষুণৰ পানী দিছিল। ধৰিত্ৰীয়ে সেইদিনা সেউজবুলীয়া সৰু সৰু গছ গজাইছিল আৰু তাত খাল কাটি দিছিলা। গোমধানৰ সৰু সৰু গছবোৰ ডাঙৰ লহপহীয়া হৈছিল আৰু সেইবিলাকৰ আগত শীহ ওলাইছিল, বতাহত সেইবোৰ দুলিছিল আৰু গোমধানৰ সেউজীয়া গুটিবোৰ ওলাইছিল। সেইবোৰৰ পাতত অকণমান নখ লাগিলেই গাখীৰ ওলাইছিল। এই কোমল লাজুকী গোমধানবোৰ ধৰিত্ৰীয়ে উৎপন্ন কৰিছিল। সেইদিনা মই নাছিলো। সেই গোমধানৰ গছবোৰ পৈণত হৈ তজবজীয়া হৈ পৰিছিল। গুটিত ৰস আহিছিল। তেতিয়া গুটিত নখ লাগিলেও একো নহৈছিল, নখহে ভগাৰ ভয় আছিল। গুটিবোৰৰ বাকলি আগতে আছিল হালধীয়া। এতিয়া সি সোণালি হৈ পাছত ক'লা হৈ গ'ল। গোমধানৰ গুটিৰ বৰণ মাটিৰ দৰে মদৰুৱা হৈ গ'ল .... তেতিয়াও তো মই অহা নাছিলো। তাৰপিছত পথাৰৰ ঠায়ে ঠায়ে শইচ গোটোৱা হ'ল আৰু সেই সঞ্চিত শস্য বলদেৰে মৰণা মৰোৱা হ'ল। ফলত গোমধানৰ গুটিবোৰ এৰাই গ'ল। তেতিয়া সখীবিলাকক লৈ তুমি প্ৰেমৰ গীত গাইছিলা। কিছু গোমধানৰ গুটি আঁতৰাই থৈ সেকি থৈছিলা। সেইদিনা মই নাছিলো। মাটি আছিল, শস্য আছিল, জুইত সেকা গোমধান আছিল, কিন্তু মই নাছিলো।

মই আনন্দেৰে তেওঁৰ ফালে চাই ক'লো, "আজি ভৰ পূৰ্ণিমাৰ ৰাতি যেন মোৰ সকলো ইচ্ছাই পূৰ্ণ হৈ গ'ল। কালিলৈকে পূৰ্ণ হোৱা নাছিল, কিন্তু আজি পূৰ্ণ হৈছে।"

তেওঁ মোৰ মুখত গোমধানৰ গুটি দিছিল। তেওঁৰ ওঁঠৰ তপত স্পৰ্শ এতিয়াও গুটিবোৰত লাগি আছে। মই ক'লো, 'তোমাক চুমা খাওঁ?'

তেওঁ ক'লে, 'ধেৎ! নাও বুৰি যাব .......'

মই সুধিলো, 'তেনেহলে কি কৰা যায়?'

তেওঁ ক'লে, 'নাও বুৰিবলৈকে দিয়াঁ।'

সিদিনাৰ ভৰ পূৰ্ণিমাৰ নিশাটো মই এতিয়াও পাহৰা নাই। আজি মোৰ বয়স সত্তৰৰ ওচৰা-উচৰি। কিন্তু সেই ভৰ পূৰ্ণিমাৰ নিশাটো মোৰ মনত এনেদৰে জিলিকি আছে যেন সেয়া

কালিৰহে কথা। এনে পবিত্ৰ প্ৰেমৰ সোৱাদ মই আজিলৈকে পোৱা নাই। তেৱোঁ পোৱা নাই।

সেইদিনাৰ আকৰ্ষণ আছিল সুকীয়া ধৰণৰ। সেই ভৰ জোনাকৰ নিশা আমি দুজন পৰস্পৰৰ লগত এনেদৰে এক হৈ গৈছিলো যে সেই নিশা আমি ঘৰলৈকো উভতি নগলোঁ। সেই নিশা তেওঁ মোৰ লগত পলাই গৈছিল। পাঁচ-ছদিন আমি পৰস্পৰৰ প্ৰেমত হেৰাই গৈছিলো। সৰু ল'ৰাছোৱালীৰ দৰে আমি হাবিৰ ইফালে-সিফালে, নৈ-বিলৰ পাৰে পাৰে, আখৰোট গছৰ ছাঁত ঘুৰি ফুৰিছিলো। সেই বিলৰ পাৰত মই সৰুপঁজা এটা কিনিছিলোঁ আৰু আমি দুজনে তাতেই বাস কৰিছিলো। এমাহৰ পাছত মই শ্ৰীনগৰলৈ গৈছিলো। তেওঁক কৈ গৈছিলো তিনদিনৰ মূৰত উভতিম বুলি। উভতিছিলোঁও। কিন্তু আহি দেখোঁ তেওঁ এজন ডেকাল'ৰাৰ লগত ঘনিষ্ঠ হৈ বহি কথা পাতিছে। তেওঁলোক দুজনে একেখন কাঁহীৰ পৰাই খাই আছে। ইজনে সিজনৰ মুখত একো গৰাহ তুলি দিছে আৰু হাঁহি-ধেমালিত ক'বই নোৱাৰা হৈ আছে। মই তেওঁক দেখিলো, কিন্তু তেওঁ মোক নেদেখিলে। তেওঁলোক দুজন ইমানেই বিভোৰ হৈ আছিল যে আন একোকে চকুত পৰা নাছিল। মই ভাবিলোঁ, এই ডেকাজন নিশ্চয় যোৱা বসন্তৰ বা তাৰো আগৰ বসন্তৰ প্ৰেমিক। সেইদিনাতো মই নাছিলো। পাছতো চাগে' এনে বসন্ত কত আহিব! আকৌ কত ভৰ জোনাকৰ নিশা আহিব যেতিয়া প্ৰেম এক পতিতা নাৰীৰ দৰে অৱশ হৈ যাব আৰু নগ্ন হৈ নৃত্য কৰিব। বসন্তৰ পাত সৰাৰ দিন অহাৰ দৰে তোমাৰো পাত সৰাৰ দিন আহিল। ইয়াত আৰু তোমাৰ কি সকাম? ইয়াকে ভাবি মই তেওঁৰ লগত দেখা নকৰাকৈ গুচি গ'লো। মোৰ সেই প্ৰথম বসন্ত আৰু কেতিয়াও উভতি নাহিল।

আজি আকৌ দীৰ্ঘ আঠচল্লিশ বছৰৰ পাছত ইয়ালৈকে উভতি আহিছো। মোৰ লগত ল'ৰাকেইটা আহিছে। মোৰ ঘৈণীৰ মৃত্যু হৈছে। বোৱাৰী কেইজনী আৰু তাহাঁতৰ ল'ৰা-ছোৱালীকেইটাও মোৰ লগত আহিছে। ফুৰি ফুৰি আমি বিলৰ পাৰত আহি এসময়ত উপস্থিত হলোঁহি। আকৌ সেই এপ্ৰিল মাহ উভতি আহিছে। বেলি লহিয়াই সন্ধ্যা পালেহি। মই বহুপৰ ধৰি পুলৰ কাষৰ বাদাম গছৰ শাৰীবোৰলৈ চাই ৰ'লোঁ। বগা বগা ফুলৰ থোপাবোৰ শীতল বতাহত দুলি আছে। কিন্তু পাকদণ্ডীৰ ধূলিয়ৰি বাটত কোনো চিনাকি খোজৰ শব্দ শুনা নগল। এজনী ৰূপহীয়ে হাতত এটা টোপোলা লৈ পুল পাৰ হৈ গুচি যোৱা দেখিলোঁ। তাকে দেখি মোৰ বুকুখন ধক কৈ উঠিল। দূৰণিৰ সেই পাহাৰখন পাৰ হৈ সেই গাওঁখনৰ কোনোবা তিৰোতা এজনীয়ে গিৰিয়েকক চিঞৰি মাতিছে। তাই তাক খাবলৈ মাতিছে। ক'ৰবাত দুৱাৰ বন্ধ কৰাৰ শব্দ শুনা গৈছে। এটা কান্দি থকা কেচুৱা হঠাতে নিমাত হৈছে। ঘৰৰ ছালেৰে ধোৱাঁ উৰিছে। চিঞৰ-বাখৰ কৰি থকা চৰাই মখাই গছৰ ঘন পাতেৰে ভৰা ডালত পাখি কটালিছে। তাৰপাছত একেবাৰে নীৰৱ হৈ পৰিছে। কোনোবা নাৱৰীয়াই গীত গাইছে। তাৰ কণ্ঠস্বৰ ক্ৰমে দিগন্তত বিলীন হৈ গৈছে।

মই পুল পাৰ হৈ আগবাঢ়ি গ'লোঁ। মোৰ ল'ৰাকেইটা, সিহঁতৰ ঘৈণীয়েকহঁত আৰু ল'ৰা-ছোৱালীবোৰ ভাগ ভাগ হৈ মোৰ পাছে পাছে আহিছে। ইয়াতে বাদামৰ শাৰী শেষ

হৈছে। ঠিয় বাট পাৰ হৈ আমি বিলৰ দাঁতি পালোহি। এই জোপাইতো সেই খোবানিৰ গছ কিন্তু ইমান ডাঙৰ হৈ গ'ল! কিন্তু এই নাওখন ...... এই নাও ........ কিন্তু এইখন জানো সেই নাওখন? সমুখত সৌৱা সেই পঁজা। মোৰ প্ৰথম বসন্তৰ পঁজা। মোৰ সেই ভৰ জোনাকৰ নিশাৰ প্ৰেম।

পঁজাত পোহৰ দেখা গৈছে। ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ শুনা গৈছে। বুঢ়ী এজনীয়ে তাক চিঞৰি চুপ কৰাই দিছে। মই ভাবিলোঁ, অৰ্ধ শতাব্দী পাৰ হৈ আহিলোঁ। সেই পঁজাটো দেখা নাই। চালে দোষ কি? যি কি নহওক, সেই পঁজাটোতো ময়ে কিনিছিলো। দেখাততো ময়ে এতিয়াও তাৰ গৰাকী। তেনেহলেনো চোৱাত দোষ কি? মই পঁজাটোৰ ভিতৰত সোমালোঁ।

কি সুন্দৰ কণ কণ লৰা-ছোৱালীকেইটা। এজনী গাভৰুৱে তাইৰ গিৰিয়েকৰ কাৰণে কাঁহীত খোৱাবস্তু সজাইছে। মোক দেখি তাই সংকুচিত হ'ল। দুটা শিশুৱে কাজিয়া কৰিছিল। মোক দেখি তভক মাৰি শান্ত হৈ গ'ল। যিজনী বুঢ়ীয়ে অতপৰে খঙত চিঞৰি-বাখৰি আছিল তাই আহি খুটাৰ আঁৰত ৰ'লহি। ক'লে, তুমি কোন?

মই ক'লোঁ, "এয়া মোৰ ঘৰ!"

বুঢ়ীয়ে ক'লে, "হয়, এয়া তোৰ বাপেৰৰ ঘৰ!"

মই ক'লো, "মোৰ বোপাইৰ নহয়, মোৰ। আঠচল্লিশ বছৰ আগেয়ে মই এইটো কিনিছিলোঁ, এতিয়া মই এনেয়ে মোৰ ঘৰটো চাওঁ বুলি আহিছোঁ। আপোনলোকক উলিয়াই পঠিয়াবলৈ নহয়। এতিয়াতো এই ঘৰ আপোনালোকৰেই। মই এনেয়ে .... " এই বুলি মই উভতিলোৱেই। বুঢ়ীৰ আঙুলিকেইটাই সজোৰে খুঁটিটো আঁকুৰি ধৰিলে। তেওঁ দীঘলকৈ নিশ্বাস পেলালে। ক'লে, "তেনেহলে, সেই তুমি? ...... আজি অত বছৰৰ পাছত কোনোবাই কাৰোবাক জানো চিনিব পাৰে? ..... " তেওঁ বহুত পৰ খুঁটিত ধৰি নীৰৱে থিয় দি থাকিল। তেওঁলৈ চাই ৰ'লো। তাৰপাছত তেওঁ আপোনমনে হাঁহি দিলে। ক'লে, "তেনেহলে আহাঁ, মোৰ ঘৰৰ মানুহবোৰৰ লগত তোমাক চিনাকি কৰি দিওঁ। ..... চোৱাঁ, এয়া মোৰ বৰ ল'ৰা। এইটো তাতকৈ সৰু, সৌৱা বৰ ল'ৰাৰ বোৱাৰী, সেইটো বৰ নাতি। বাবা,এওঁক প্ৰণাম কৰ। এইজনী মোৰ ডাঙৰ নাতিনী, আৰু এয়া ... এয়া মোৰ স্বামী ..... নাই, নাই তেওঁক নজগাবা, পৰহিৰ পৰা তেওঁৰ অসুখ ...... তেওঁক শুবলৈ দিয়াঁ।"

তেওঁ আকৌ ক'লে, "তোমাৰ বাবে কি কৰিব পাৰোঁ?"

মই বেৰৰ খুটিত ওলোমাই থোৱা গোমধানৰ ভুট্টাবোৰলৈ চালোঁ .... সেঁকা ভুট্টা, সোণালি মণিৰদৰে উজ্বল গুটিবোৰ।

আমি দুয়ো হাঁহি পেলালো।

তেওঁ ক'লে,"মোৰতো বহুত দাঁত সৰি গ'ল .. আৰু যিকেটা আছে কোনো কামত নাহে।"

মই কলো, "মোৰোতো একেই অৱস্থা! ভুট্টা খাব নোৱাৰোঁ।"

মই ঘৰৰ ভিতৰলৈ সোমাৱা দেখি মোৰ পৰিয়ালৰ মানুহবোৰো সোমাই আহিল। তেতিয়া খুব হুলস্থূল হ'ল। ল'ৰা-ছোৱালীবোৰ তৎক্ষণাতে ইটো-সিটোৰ বন্ধু হৈ গ'ল।

আমি দুয়ো ধীৰে ধীৰে বাহিৰলৈ ওলাই আহিলোঁ। ধীৰে ধীৰে বিলৰ পাৰে পাৰে খোজ দিবলৈ ধৰিলোঁ।

তেওঁ ক'লে, "মই ছ-বছৰ তোমালৈ বাট চালোঁ। তুমি সেইদিনা উভতি নাহিলা কিয় ?"

মই ক'লো, "আহিছিলোঁ। কিন্তু আন এজন ডেকাৰ স'তে তোমাক দেখি উভতি গ'লোঁ।"

তেওঁ ক'লে, "কি কৈছা তুমি ?"

"অঁ। তুমি তেওঁৰ লগত একেখন কাঁহীতে খাই আছিলা, তুমি তেওঁৰ মুখত আৰু তেওঁ তোমাৰ মুখত খুৱাই দিছিল।"

তেওঁ একেবাৰে নিতাল মাৰিলে। তাৰপাছত জোৰেৰে হাঁহিবলৈ ধৰিলে। মই আচৰিত হৈ সুধিলোঁ, "কি হ'ল ?"

তেওঁ ক'লে, "ইয়ে! সি দেখোন মোৰ নিজৰে ভাই।"

তেওঁ আকৌ জোৰে জোৰে হাঁহিবলৈ ধৰিলে। "সি সেইদিনাই মোক দেখা কৰিবলৈ আহিছিল। সেইদিনা তোমাৰো অহাৰ কথা আছিল। সি উভতি যাব খুজিছিল। মইহে তোমাৰ লগত চিনাকি কৰাৰ কাৰণে জোৰকৈ ধৰি ৰাখিছিলো ..... কিন্তু তুমিতো নাহিলা !"

তেওঁ হঠাৎ নীৰৱ হৈ গ'ল। "ছ-বছৰ মই তোমালৈ বাট চাইছিলো। তুমি গুচি যোৱাৰ পাছত ঈশ্বৰে মোক এটা ল'ৰা দিছিল, তোমাৰেই ল'ৰা। কিন্তু এবছৰৰ পাছত সি মৰি থাকিল। আৰু চাৰি বছৰ মই তোমাৰ বাবে অপেক্ষা কৰিলো, তুমি নাহিলা।"

ধেমালি কৰি থাকোতে থাকোতে এটা শিশুৱে আন এটা শিশুক গোমধানৰ গুটি দিছিল।

তেওঁ ক'লে, "এইটো মোৰ নাতি।"

মই ক'লো, "এইজনী মোৰ নাতিনী।"

শিশু দুটিয়ে দৌৰি দৌৰি বিলৰ কাষেৰে বহু দূৰলৈ গুচি গ'ল। আমি বহুত পৰ সিহঁতৰ ফালে চাই থাকিলোঁ। তেওঁ মোৰ কাষলৈ আহিল। ক'লে, "আজি তুমি আহিছা বাবে মোৰ বৰ ভাল লাগিছে! মই মোৰ পথ বাছি ল'লো। এই জীৱনৰ সুখ আৰু দুখ দুয়োটাই দেখিলোঁ। মোৰ ভৰপূৰ ঘৰ, আৰু আজি তুমি আহিলা। মোৰ অকনো বেয়া লগা নাই।"

মই ক'লো, "মোৰো সেই অৱস্থা। ভাবিছিলো, জীৱনত আৰু দেখা নকৰোঁ। সেইকাৰণেই অত বছৰে এইফালে মু-কে কৰা নাছিলোঁ। আজি আহিলোঁ, কিন্তু এচিকুটো বেয়া লগা নাই।"

আমি দুজনেই নীৰৱ হৈ গ'লো। শিশু দুটিয়ে খেলি খেলি আমাৰ কাষ পালেহি। তেওঁ মোৰ নাতিনীজনীক দাঙি ল'লে, মই তেওঁৰ নাতিটিক। তেওঁ মোৰ নাতিনীক চুমা খালে, মই তেওঁৰ নাতিক। আৰু আমি দুয়ো প্ৰসন্ন মনে ইজনে সিজনলৈ চাই ৰ'লো।

তেওঁৰ চকুৰ মণিত জোনে তিৰবিৰাইছিল। সেই জোনে আশ্চৰ্য্য আনন্দত কবলৈ ধৰিছিল, 'মানুহ মৰি যায়, কিন্তু জীৱনৰ মহান সত্য প্ৰেম সদায় স্থিৰ হৈ ৰয়। তোমালোক দুয়ো বিগত বসন্তত নাছিলা। এই বসন্ত তোমালোকে দেখিছা, ইয়াৰ পাছৰ বসন্তত তোমালোক নাথাকিবা, কিন্তু জীৱন থাকিব আৰু প্ৰেমো। আৰু থাকিব যৌৱন, সৌন্দৰ্য্য, মাধুৰ্য্য, আৰু সৰলতা...।"

শিশু দুটি আমাৰ কোঁচৰ পৰা নামি গ'ল। শিশুৱে বেলেগ খেল খেলিবলৈ বিচাৰিছে। সিহঁতে দৌৰি দৌৰি খোবানি গছৰ তললৈ গুচি গ'ল য'ত নাও বন্ধা আছে।

মই সুধিলো, "সেয়া সেইজোপা গছেই নে?"

তেওঁ মিচিকিয়াই হাঁহি ক'লে, "নহয়, সেয়া বেলেগ গছ।"



# জঞ্জাল- বাবা

হস্পিটালৰ পৰা ওলাই আহোঁতে তাৰ ভৰি দুটা কঁপিছিল। গোটেই শৰীৰটো ভিজা কপাহৰ দৰে টোটোৰা পৰা যেন লাগিছিল। তাৰ মনে খোজ কাঢ়িব খোজা নাছিল, ফুটপাথতে যেন বহিহে যাব।

চালাকি কৰি কিবা উপায়ে হস্পিটালত সি আৰু এমাহমান থাকিবলৈ বিচাৰিছিল। কিন্তু হস্পিটাল কৰ্তৃপক্ষই তাক এৰি দিলে। হস্পিটালৰ প্ৰাইভেট ৱাৰ্ডত সি চাৰে চাৰি মাহ আছিল। আৰু ডেৰ মাহ আছিল জেনেৰেল ৱাৰ্ডত। এই সময়তে তাৰ এটা কিড্নী অপাৰেশ্যন কৰি বাদ দিয়া হৈছিল আৰু অন্ত্ৰৰো এটা অংশ কাটি দি তাৰ অন্ত্ৰৰ ক্ৰিয়া ঠিক কৰি দিয়া হৈছিল। তাৰ হাৰ্টৰ অৱস্থা এতিয়াও সম্পূৰ্ণ স্বাভাৱিক হোৱা নাছিল যদিও সি হস্পিটালৰ পৰা ওলাই আহিব লগা হৈছিল, কাৰণ তাতকৈও বেয়া অৱস্থাৰ ৰোগীয়ে ছিটৰ প্ৰতীক্ষা কৰি আছিল।

ডাক্তৰে তাৰ হাতত এখন দীঘল প্ৰেচক্ৰিপছন দি কৈছিল, "এই টনিক কেইটা খাবা, আৰু পুষ্টিকৰ আহাৰ খাবা। পূৰা স্বাস্থ্য পাই যাবা। এতিয়া হস্পিটালত থকাৰ কোনো দৰকাৰ নাই।"

"মই যে খোজকে কাঢ়িব পৰা নাই, ডাক্তৰ চাহাব।" দুৰ্বল মাতেৰে সি কৈছিল।

"ঘৰলৈ যোৱাঁ, কিছুদিন বিবিয়ে সেৱাযত্ন কৰিব একেবাৰে ঠিক হৈ যাবা।"

ধীৰে ধীৰে থৰক বৰক খোজেৰে ফুটপাথৰ মাজেৰে গৈ থাকোতে সি ভাবিছিল— 'ঘৰ! মোৰ ঘৰ ক'ত!"

কিছুদিন আগতেও মোৰ এটা ঘৰ আছিল— এজনী বিবিও আছিল -- তাইৰ এটা কেচুৱা হোৱাৰে কথা আছিল। সিহঁত দুয়ো সেই আহিব লগা-কেচুৱাটোৰ কথা ভাবি কিমান সুখী হৈছিল। দুনিয়াৰ জনসংখ্যা বহুত বেছি হ'ব পাৰে, কিন্তু সিতো সিহঁত দুটাৰ প্ৰথম সন্তান আছিল। সিহঁতৰ প্ৰথম সন্তানে পৃথিবীত জন্ম লোৱাৰ কথা আছিল।

দুলাৰীয়ে তাইৰ কেঁচুৱাৰ বাবে বৰ ধুনীয়া চোলা সী-ছিল। চোলাটো হস্পিটাললৈ লৈ আহি তাক দেখুৱাইছিলো। আৰু সেই চোলাটোত হাত বুলাই সি অনুভৱ কৰিছিল সি যেন তাৰ কেঁচুৱাটোকহে আদৰ কৰিছে।

কিন্তু কেইমাহ মানতে সি বহুত কিবাকিবি হেৰুৱাব লগা হ'ল। তাৰ প্ৰথম কিড্নীৰ অপাৰেশ্যনটো হোৱাৰ সময়ত দুলাৰীয়ে তাইৰ অলংকাৰ বেচি দিছিল, কাৰণ গহনাতো

এনেবোৰ সময়ৰ কাৰণেই। মানুহে ভাবে অংলকাৰ তিৰোতা মানুহৰ সৌন্দৰ্য্য বঢ়াবৰ বাবেহে, কিন্তু আন প্ৰয়োজন পূৰাবৰ কাৰণেহে তাৰ ব্যৱহাৰ হয়। গিৰিহঁতৰ অপাৰেশ্যন, শিশুৰ পঢ়া-শুনা, ছোৱালীৰ বিয়া এইবোৰৰ প্ৰয়োজনতে অংলকাৰৰ বাকচ উদং কৰি দিয়া হয়। তিৰোতামানুহে এই অংলকাৰবোৰ চম্ভালোতেই ব্যস্ত থাকে, আৰু জীৱনত বৰ বেছি পাঁচ-ছবাৰ মানহে অংলকাৰ পিন্ধাৰ সৌভাগ্য হয়।

কিডনীৰ দ্বিতীয়টো অপাৰেশ্বনৰ পাছতে দুলাৰীৰ সন্তানটো নষ্ট হৈ গ'ল। হবইতো তাইৰ দিনে-ৰাতিয়ে বৰ খাটনি হৈছিল। আৰম্ভনিৰ পৰাই এই বিপদৰ সূত্ৰপাত হৈছিল। এনে লাগিছিল যে দুলাৰীৰ লাহি শৰীৰটো এনে টান পৰিশ্ৰমৰ বাবে তৈয়াৰ হোৱা নাছিল। সেয়ে সেই টেঙৰ শিশুটো আধাবাটতে আঁতৰি গৈছিল। প্ৰতিকূল পৰিবেশ আৰু মাক-বাপেকৰ দুৰ্দশা উমান কৰিব পাৰিয়ে সি নিজেই বুজি লৈছিল জন্ম লোৱা উচিত নহব বুলি। কোনো কোনো শিশু এনেকুৱাই বুদ্ধিমান হয়। দুলাৰী কিছুমান দিন হস্পিটাললৈ আহিবপৰা নাছিল। তাৰপাছত যেতিয়া তাই হস্পিটালনৈ আহি খবৰটো দিলে তেতিয়া দুলাৰীৰ গিৰিয়েকে খুব কান্দিলে। কিন্তু সি যদি জানিলেহেঁতেন ভৱিষ্যতে সি আৰু বহুত বেছি কান্দিব লাগিব, তেতিয়াহলে এইটো ঘটনাত সন্তোষহে পালেহেঁতেন।

কিড্‌নিৰ দ্বিতীয় অপাৰেশ্বনটোৰ পাছতে তাৰ চাকৰিটো গ'ল। দীঘলীয়াকৈ বেমাৰ পৰিলে এনেকুৱাই হয়, কোনে আৰু কতদিন অপেক্ষা কৰিব! বেমাৰতো মানুহৰ নিজৰ কথা। এই কাৰণে যদি সি ভাবে যে তাৰ চাকৰি টিকি থাকিব তেনেহলে দীঘলীয়াকৈ বেমাৰত ভোগা উচিত নহয়। মানুহতো যন্ত্ৰৰ দৰেই। কোনো যন্ত্ৰ দীৰ্ঘকাল বিকল হৈ পৰি থাকিলে তাক এফলীয়াকৈ পেলাই দিয়া হয়, তাৰ ঠাইত নতুন যন্ত্ৰ আহে। কাৰণ কামতো আৰু পৰি থাকিব নোৱাৰে। ব্যৱসায়ো বন্ধ হ'ব নোৱাৰে, আৰু সময়ো ৰৈ থাকিব নোৱাৰে। গতিকে যেতিয়া তাৰ উপলব্ধি হ'ল যে চাকৰিটো যাবই, তেতিয়া দ্বিতীয়বাৰ কিড্‌নী অপাৰেশ্যনৰ সময়ত যিটো আঘাত পালে, তেনেকুৱাই আঘাত লাগিল। এই আঘাতত তাৰ চকুৰ পানীও নোলাল। সি অনুভৱ কৰিছিল, তাৰ বুকুৰ মাজত এক শূন্যতাই বিৰাজ কৰিছে, ভৰিৰ তলৰপৰা মাটি আঁতৰি গৈছে আৰু নাড়ীত তেজৰ সলনি ভয় দ্ৰুত প্ৰবাহিত হৈছে।

কিছুদিন ধৰি অহা দিনবোৰৰ কথা ভাবি ভয়ত সি শুব পৰা নাছিল। দীঘলীয়া ৰোগভোগৰ খৰচৰ তালিকাও দীঘল। লাহে লাহে ঘৰৰ সকলো বস্তু এপদ-এপদকৈ বিক্ৰী হৈ গ'ল, কিন্তু দুলাৰী নদমিল। তাই চাৰে চাৰি মাহ গিৰিয়েকক প্ৰাইভেট ৱাৰ্ডত ৰাখিলে, যিমানপাৰে ভাল চিকিৎসা কৰালে, ঘৰৰ এপদ-এপদকৈ সকলো বস্তু বেচি দিলে আৰু শেষত এটা চাকৰিও ল'লে। তাই এখন ফাৰ্মৰ কৰ্মচাৰী হ'ল। এদিন ফাৰ্মৰ মালিককো তাই হস্পিটালনৈ লৈ গৈছিল। মালিকজন আছিল ক্ষীণ-মীন চাপৰ, আদবয়সীয়া আৰু অলপ লাজকুৰীয়া ধৰণৰ। কথা কম কয়, কেৱল মিচিকিয়াই হাঁহি থাকে। তেওঁক ফাৰ্মৰ মালিকতকৈ কোনো কিতাপৰ দোকানৰ মালিক যেনহে লাগে। দুলাৰী তেওঁৰ ফাৰ্মৰ দুশটকীয়া কৰ্মচাৰী

হৈ গ'ল, তাই বেছি লিখা-পঢ়া নজনা কাৰণে লেফাফাত টিকট লগোৱা কামহে তাইৰ আছিল।

দুলাৰীৰ গিৰিয়েকে ক'লে, "কামটো তেনেই সহজ।"

ফাৰ্মৰ মালিকে উত্তৰ দিলে, "কামটোতো সহজেই। পিছে যিদিনা পাঁচশ-ছশ লেফাফাত টিকট লগাব লগা হয় তেতিয়া এনেকুৱা সহজ কামেই বৰ টান হৈ পৰে।"

দুলাৰীয়ে মিচিকি-হাঁহিৰে ক'লে, "সঁচাকৈয়ে খুব হায়ৰাণ হৈ যাব লাগে।"

মালিকে তাক ক'লে, "ভাল হৈ লোৱাঁ, তেতিয়া তোমাৰ বিবিৰ সলনি কামটো মই তোমাকে দিম।"

ফাৰ্মৰ মালিক ওলাই গ'লত দুলাৰীও তেওঁৰ লগতে গ'লগৈ। তাৰ ভাব হ'ল, আজি যেন দুলাৰীৰ ভৰিৰ খোজত এক অদ্ভুত আত্মমৰ্যাদাৰ ভংগী প্ৰকাশ পাইছে। তাইৰ শৰীৰটো এক ফুলাম গছৰ ডালৰ দৰে ফুটন্ত হৈ পৰিছে। ৱাৰ্ডৰ বাহিৰলৈ আহি মালিকে দুলাৰীৰ প্ৰতি খাতিৰ দেখুৱাই এখন হাতেৰে দুৱাৰখন ঠেলি ধৰি তাইক বাহিৰলৈ যাবলৈ সাহায্য কৰিবলৈ অলপ হালি থিয় হ'ল, আৰু এক মুহূৰ্ত্তৰ বাবে তেওঁৰ ইখন হাত দুলাৰীৰ কঁকালত থ'লে। দুলাৰীৰ গিৰিয়েকৰ ফাৰ্মৰ মালিকৰ প্ৰথম হাতখনৰ কাম পছন্দ হ'ল, তথাপি, সি নিজৰ মনক এই বুলি কৈ সান্ত্বনা দিলে যে কেতিয়াবা কেতিয়াবা মানুহৰ এখন হাতে যি কৰে তাৰ আনখন হাতে তাক গম নাপায়। আৰু ইও হ'ব পাৰে যে তাৰ চকুৰে ভুল, কেৱল ভ্ৰম মাত্ৰ — এই কাৰণেই সি বিশ্বাসৰ সৈতে কোমল গাৰুত মূৰ থৈ গ্লুকোজ ইনজেকশ্যনৰ প্ৰতীক্ষা কৰিবলৈ লৈছিল।

তাৰ তৃতীয়টো অপাৰেশ্যন জেনেৰেল ৱাৰ্ডত হৈছিল। সেই সময়ত দুলাৰী তাইৰ ফাৰ্মৰ মালিকৰ লগত দাৰ্জিলিঙলৈ গুচি গৈছিল। কোনেনো আৰু কিমানদিন অপেক্ষা কৰিব পাৰে। জীৱন ক্ষণস্থায়ী, আৰু জীৱনৰ বসন্ত তাতোকৈ ক্ষণস্থায়ী। যেতিয়া আবেগ উথলি উঠে আৰু চকুত আবেশ নামে, যেতিয়া আঙুলিৰ আগত জুইৰ আঙনি অনুভৱ হয় আৰু বুকুত মিঠা বেথা জাগিবলৈ ধৰে, যেতিয়া চুম্বন ভোমোৰাৰ দৰে ওঁঠৰ পাহিত পৰেহি,আৰু হংসগ্ৰীবা কাৰোবাৰ তপত নিশ্বাসৰ মৃদু উমাল বা'ত ব্যাকুল হয়, তেতিয়া আৰু কোনেনো কিমান দিন ফিনাইল আৰু পেচাবৰ গোন্ধ লৈ থাকিব পাৰে, থুই, পূঁজ আৰু তেজৰ ৰং চাব পাৰে, আৰু মৃত্যুৰ দুৱাৰদলিৰ পৰা উভতি অহা হেকটি শুনিব পাৰে? আৰু সহ্য কৰাৰোতো এটা সীমা আছে আৰু কুৰিবছৰীয়া ছোৱালীৰনো সহ্য কৰাৰ সীমা কি? যাৰ বিয়া হোৱা এতিয়াও দুবছৰেই হোৱা নাই,- যি নিজৰ স্বামীৰ সঙ্গত থাকি বিপদৰ বাহিৰে একো দেখা নাই, তাই যদি নিজৰ স্বপ্ন-বন্ধনত বান্ধ খাই দাৰ্জিলিঙলৈ গুচি যায় তেনেহলে তাৰ বাবে কাক দোষ দিবা?

দুলাৰীয়ে যেতিয়া ঘৰ এৰি গুচি যায় তেতিয়া নিশ্চয় কাৰোবাক দোষী সাব্যস্ত কৰিব পাৰিছিল। দুলাৰীৰ গিৰিয়েকৰ ওপৰত এটাৰ পাছত এটাকৈ আঘাত আহি পৰিছিল, সি প্ৰায় বলিয়াৰ দৰেই হৈ গৈছিল। এতিয়া তাৰ বিপদ আৰু কষ্টত কোনো চিন্তা বা চকুপানী

নোলায়। বাৰে বাৰে হাতুৰীৰ আঘাতত তাৰ হৃদয় ধাতুৰ পাতৰ দৰে শীতল হৈ পৰিছিল। এই কাৰণেই আজি সি হস্পিতালৰপৰা মুক্তি পোৱাতো সি ডাক্তৰৰ ওচৰত কোনো মানসিক পীড়াৰ কথা স্বীকাৰ নকৰিলে। সি তেওঁক নকলে যে, হস্পিতালৰ পৰা ওলাই সি এতিয়া যাব ক'লৈ? এতিয়া তাৰ কোনোঘৰ নাই, কোনো বিবি নাই, সন্তান নাই, চাকৰি নাই, তাৰ হৃদয় শূন্য, জেপ শূন্য আৰু তাৰ সমুখত এক শূন্য, অন্ধকাৰ ভবিষ্যত।

কিন্তু সি তেওঁক এইবোৰ একোকে নকলে, মাত্ৰ ক'লে, "ডাক্তৰ চাহাব, মই খোজ কাঢ়িবই পৰা নাই।"

সেই সময়ত সেই এটা কথাই তাৰ মনত সত্য হৈ অনুভূত হৈছিল, বাকী সকলো কথা তাৰ মনৰপৰা লুপ্ত হৈ গৈছিল। এতিয়া বাট বুলি বুলি সি কেৱল অনুভৱ কৰিব পাৰিলে যে, তাৰ শৰীৰটো যেন ভিজা তুলাৰে তৈয়াৰী, তাৰ মেৰুদণ্ড ভগা, পুৰণা খাটিয়াৰ দৰে খট্‌খট্ কৰিছে। ৰ'দটো বৰ চোকা, পোহৰবোৰে কাঁড়পাতৰ দৰে চকুত বিন্ধিছে, আকাশৰ ওপৰত এক মলিয়ন হালধীয়া ৰঙৰ বাৰ্ণিছ সানি দিয়া হৈছে, গোটেই পৰিবেশটো ক'লা আৰু থুপ খোৱা লেতেৰা মাখিৰ দৰে ভেনভেনাই গাত লিপিত খাই আছে। সি পলাই যাব লাগিব, দূৰৰ ক'ৰবালৈ, দীঘল দীঘল তাঁৰ মেৰিওৱা লাইটৰ খুঁটা থকা ৰাস্তাৰে সি যাব লাগিব, তাৰ মাজেৰেই ঠেলা-হেঁচা কৰি বহুত দূৰলৈ সি পলাই যাব লাগিব। কেতিয়াবাই মৰা মাকলৈ তাৰ মনত পৰিল, মৰা দেউতাকলৈ মনত পৰিল, আফ্ৰিকাত থকা ভায়েকলৈকো মনত পৰিল। সোঁ-সোঁ শব্দেৰে এখন ট্ৰাম তাৰ গাৰ কাযেৰেই পাৰ হৈ গ'ল। ট্ৰামৰ বিজুলীৰ ট্ৰলি, দীঘল বিজুলী-তাঁৰত ঘঁহনি খাই তাৰ শৰীৰত সোমাই যোৱা যেন লাগিল তাৰ। তাৰ এনেহে লাগিল সি যেন মানুহ নহয়, যেন এটা জহি-খহি যোৱা ৰাস্তাহে।

বহুত দেৰীলৈকে সি গৈ থাকিল। আন্দাজতে এফালে গৈ আছিল, যিফালে এদিন তাৰ ঘৰ আছিল। এতিয়া তাৰ ভাৰ হৈছে, তাৰ কোনো ঘৰ নাই। তথাপি সি সেইফালেই বাট লৈছিল, ঘৰলৈ যোৱাৰ তাগিদাত সি অসহায় হৈ বাট বুলিছিল। কিন্তু ৰ'দ বৰ চোকা আছিল, আৰু তাৰ গাটো পোকে কামোৰাৰ দৰে কুটকুটাইছিল, সি ৰাস্তাও পাহৰি গ'ল। তদুপৰি তাৰ শৰীৰত এতিয়া সেইকণ শক্তিও নাই যে বাটৰ মানুহ কাৰোবাক সুধি ল'ব আচল বাটনো কোনপিনে, সুধি ল'ব এয়া চহৰৰ কোন অঞ্চল। ধীৰে ধীৰে তাৰ কাণৰ ভিতৰৰ ট্ৰাম আৰু বাছৰ শব্দ বাঢ়িবলৈ ধৰিলে, চকুৰ দৃষ্টিত দেৱালবোৰ বেঁকা হৈ যাবলৈ ধৰিলে, অট্টালিকাবোৰো খহি পৰিবলৈ ধৰিলে। তাৰ চকুৰ আগত আন্ধাৰ আৰু ভৰিৰ তলত ভূমিকম্প অনুভৱ কৰিবলৈ ধৰিলে। সি হঠাৎ মাটিত পৰি গ'ল।

যেতিয়া তাৰ জ্ঞান আহিল তেতিয়া ৰাতি হ'ল। চেঁচা অন্ধকাৰ চৌদিশে বিয়পি পৰিছে। চকু মেলি চাই দেখে, যিখিনি ঠাইত সি পৰি গৈছিল এতিয়াও তাতেই শুই আছে। ঠাইডোখৰ ফুট পাথৰ এনে এটা কেঁকুৰি য'ত দুফালে দুখন দেৱাল থিয় দি আছে। এখন দেৱাল ফুটপাথৰ গাতে লাগি পোনে পোনে উত্তৰৰপৰা দক্ষিণৰ ফালে গুচি গৈছে, আনখন দেৱাল উত্তৰৰ পৰা পশ্চিমফাললৈ গৈছে। এই দুই দেৱালৰ যোৱাৰ মুখতে সি

শুই আছিল। দেৱাল দুখন প্ৰায় চাৰিফুট ওখ, আৰু দেৱাল দুখনৰ পাছফালে আছিল বাঁহনি আৰু চম্পাফুলৰ জোপোহা, মধুৰি আৰু জামুৰ গছ। সেই গছবোৰৰ সিপাৰে কি আছে সি ক'ব নোৱাৰে। আনফালে, পশ্চিমফালৰ দেৱালৰ সমুখত পঁচিশ-ত্ৰিশ ফুট এৰি এটা পুৰণা ঘৰৰ পাছফালটোৰ এটা অংশ। ঘৰটো তিনিতলীয়া। প্ৰতি তলাৰ পাছফালে এখনকৈ খিড়িকী আৰু একোটা ডাঙৰ ডাঙৰ পাইপ। পাছফালৰ পাইপ আৰু পশ্চিমফালৰ দেৱালৰ মাজতে এটা পঁচিশ-ত্ৰিশ ফুট বহল এমুখীয়া গলি, তাৰ তিনিওফালে দেৱাল আৰু চতুৰ্থফালে পথ। দূৰৰ কোনোবা গীৰ্জাৰ ঘড়ীত তিনি বজাৰ ঘণ্টা বাজিল। সি ফুটপাথৰ ওপৰত শুই শুই কিলাকুটিত ভৰ দি মূৰটো দাঙি ইফালে-সিফালে চাবলৈ ধৰিলে। পথ একেবাৰে উদং। সমুখৰ দোকানবোৰ বন্ধ আৰু ফুটপাথৰ অন্ধকাৰ ছায়াৰ অ'ত-ত'ত কম পোহৰৰ বিজুলী-চাকি মিটমিটাইছে। অলপ সময়ৰ কাৰণে এই শীতল অন্ধকাৰ তাৰ ভাল লাগিল। কিছুপৰ চকু দুটা বন্ধ কৰি সি অলপ ভাবিলে, সি যেন কৰুণা-সাগৰৰ পানীত ডুবি গৈছে।

কিন্তু এই অনুভূতিৰে সি আচলতে নিজকে অলপ সময়ৰ কাৰণে আভুৱা ভাবিছিল, কাৰণ তাৰ এতিয়া খুব ভোক লাগিছিল। অলপ সময় শীতলতাৰ আৰাম উপভোগ কৰাৰ পাছত সি অনুভৱ কৰিলে যে তাৰ বৰ ভোক লাগিছে। অন্ত্ৰৰ অপাৰেশ্যন হোৱাৰপৰা তাৰ পৰা খুব ভোক লাগে। সি ভাবিলে, ডাক্তৰে তাৰ অন্ত্ৰক সক্ৰিয় কৰি দি একো ভাল কাম নকৰিলে। পেটৰ ভিতৰত নাড়ী বিচিত্ৰভাৱে পাক খাইছিল আৰু অন্ত্ৰৰ ভিতৰলৈকে তৰপে তৰপে সোমাই গৈ ৰুটীৰ বাবে তাগিদা দিছিল। এটা সময়ত তাৰ নাকে সভ্য নাগৰিকৰ নাকৰ দৰে কাম নকৰিছিল, বৰং কোনো জংঘলী পশুৰ নাকৰ দৰেহে কাম কৰিবলৈ লৈছিল। নানা বিচিত্ৰ গোন্ধ তাৰ নাকত সোমাইছিলহি। সুগন্ধৰ এক ঐক্যতানে আহি তাৰ চেতনাক আচ্ছন্ন কৰিছিল। আচৰিত কথা যে সি এই সুগন্ধ ঐক্যতানৰ প্ৰতিটো সুৰৰ সুকীয়া অস্তিত্ব চিনিব পাৰিছিল। এয়া জামুৰ গোন্ধ, এইটো মধুৰিৰ, এয়া হ'ল ৰজনীগন্ধাৰ কলিৰ গোন্ধ, এয়া তেলত ভজা পুৰীৰ। এইটো নহৰু-পিয়াঁজত ভজা আলুৰ গোন্ধ, এইটো মূলাৰ গোন্ধ, এয়া বিলাহীৰ, এইটো কোনো পচা ফলৰ, এইটো পেচাবৰ গোন্ধ, এইটো সেমেকা মাটিৰ গোন্ধ — বোধ হয় নানা গোন্ধৰ সমাবেশৰ পৰাই এইবোৰ আহিছিল। এইটো গোন্ধৰ প্ৰতিটো ৰূপ, ভাৰ, গতি আৰু উগ্ৰতা পৰ্যন্ত সি অনুভৱ কৰিব পাৰিলে। হঠাৎ তাৰ চেতনা হ'ল, যে কি ভীষণ ক্ষুধাই তাৰ সুপ্ত ঘ্ৰাণশক্তিক সজাগ কৰি দিছে! সি চমকি উঠিল। কিন্তু এই কথাটোত সি বেছি গুৰুত্ব নিদি যিফালৰপৰা তেলত ভজা পুৰী আৰু নহৰুৰে ভজা আলুৰ গোন্ধ আহিছিল সেইফালে, শৰীৰটো চোচোঁৰাই চোচোঁৰাই ধীৰে ধীৰে অন্ধকাৰ গলিৰ ভিতৰলৈ লৈ যাবলৈ ধৰিলে, কাৰণ শৰীৰত তাৰ খোজ কঢ়াৰ শক্তি একেবাৰেই নাছিল। প্ৰতি মুহূৰ্ত্ততে তাৰ ভাৱ হৈছিল, সি যেন গভীৰ পানীৰ মাজত ডুবি গৈছে। একোবাৰ এনে লাগিছে যেন কোনো ধোবাই তাৰ নাড়ীডাল ধৰি মুচৰি দিছে। আকৌ তাৰ নাকত পুৰী আৰু আলুৰ ক্ষুধা-জগোৱা গোন্ধ আহি লাগিছিলহি। সি অধীৰ হৈ আধা মুদা চকুৰে, নিজৰ নিৰ্জীৱ শৰীৰটো টানি-আজুৰি যিফালৰপৰা আলু-পুৰীৰ গোন্ধ আহিছিল সেইফালে নিবলৈ যত্ন কৰিলে।

কিছু সময়ৰ পাছত সি সেই ঠাইখিনি পাই দেখিলে পশ্চিমফালৰ দেৱাল আৰু তাৰ সমুখৰ অট্রালিকাৰ পাছফালৰ পাইপ বিলাকৰ মাজত পঁচিশ-ত্রিশ ফুট আঁতৰত আৰ্বজনা পেলোৱা খুব ডাঙৰ লোৰ টব আছে। পোন্ধৰ ফুট বহল আৰু ত্রিশ ফুট দীঘল এই টবটো। নানা ধৰণৰ আবর্জনাৰে ভৰা। গেলা-পচা ফলৰ বাকলি, পাউৰুটীৰ ভেঁকুৰা টুকুৰা, চাহপাত, এটা পুৰণা জেকেট, কেঁচুৱা ল'ৰা-ছোৱালীৰ লেতেৰা ফটাকানি, কণীৰ চোকোৰা, ফটা খবৰৰ কাগজ, আলোচনীৰ ফটা-ছিটা পাত, ৰুটিৰ টুকুৰা, লোৰ টুকুৰা, প্লাষ্টিকৰ খেলনা, মটৰমাহৰ বাকলি, পদিনাৰ পাত, কলপাতত বন্ধা আধাখোৱা পুৰী আৰু আলু। পুৰী আৰু আলু ভজা দেখি তাৰ পেটে আকৌ পাক দিবলৈ ধৰিলে। কিছু সময় সি তাৰ অধীৰ হাতখন কোনোমতে টানি ৰাখিলে, কিন্তু নানা মনোমোহা গোন্ধ আহি যেতিয়া তাৰ নাকত লাগিবলৈ ধৰিলে তেতিয়া সেই আলু আৰু পুৰীৰ ক্ষুধা-জগোৱা গোন্ধ তীব্ৰ হৈ উঠিল। যেন ঐক্যতানৰ কোনো এটা স্বৰ হঠাতে খুব তীব্ৰভাবে বাজি উঠিল আৰু মুহূৰ্ত্তে তাৰ সংযমৰ সকলো বান্ধ খহি পৰিল। তাৰ কম্পিত অধীৰ হাতে ততালিকে সেই কল্পনাত খামুচি ধৰিলে আৰু তাৰ অমানুষিক ক্ষুধা সেই পুৰীকেইখনৰ ওপৰত জপিয়াই পৰিল। পুৰী-তৰকাৰী খাই সি বাৰে বাৰে কলপাতখন চেলেকিবলৈ ধৰিলে। চেলেকি পাতখন এনেকৈ পৰিষ্কাৰ কৰি পেলাইছিল যে দেখাত লাগিল সেইখন এখন নতুন পাতহে। কলপাত চেলেকাৰ পাছত সি তাৰ আঙুলি চেলেকিলে আৰু দীঘল দীঘল নখৰ মাজত সোমাই থকা আলুৰ তৰকাৰীৰ কণাবোৰো জিভাৰ আগেৰে চেলেকি খাবলৈ ধৰিলে। তাতো তৃপ্তি নপলাল। হাত বঢ়াই আবর্জনা ঘাঁটি তাৰপৰা পদিনাৰ পাতো উলিয়াই খাবলৈ ধৰিলে। মূলাৰ টুকুৰা দুটামানো খালে আৰু বিলাহীৰ এডোখৰ পাই চুহি তৃপ্তিৰে ৰস খালে। এই সকলোবোৰ খাই হ'লত সৰ্বাংগলৈ নামি আহিল অৱসাদভৰা টোপনিৰ ঢল। সি সেই টবটোৰ কাষতে শুই থাকিল।

এনেকুৱা এলাহ-এলাহ ভাব আৰু টোপনিত অৰ্ধচেতনাৰ মাজতে আঠ-দহদিন পাৰ হ'ল। সি চুঁচৰি চুঁচৰি টবৰ কাষলৈ যায় আৰু যি পায় তাকে খায়। ক্ষুধা-জগোৱা গোন্ধৰ তৃপ্তি হৈ গ'লে আন বেয়া গোন্ধ তাৰ নাকত লাগেহি আৰু তেতিয়া সি চুঁচৰি চুঁচৰি টবটোৰ পৰা আঁতৰি ফুটপাথৰ মূৰলৈ গৈ পাছফালৰ দেৱালত হেঁচা দি টোপনি যায়।

পোন্ধৰ-বিশ দিনৰ পাছত ধীৰে ধীৰে তাৰ শৰীৰলৈ বল আহিল। ধীৰে ধীৰে সি নিজৰ পৰিবেশৰ লগত চিনাকি হবলৈ ধৰে -- এই ঠাইডোখৰ কিমান ভাল, ইয়াত ৰ'দ নপৰে। গছৰ ছাঁ আছে। কেতিয়াবা কেতিয়াবা পাছফালৰ অট্টালিকাৰ খিৰিকী খুলি যায় আৰু কোনোবাই হাত মেলি তলৰ টবটোত আবর্জনা পেলায়। এই আবর্জনাই তাৰ অন্নদাতা, দিনে-নিশাই তাক অন্ন যোগায়। এয়েই তাৰ জীৱন ৰক্ষক। দিনত আলিবাট সচল হৈথাকে, দোকানবোৰ খোলা থাকে। মানুহ ঘুৰি ফুৰে, তিৰোতা মানুহবোৰ ৰঙীন চিলাৰ দৰে হালি-জালি গৈ থাকে, সৰু ল'ৰা-ছোৱালীবোৰে চৰাইৰ দৰে কিচিৰ-মিচিৰ কৰি বাটেৰে যায়--

কিন্তু সেইখন এক বেলেগ জগত। এইজগতৰ লগত তাৰ কোনো সম্পৰ্ক নাই, এইখন জগতত তাৰ এতিয়া কোনো নাই আৰু সিও কাৰো নহয়। এইখন জগতৰ প্ৰতি তাৰ ঘৃণা আৰু এইখন জগতৰ পৰা সি মুখ ঘূৰাই লৈছে। চহৰৰ গলি, বজাৰ, আলিবাট তাৰ বাবে এখন ধুঁৱলি-কুঁৱলি ছায়াময় জগত। ইয়াৰ বাহিৰে বাকৰি, খেল-পথাৰ মুকলি আকাশ তাৰ বাবে এক ব্যৰ্থ কল্পনা। ঘৰ-সংসাৰ, কাম-কাজ, জীৱন,সমাজ, সংঘৰ্ষ– এইবোৰ অৰ্থহীন শব্দ গলি-পচি আবৰ্জনা ৰাশিত মিলি গৈছিল। সেই দূৰৰ জগতৰপৰা সি তাৰ মুখ ঘুৰাই ল'লে। এতিয়া তাৰ এইখনেই জগত– পোন্ধৰ ফুট দীঘল, ত্ৰিশফুট বহল।

মাহৰ পিছত বছৰ পাৰ হৈ গ'ল। সি সেই আলি-কেঁকুৰিতে বহি থাকে। মানুহৰ চকুত সি এজোপা টকলা পুৰণি গছৰ দৰে, এটা পুৰণি স্মৃতি-চিনৰ দৰে হ'ল। সি কাৰো লগত কথা নাপাতে, কাৰো কামত নালাগে, কাৰোপৰা ভিক্ষা নিবিচাৰে। যদি কেতিয়াবা সি তাৰপৰা উঠি গুচি যায়, তেতিয়া তাৰ প্ৰতিজন মানুহেই আচৰিত হয় আৰু বোধহয় কিছু দুখো অনুভৱ কৰে।

সকলোৱে তাক জঞ্জাল-বাবা বুলি কয়। সকলোৱে জানে যে সি জঞ্জালৰ টবৰপৰা আহাৰ সংগ্ৰহ কৰি খায়। আৰু যিদিনা তাত একো খাবলৈ নাপায়, সেইদিনা একো নোখোৱাকৈয়ে সি তাতে শুই থাকে। বছৰৰ পাছত বছৰ ধৰি বাটৰ মানুহে আৰু ইৰাণী ৰেষ্টোৰাবালাবোৰ তাৰ এই স্বভাৱৰ কথা জানিছিল। তাক কিবা দিব খুজিলে সিহঁতে প্ৰায়েই সেই আবৰ্জনাৰ স্তুপৰ ওপৰত পেলাই দিছিল। ইফালে অট্ৰালিকাৰ পাছফালৰ খিৰিকীৰেও লেতেৰা জাবৰৰ উপৰি অন্য খোৱাবস্তুও পেলাই দিছিল। গোটা পুৰী, কাবাব, যথেষ্ট তৰকাৰী, মাংসৰ টুকুৰা, আধাখোৱা আম, চাটনি, কাবাৰৰ টুকুৰা আৰু ক্ষীৰ লাগি থকা কলপাত। খোৱা-পিন্ধাৰ বাবে ভাল-বেয়া সকলো বস্তু জঞ্জাল-বাবাই এই টবটোৰ ভিতৰতে পায়। কেতিয়াবা ফটা পায়জামা, পেলাই দিয়া জাঙিয়া, ফটা জেলজেলিয়া কামিজ, প্লাষ্টিকৰ গিলাচ। ইতো আবৰ্জনাৰ টব নহয়– তাৰ বাবে ই মুকলি বজাৰ– য'ত সি দিন দুপৰত সকলোৰে চকুৰ আগতে কথাৰ মাহিলা মাৰে। যি দোকানৰ পৰা যি কিনিব লাগে সি বিনা পইচাই কিনে। এই বজাৰৰ সিয়ে একমাত্ৰ মালিক। পোনতে কেইটামান ভোকাতুৰ মেকুৰী আৰু ভতুৱা কুকুৰে তাৰ লগত কাজিয়া কৰিছিলহি। কিন্তু মাৰ-মাৰ কৈ সি সিহঁতক খেদি পঠিয়াইছিল। এতিয়া এই জঞ্জাল-টবৰ সি একমাত্ৰ মালিক। তাৰ অধিকাৰ সকলোৱে স্বীকাৰ কৰি লৈছে। মাহেকত এবাৰ মিউনিচিপেলিটিৰ মানুহ আহি টবৰ জঞ্জাল চাফা কৰি গুচি যায়। জঞ্জাল বাবাৰ তাত আপত্তি নাথাকে, কাৰণ সি জানে যে পাছদিনাৰ পৰাই সেইটো আকৌ ভৰিবলৈ ধৰিব। তাৰ বিশ্বাস আছিল যে এই পৃথিবীৰ সকলো মংগল শেষ হৈ যাব পাৰে, প্ৰেম শেষ হৈ যাব পাৰে, মিত্ৰতাও শেষ হৈ যাব পাৰে, কিন্তু আবৰ্জনাৰশেষ নাই। সমস্ত জগতৰপৰা মুখ ঘুৰাই লৈ সি জীয়াই থকাৰ শেষ উপায় শিকি লৈছিল।

সেই বুলি সি যে বাহিৰৰ জগতৰ কোনো খবৰ নাৰাখিছিল সেইটো নহয়। চহৰত চেনিমহঙা হলে আবৰ্জনাৰ টবতো মিঠাইৰ টুকুৰাৰ চেহেৰা দেখিবলৈ নোহোৱা হয়। ঘেঁহুৰ দাম চৰিলে ডবল ৰুটীৰ এটা টুকুৰাও দেখিবলৈ নোহোৱা হয়। চিগাৰেটৰ দাম

বাঢ়িলে হুপি পেলাই দিয়া চিগাৰেটৰ টুকুৰা ইমান সৰু হয় যে সি তাক জ্বলাই হোপাৰ উপায় নাথাকে। যেতিয়া জমাদাৰবোৰে হৰতাল কৰিছিল তেতিয়া দুমাহ তাৰ টব চাফা কৰা হোৱা নাছিল। আকৌ বক্ৰীদৰ দিনা যিমান মাংস পোৱা যায়, আন সময়ত কেতিয়াও সিমান পোৱা নাযায়, দেৱালীৰ দিনতো টবৰ বিভিন্ন অংশত বহুতো মিঠাইৰ টুকুৰা পোৱা যায়। বাহিৰৰ জগতৰ এনে কোনো ঘটনা নাই যাৰ সন্ধান সি আবৰ্জনাৰ টবৰ পৰা নাপায়। যোৱা মহাযুদ্ধৰ পৰা তিৰোতাৰ গোপন ৰোগবোৰলৈকে। কিন্তু বাহিৰৰ জগতৰ প্ৰতি তাৰ কোনো আগ্ৰহ নাছিল।

পঁচিশ বছৰ ধৰি সি এই আবৰ্জনাৰ টবৰ কাষতে বহি বহি নিজৰ জীৱন কটাই দিলে। দিন-ৰাতি মাহ-বছৰ তাৰ মূৰৰ ওপৰেদি বতাহৰ ঢৌৰ দৰে পাৰ হৈ গ'ল, তাৰ মূৰৰ চুলি শুকাই শুকাই বট গছৰ জৰীৰ দৰে ওলমি পৰিল। তাৰ ক'লা দাড়ি বগা হৈ গ'ল। গাৰ ৰঙ মদৰুৱা হ'ল, ক্ৰমান্বয়ে শুকান বেঙুনীয়া হৈ গ'ল। তাৰ ময়লা চুলি, ফটা-চিটা কাপোৰ আৰু দুৰ্গন্ধময় শৰীৰটোৰ ফালে চালে বাটৰ মানুহৰ তাক স্বয়ং এটা আবৰ্জনাৰ টব যেন লগা হ'ল— এনেকুৱা এটা টব যি কেতিয়াবা কেতিয়াবা আঙতি-ভিঙতিখন কৰে আৰু আনৰ লগত নহয় নিজৰ লগত বা কেতিয়াবা জঞ্জাল-টবৰ লগত কথা পাতে।

মানুহে জঞ্জাল-বাবাক টবটোৰ লগত কথা পতা দেখিলে কেতিয়াবা থমক্ খাই ৰৈ যায়। কিন্তু তাততো আচৰিত হবলগীয়া একো নাই! জঞ্জাল-বাবাই মানুহৰ লগত কোনো কথা নকলেও, সিহঁতৰ আচৰিত হোৱা ভাৱ দেখি মনে মনে নিশ্চয় ভাবিছিল, যে এই সংসাৰত তাৰনো কোন আছে যে মানুহৰ লগত কথা পাতিব? বাস্তৱতে এই সংসাৰত যিমান কথা-বতৰা হয় সিতো মানুহৰ লগত নহয়, হয় কেৱল নিজৰ জাতৰ লগত আৰু সিঁহতৰ কিবা স্বাৰ্থৰ মাজতহে। দুই বন্ধুৰ মাজতো যি কথা-বতৰা হয় সিও বাস্তৱতে একপ্ৰকাৰ স্বগত কথনহে। এই দুনিয়াখনেই এটা প্ৰকাণ্ড আবৰ্জনাৰ স্তূপ। ইয়াত আটায়ে নিজৰ নিজৰ স্বাৰ্থৰ কোনো টুকুৰা, ব্যক্তিগত লাভৰ কোনো বাকলি বা মুনাফাৰ কোনো ফটাকানি খামুচি আনিবলৈ সকলো সময়তে প্ৰস্তুত হৈ আছে। যিবোৰে মোক তুচ্ছ-তাচ্ছিল্য কৰে বা নীচ বুলি ভাবে সিহঁতে নিজৰ মনৰ পাছফালটোলৈ চাওক— তাত কত আবৰ্জনা, গেৰেকনি আছে। সেই আবৰ্জনা কেৱল যমৰাজেহে তুলি নিব।

এইদৰে দিনৰ পাছত দিন যায়, কত দেশ স্বাধীন হ'ল, কত পৰাধীন হ'ল, কত চৰকাৰ আহিল, কত চৰকাৰ গ'ল, কিন্তু জঞ্জালৰ এই টব য'তে আছিল তাতে থাকিল আৰু তাৰ কাষত জঞ্জাল-বাবাও সেইদৰেই অৰ্ধচেতনভাবে সমস্ত দুনিয়াৰ পৰা মুখ ঘূৰাই বহি থাকিল। মনে মনে বলকি থাকিল। জঞ্জালৰ টব খুঁচৰি থাকিল।

তাৰ পাছত এদিন নিশা সেই এন্ধাৰ গলিত টবটোৰপৰা কেইফুটমান আঁতৰত ফটা কাপোৰেৰে গাটো ঢাকি দেৱালত পিঠি থৈ কুঁজা হৈ শুই আছিল। হঠাতে এটা তীব্ৰ চিঞৰ শুনি চমকি উঠি সি সেই জঞ্জাল-টবৰ ফালেই লৰি গ'ল। সেই তীক্ষ্ণ চিঞৰটো টবটোৰপৰাই আহিছিল।

টবটোৰ ওচৰলৈ গৈ সি খেপিয়াবলৈ ধৰিলে। কোমল মাংসপিণ্ডত তাৰ হাতখন লাগিলগৈ। আকৌ টবৰ মাজত পাউৰুটীৰ টুকুৰা, চোবোৱা হাড়, পুৰণা জোতা, কাঁচৰ টুকুৰা, আমৰ বাকলি, বাহি চাটনী, ভগা-ছিগা বটলৰমাজত এটা নবজাত উলংগ শিশু পৰি আছে আৰু হাত-ভৰি আচাৰি তীব্ৰ সুৰত চিঞৰিবলৈ ধৰিছে।

কিছু সময় জঞ্জাল-বাবাই স্তম্ভিত হৈ নবজাত শিশুটোলৈ চাই ৰ'ল — যি নিজৰ এধানমান শৰীৰটোৰ সমস্ত শক্তিৰে নিজৰ আগমন ঘোষণা কৰিবলৈ ধৰিলে। বাবাই কিছুসময় মনে মনে থাকি, হতভম্ব হৈ চকু ডাঙৰ ডাঙৰ কৰি এই দৃশ্য চাই থাকিল। তাৰ পাছত লৰালৰিকৈ আগলৈ হাউলি জঞ্জালৰ টবৰপৰা কেঁচুৱাটোক নিজৰ বুকুত তুলি লৈ তাক ফটাকানিৰে মেৰিয়াই ললে।

কিন্তু কেঁচুৱাটোৱে তাৰ কোলাত উঠি কোনোমতেই মনে মনে নাথাকে। এই জীৱনলৈ সি আহিছেহে মাত্ৰ, সি তাৰস্বৰে তাক ক্ষুধাৰ কথা ঘোষণা কৰিবলৈ ধৰিলে। দাৰিদ্ৰ্য কি হ'ব পাৰে, মমতা কিমান ভীৰু হ'ব পাৰে, জীৱন কিদৰে ব্যৰ্থ হৈ যাব পাৰে, জীৱনক কেনেদৰে ময়লা, দুৰ্গন্ধময় কৰি জঞ্জালৰ টবত পেলাই দিব পাৰে, এতিয়া সি একোকে নাজানে। এতিয়া সি কেৱল ভোকাতুৰ। এতিয়া সি চিঞৰি চিঞৰি নিজৰ পেটৰ ওপৰত হাতৰ ভৰ থৈছে আৰু ভৰি আছাৰিছে।

কেঁচুৱাটোক কেনেকৈ শান্ত কৰিব জঞ্জাল-বাবাই তাৰকোনো উপায় পোৱা নাছিল। তাৰ হাতত একো নাই— না গাখীৰ, না চুপিবলৈ কিবা। সি একো নিচুকণী গীতো নাজানে। সি অস্থিৰ হৈ কেচুৱাটোৰ পিঠি থপৰিয়াবলৈ ধৰিলে আৰু খুব হতাশ হৈ নিশাৰ এন্ধাৰত চাৰিওফালে চাবলৈ ধৰিলে, ক'ৰবাত গাখীৰ পোৱা যায় নেকি। কিন্তু যেতিয়া তাৰ মূৰত একো নেখেলালে সি জঞ্জালৰ পৰা এটা আমৰ গুটি বিচাৰি আনি তাৰ মূৰটো কেঁচুৱাটোৰ মুখত দিলে।

আধা-খোৱা আমৰ মিঠা ৰস যেতিয়া কেঁচুৱাটোৰ মুখলৈ যাবলৈ ধৰিলে, তেতিয়া সি কান্দি কান্দি লাহে লাহে শাঁত হৈ জঞ্জাল-বাবাৰ কোলাতে টোপনি গ'ল। আমৰ গুটি পিছলি মাটিত পৰি গ'ল আৰু কেঁচুৱাটো তাৰ কোলাত নিশ্চিন্তমনে শুই থাকিল। আমৰ হালধীয়া ৰস তেতিয়াও তাৰ কোমল ওঁঠত লাগি আছিল আৰু তাৰ কোমল আঙুলিয়ে জঞ্জাল-বাবাৰ বুঢ়া-আঙুলিটো জোৰে খামুচি ধৰি আছিল।

এক মুহূৰ্ত্তলৈ জঞ্জাল-বাবাই কেঁচুৱাটো তাতে পেলাই থৈ ক'ৰবালৈ পলাই যোৱাৰ কথা ভাবিলে। ধীৰে ধীৰে কেঁচুৱাটোৰ আঙুলিৰ পৰা বুঢ়া আঙুলিটো এৰুৱাই আনিবলৈ চেষ্টা কৰিলে। কিন্তু কেঁচুৱাটোৱে বৰ জোৰেৰে ধৰি আছিল। জঞ্জাল-বাবাৰ ভাৱ হ'ল, জীৱনে তাক আকৌ ধৰি পেলাইছে আৰু ধীৰে ধীৰে তাক টানি নিজৰ কাষলৈ লৈ গৈছে। হঠাৎ তাৰ দুলাৰীৰ কথা মনত পৰিল। আৰু মনত পৰিল সেই কেঁচুৱাটোৰ কথা যিটো দুলাৰীৰ গৰ্ভতে নষ্ট হৈ গৈছিল। আৰু হঠাতে জঞ্জাল-বাবাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। আজি সমুদ্ৰৰ পানীতো ইমান তৰঙ্গ নাছিল, যিমান তাৰ চকুত আছিল, যিমান

ময়লা আৰু দুৰ্গন্ধ যোৱা পঁচিশ বছৰে তাৰ মনত গোট খাইছিল, আজি সি অশ্ৰুবন্যাত উটি-ভাঁহি গৈ নিকা হৈ পৰিল।

ওৰে নিশা সেই সদ্যজাত শিশুটিক নিজৰ কোলাত লৈ অস্থিৰ আৰু অশান্ত খোজেৰে জঞ্জাল-বাবাই ফুটপাথত অহা-যোৱা কৰি থাকিল। যেতিয়া ৰাতি পুৱাল আৰু সূৰ্য্যৰ পোহৰে দেখা দিলে, তেতিয়া মানুহে দেখিলে জঞ্জাল-বাবা আজি জঞ্জাল টবৰ কাষত বহি থকা নাই। বাটৰ দাঁতিত সাজি থকা অট্টালিকাৰ তলত ইটা কঢ়িয়াইছে; আৰু সেই অট্টালিকাৰ কাষত থকা গুলমোহৰৰ গছ এজোপাৰ ছাঁত ফুলাম কাপোৰত শুই এটি এধানমান শিশুৱে মুখত গাখীৰৰ চুপিকাঠি লৈ হাঁহিছে।



# দলিছা

আজিতো এই দলিছা পুৰণি হৈ গ'ল। কিন্তু আজিৰ পৰা দুবছৰৰ আগতে মই যেতিয়া হজৰৎগঞ্জৰ দোকানৰ পৰা এই দলিছাখন কিনিছিলোঁ তেতিয়া ই কোমল আছিল। ইয়াৰ আঁহ আছিল কোমল, হাঁহি আছিল কোমল আৰু ৰঙো আছিল কোমল। এতিয়া নহয়, দুবছৰৰ আগতে। এতিয়াতো ইয়াত বিহ সোমাল। ইয়াৰ প্ৰতিডাল সূতা বিষাল আৰু দুৰ্গন্ধ হৈ পৰিছে। ৰঙো জ্বলি গ'ল। ইয়াৰ মিচিকি হাঁহিত অশ্ৰুৰ স্পৰ্শ আৰু উপদংশগ্ৰস্ত ৰোগীৰ গাৰ দৰে ঠায়ে ঠায়ে গাঁত হৈ গৈছে। আগতে এই দলিছা আছিল উজ্জল, এতিয়া মলিন। বিষালী হাঁহি হাঁহে আৰু এনেকৈ উশাহ লয় যেন জগতৰ সকলো আবৰ্জনা তাৰ বুকুত বান্ধি লৈছে।

এই দলিছাৰ দীঘ আছিল ন-ফুট। বহল পাঁচ ফুট। এখন পূৰা পালেঙ যিমান বহল সিমানেই। দলিছাৰ চাৰিও কাষ দেড় ইঞ্চি বহল বাদামী ৰঙৰ। ইয়াৰ পাছতেই আচল দলিছা আৰম্ভ। ডাঠ ৰঙা ৰঙেৰে আৰম্ভ হৈছে। দলিছাৰ পূৰা দীঘ আৰু পথালি জুৰি এই ডাঠ ৰঙা ৰং। বিলৰ দৰে হৈ পৰিছে। এই বিলৰ মাজতো আকৌ ৰঙা ৰঙৰ কেইটামান জলমলনিয়ে আৰু কেইটামান ৰঙৰ খেলা দেখুৱাইছে। ডাঠ ৰঙা, গুলপীয়া,পাতল গুলপীয়া আৰু অপৰিষ্কাৰ তেজৰ দৰে ৰঙা। শুবৰ পৰত মই সদায় দলিছাখনৰ এই অংশটোৰ ওপৰত মূৰ থৈছিলোঁ আৰু সদায় অনুভৱ কৰিছিলোঁ যেন মোৰ মূৰত জোঁক লাগি আছে, আৰু সিহঁতে মোৰ দুৰ্গন্ধময় তেজ সুহি খাইছে।

এই ৰক্তাক্ত চাৰিকোণীয়া ক্ষেত্ৰৰ ভিতৰত আৰু পাঁচটা চৌকোণ আছে। সেইবিলাকৰ ৰং বেলেগ বেলেগ। এই চৌকোণবোৰ দলিছাখনৰ গোটেই বহল আয়তনত সিচঁৰতি হৈ আছে। শেষ চৌকোণতে দলিছাৰ দীঘ শেষ হৈছে। তাৰপাছতে দলিছাৰ পাৰী আৰম্ভ হৈছে। তেজ-ৰঙা চৌকোণৰ ঠিক তলতে তিনিটা সৰু সৰু চৌকোণ আছে। প্ৰথমটো বগা আৰু ক'লা ৰঙৰ শতৰঞ্জ, দ্বিতীয়টো বগা আৰু নীলা ৰঙৰ, তৃতীয়টো কজলা আৰু খাকী ৰঙৰ। এই শতৰঞ্জবিলাক আঁতৰৰ পৰা দেখিবলৈ ঠিক বসন্তৰ সাঁচৰ দৰে লাগে। কাষৰ পৰা চালেও ইয়াৰ সৌন্দৰ্য্য একো বেছি যেন নেদেখি। বৰং নীলামত কিনা পুৰণা কোটৰ দৰে লেতেৰা-লেতেৰা যেন দেখি। প্ৰথম চৌকোণটোক যদি তেজৰ বিল বুলি ভাবোঁ, তেনেহলে বাকী তিনিটা চৌকোণ মিলি পূঁজৰ বিলৰ দৰে দেখা যায়। এইবোৰৰ বগা, ক'লা, হালধীয়া, কজলা ৰং পাপৰ বিলৰ মাজত গাত গা লগাই থকা যেন দেখা যায়। এই

বিলৰ মাজতে মোৰ দুই কান্ধ, বোৰ হৃদয় আৰু মোৰ হাড়ৰ সজাৰ মাজত হাওঁফাওঁ থাকে।

চতুৰ্থ চৌকোণৰ ৰং হালধীয়া, পঞ্চমৰ ৰং সেউজীয়া। সমুদ্ৰৰ সেউজীয়াৰ দৰে গাঢ় সেউজীয়া। বসন্ত ঋতুৰ সেউজৰ দৰে নহয়। ই এক সৰ্বনশীয়া ৰঙ। এই ৰঙে হাঙ্গৰৰ কথা মনলৈ আনে আৰু ডুবন্ত জাহাজৰ যাত্ৰীৰ আৰ্তনাদ শুনা যেন লাগে। উচ্ছল ধুমুহাৰ তৰঙ্গৰ গৰ্জন আৰু কম্পনৰ সৃষ্টি কৰে। এই হালধীয়া-মটীয়া ৰং অমঙ্গলীয়া। এই ৰং কেসৰৰ দৰে। বসন্তৰ দৰে হালধীয়া নহয়। এই ৰং মাটিৰ দৰে ঢেলা হালধীয়া। ক্ষয় ৰোগীৰ দৰে হালধীয়া। প্ৰথম পাপৰ দৰে হালধীয়া। ই এনেকুৱা হালধীয়া ৰং, য'ত অনুতাপৰ পাতল অনুভৱ এটাও আছে। মোৰ এনে লাগে, এই চৌকোণে বাৰে বাৰে যেন কৈছে, "মই কিয় হৈছোঁ? মই কিয় হৈছোঁ?"

য'ত মই মোৰ মূৰটো থৈ শোঁও তাৰ সৌফালে নীলা আৰু হালধীয়া ৰঙৰ দহডাল স ৰল ৰেখা আছে আৰু যত মোৰ প্ৰসাৰিত ভৰি পৰেগৈ তাত এঘাৰডাল সৰল ৰেখা। ই হালধীয়া আৰু ডাঠ কমলা ৰঙৰ। দলিছাৰ সোঁ-মাজত ৰঙা আৰু বগা ৰঙৰ ছডাল সৰল ৰেখা আৰু তাৰ মাজতে আছে এটা ডাঠ ক'লা ৰঙৰ বিন্দু। যেতিয়া মই দলিছাত টোপনি যাওঁ, তেতিয়া মোৰ এনেহে লাগে যেন কোনোবাই মোক ভৰিৰ পৰা মূৰলৈকে ৰেখাৰ জালত বন্দী কৰি পেলাইছে। মোক যেন কোনোবাই ক্ৰুছত আঁৰি দি মোৰ মনৰ ভিতৰত এক গাঢ় ক'লা ৰঙৰ গজাল মাৰি দিছে। চাৰিওফালে দুৰ্গন্ধময় তেজ, পুঁজ আৰু গভীৰ ৰঙৰ সমুদ্ৰ, যি হাঙৰ আৰু সহস্ৰপদী সামুদ্ৰিক প্ৰাণীৰে ভৰা। দলিছাত শুবৰ সময়ত মোৰ যি কষ্ট হৈছিল বোধহয় ক্ৰুছ শায়িত যীশুৰো ইমান কষ্ট হোৱা নাছিল। কিন্তু কৃচ্ছ্ৰ-সাধনা মানৱ জীৱনৰ এটা নিয়মেই। এই কাৰণেই মই নিজে দলিছাখন আঁতৰাই দিব নোৱাৰোঁ। আৰু তাকে কৰিব নোৱাৰোঁ কাৰণেই নতুন এখন দলিছা কিনাৰ সাহস কৰিব পৰা নাই। মোৰ এখনেই দলিছা আৰু মনত হয় মৰাৰ সময়লৈকে এই এখনেই দলিছা থাকিব।

এই দলিছাখন আচলতে এগৰাকী গাভৰুৱে কিনিব খুজিছিল। হজৰৎগঞ্জৰ এখন দোকানৰ ভিতৰত তাই যেতিয়া এইখন মেলি চাইছিল, তেতিয়াই মোৰ পছন্দ হৈছিল। গাভৰু গৰাকীয়ে মনস্থিৰ কৰিব নোৱাৰি এইখন এৰি ব্লাউজৰ বাবে চিল্ক কাপোৰ চাইছিল।

মই মেনেজাৰক ক'লোঁ, "মই এই দলিছাখন কিনিব খোজোঁ।"

তেওঁ গাভৰু গৰাকীলৈ ইংগিত কৰি ক'লে, "মিচ্ ৰূপবতীয়ে বোধহয় এইখন পছন্দ কৰিছেই। ৰ'ব মই তেওঁক সোধোঁ।"

ৰূপৱতীয়ে ক'লে,"দলিছাখন বেয়া নহয়।"

".... বেয়া নহয়, কি কৈছে আপুনি?" থত্মত্ খাই মই ক'লো, "এনেকুৱা দলিছা দুনিয়াত আৰু ক'তো পোৱা নাযাব। দান্তেৰ কল্পনাতো এনেকুৱা সুন্দৰ নক্সা ফুটি নুঠিব। এই দলিছা হাস্পিটালৰ লেতেৰা বাল্টিৰ নিচিনা সুন্দৰ। উন্মাদৰোগীৰ দৰে আত্মপ্ৰশংসামুখৰ। জুই আৰু পুঁজৰ নৈয়ে হাতিমতাইৰ যাত্ৰাৰ কথা মনলৈ আনি দিছে। প্ৰাচীন ইটালীয় সন্ন্যাসী চিত্ৰকৰৰ

অনুপম কৃতিৰ কথা মনত পেলাই দিছে। ই দলিছা নহয়, ইতিহাস। মানৱতাৰ আত্মা।"

তেওঁ হাঁহিলে। তেওঁৰ দাঁত ধপধপীয়া বগা। কিন্তু অলপ বেঁকা-বেঁকী, এটাৰ ওপৰত এটা উঠা। তথাপি তেওঁৰ হাঁহি মনোমোহা যেন লাগে। তেওঁ ক'লে, "আপুনি কেতিয়াবা ইটালীলৈ গৈছিল নেকি?"

মই উত্তৰ দিলোঁ, "ইটালী দূৰৰ কথা — মইতো এতিয়ালৈকে হজৰৎগঞ্জৰ সিফাললৈকে যোৱা নাই। ইয়াতেই জীৱন শেষ হ'লহি --- এই পাণৰ দোকানত আৰু সৌ কফি-হাউচত।"

মেনেজাৰে তেতিয়া দুজনক পৰিচয় কৰাই দিয়া উচিত বুলি ভাবিলে। ক'লে, "এখেত শিল্পী। কাগজত ছবি আঁকে। আৰু এখেত মিছ ৰূপৱতী। ইয়াৰ ছোৱালীৰ কলেজলৈ প্ৰিন্সিপাল হৈ আহিছে। অলপতে ইংলেণ্ডৰ পৰা শিক্ষা লৈ ইয়ালৈ ....।"

তেওঁ ক'লে, "বে'চ, এই দলিছাখন আপুনিয়ে লওক। মোৰ বৰ বিশেষ পছন্দ হোৱা নাই।"

"আপোনাৰ অনুগ্ৰহ।" মই দলিছাৰ দাম দি ক'লো, "আপুনি মোৰ লগত কফি একাপ খাবলৈ বেয়া পাব নে কি? ব'লকচোন অলপ বেয়া নালাগে ...... অৰ্থাৎ .... "

"ধন্যবাদ। তাৰ আগে এই ব্লাউজৰ কাপোৰটো চাই লওঁ।" তেওঁ আকৌ মিচিকিয়াই হাঁহিলে।

তেওঁৰ হাঁহিটো বৰ ভাল লাগিল। সুন্দৰ ঘুৰণীয়া মুখখনৰ বৰণ হালধীয়া। হালধীয়া ৰঙৰ লগত ওঁঠৰ ৰঙা ৰঙে এক বিচিত্ৰ ৰসৰ সংমিশ্ৰণ ঘটাইছিল। ব্লাউজৰ কাপোৰ কিনি যেতিয়া মোৰ লগত ওলাই আহিবলৈ ধৰিছিল তেতিয়া তেওঁৰ খোজ থৰকবৰক হোৱা দেখি মই বাহুত ধৰি তেওঁক খোজ কঢ়াত সহায় কৰি সুধিলো, "কি হৈছে? আপুনি সদায় এনেকৈ খোজ কাঢ়ে নেকি?"

তেওঁ ক'লে, "নহয় তো .... "

মই ভালদৰে মন কৰি দেখিলোঁ ভৰিত পটি বন্ধা আছে।

"ঘা আছে নেকি?" মই সুধিলোঁ।

"অঁ, বুঢ়া আঙুলিৰ নখটো বাঢ়িছিল। মঙহৰ ভিতৰত .... জাহাজৰ চাৰ্জনজন একেবাৰে বুৰ্বক আছিল ......." তেওঁ মূৰত আঁচলখন টানি দিছিল আৰু প্ৰথমবাৰ যেতিয়া তেওঁ মূৰ ঘূৰাইছিল তেতিয়া দেখিলোঁ তেওঁৰ বাওঁ কান্ধৰ কাষত চুলিৰ মাজত হালধীয়া গোলাপ গুজি থোৱা আছে। আকৌ যেতিয়া তেওঁ মুখ ঘূৰাইছিল তেওঁৰ শিৰৰ কুঙ্কুমৰ উজ্জ্বলতা মোৰ চকুত পৰিছিল। ইয়াৰ আগতে এই কুঙ্কুম ইমান উজ্জ্বল কিয় নাছিল? মই ভাবিলোঁ।

কফি হাউচত বহি মই অনুভৱ কৰিলোঁ তেওঁ কিমান ধুনীয়া। কফি হাউচৰ পোহৰৰ ব্যৱস্থা এনেকুৱাই আছিল যে পুৰুষক দেখায় কুৰূপ আৰু মহিলাক বেছি সুন্দৰ। তথাপি - অঁ, কিছু পোহৰ নিশ্চয় আছিল নহলে মানুহবোৰে মুখ ঘূৰাই ঘূৰাই কিয় চাব? মহিলাসকলৰ প্ৰখৰ দৃষ্টি কিয় ঘূৰিছিল? বেয়াৰা ইমান বেগেতে কিয় মেজৰ কাষ পাইছিলহি?

তেওঁ মিচিকিয়াই হাঁহি ক'লে, "চোৱাঁ বেয়াৰা, অলপ গৰম গাখীৰ আৰু অলপ গৰম পানী বেলেগ এটা কাপতকৈ লৈ আহাঁ।"

বেয়াৰাই সসংকোচে ক'লে, "গৰম পানীতো ....."

"অকনমান গৰম পানী, বচ্।" তেওঁ আকৌ মিচিকিয়াই হাঁহিলে আৰু বেয়াৰাৰ ভৰিৰপৰা মূৰলৈকে গলি গ'ল যেন তাৰ শৰীৰটো কাঁচেৰেহে তৈয়াৰী। মই সি গলি যোৱা দেখিলোঁ। তাৰ মুখত মিচিকি হাঁহি ওলাল। সৰ্বাংগ গলিত অৱস্থাৰে সি গ'লগৈ। এই দৃষ্টি কি? ই কেনে চমক? ই কফি হাউচৰ বিজুলী-চমক নহয়তো?"

"বেয়াৰা, কণীৰ চেণ্ডউইচ..... " তেওঁ আকৌ ক'লে।

বেয়াৰাই উভতি আহি ক'লে, "জী, কণীৰ চেণ্ডউইচতো শেষ হৈ গ'ল।"

"অলপো নাই নে?" তেওঁৰ ডাঙৰ ডাঙৰ স্বচ্ছ মৰ্মঘাতী চকুদুটি আৰু বিস্ফোৰিত হ'ল যেন লাগিল। বাচ্ ঘাইল! "এক প্লেটো নাই নে?"

চেণ্ডউইচো আহিল।

"নাই, নাই বিল মই দিম।"

"নাই, সেইটো কেনেকৈ হ'ব পাৰে? মই পুৰুষ।"

তেওঁ হাঁহিলে, "একেবাৰে পুৰণি যুক্তি।" আৰু তেৱেঁই বিল দিলে।

ঘৰৰ লণ্ডৱাৰ দলিছা পছন্দ হোৱা নাই। সেই সময়ত ঘৰত এজন তেজী কবি অতিথি আছিল। তেওঁ প্ৰতি বছৰে কবিতা লেখিছিল, মদ খাইছিল আৰু পাঁচ ৰক্ত্ নামাজ পঢ়িছিল। তেওঁৰো দলিছা পছন্দ হোৱা নাছিল। মই সুধিলত তেওঁ 'হুঁ' বুলি বৈ গ'ল। তেওঁ যিমান দীঘল দীঘল কবিতা লেখিছিল কথা সিমান চুটিকৈ কৈছিল।

মই বিৰক্ত হৈ ক'লো, "কি হুঁ? কিবা এটাতো ক'বা! এনে ৰঙৰ বাহাৰ .... "

'হুঁ।'

ৰূপৱতীয়ে মনোযোগেৰে কবিক লক্ষ্য কৰিছিল; তাৰ পাছত খিলখিলাই হাঁহি দিলে। সেই জৰাজীৰ্ণ কবিক ক'লে, "আপোনাৰ নতুন কবিতা শুনাওক! আজিকালি স্পেণ্ডাৰ আৰু লাউডনে কি ধৰণৰ কবিতা লিখিছে আপুনি জানে নে বাৰু?"

'হু'। তেওঁ নিজৰ দাড়িত হাত বুলাবলৈ ধৰিলে।

মই ৰূপৱতীক সুধিলোঁ, "আপুনি তেওঁলোকক আপোনাৰ কবিতা শুনাইছিল নেকি?

"ওঁ হো। মোক জো'ই কৈছিল।"

"কোন জো'?"

"জো' ব্ৰাউন! তেওঁৰ নাম শুনা নাই? এতিয়া তেওঁ অক্সফোৰ্ডৰ সৰ্বজনপ্ৰিয় কবি। তেওঁৰ কবিতা এতিয়াও ভাৰত পোৱাহি নাই! লণ্ডনত তেওঁ মোৰ প্ৰতি মুগ্ধ হৈছিল।" তেওঁ কিছু বিচিত্ৰ, কিছু নিৰ্লজ্জ, কিছু লাজকুৰীয়া হাঁহিৰে কথা কৈছিল আৰু তেওঁৰ শিৰৰ কুমকুম গোমেদৰ দৰে তিৰবিৰাইছিল।

মই সুধিলোঁ, "তোমাৰ জীৱন জয়যুক্ত যেন বোধ হৈছে।"

"নহয়।" তেওঁ দীৰ্ঘশ্বাস পেলাই ক'লে। তেওঁ এনে ভাৱে ক'লে যে মোৰ তেওঁক বুকুত সাৱটি ল'বৰ মন গ'ল।

"হুঁ।" কবিয়ে ক'লে।

ৰূপৱতীয়ে মিচিকিয়াই হাঁহি ক'লে, "তোমাৰ কবিয়েতো নিচেইকৈ কথা নকয় !.... শুনা, মই তোমালোকক এটা কবিতা শুনাওঁ।"

মোৰ বিস্ময় বাঢ়ি গৈছিল। সুধিলোঁ, "তুমি কবি ?"

"নহয়, এইটো মোৰ মাই লেখিছিল।"

'ৰ'বা। মোক দলিছাখন পাৰি লবলৈ দিয়াঁ।"

দলিছা পৰা হ'ল আৰু ৰূপৱতীয়ে সুৰেৰে কবিতা শুনালে। বঙালী কবিতা। উদাস, বিৰহৰ নিশাৰদৰে জ্বলিছে ...... দীপৰ আভা সুন্দৰ আছিল। কণ্ঠস্বৰৰ মৃদু কঁপনি, তাৰ প্ৰভাৱ মদৰ ৰাগীৰ দৰে, গাভৰুবিলাকৰ শাৰী ... কাষত কলহ লৈ ঘাটৰ ফালে গৈছিল। সমুদ্ৰৰ সেউজীয়া তৰংগমালা উচ্ছল হৈ পৰিছিল। .... আজি পৰিবেশ মৌন .. আৰু ৰূপৱতীৰ চকুত পানী .... চকুপানী গালেৰে বাগৰি আহি দলিছাত পৰিল। আৰু সেই ৰঙা চৌকোণ জুইৰ ভাটি হৈ গ'ল।

মই সুধিলোঁ,"তোমাৰ স'তে জো' ব্ৰাউনৰ প্ৰেম হোৱা নাছিল ?"

ৰূপৱতীয়ে চকুপানী মুছি ল'লে। ক'লে, মোৰ যি ল'ৰাটোৰ লগত প্ৰেম আছিল, তেওঁৰ লণ্ডনতে যক্ষ্মাৰোগ হৈছিল। তেওঁ মোৰ লগতে জাহাজত আহিছিল, কিন্তু বাটতে তেওঁৰ মৃত্যু হ'ল। এডেন পাৰ হৈ লোহিত সাগৰত তেওঁ ঢুকাল।"

'লোহিত সাগৰ', মই মনতে ভাবিলোঁ, আৰু মোৰ দলিছাৰ ৰঙা চৌকোণ 'লোহিত সাগৰ' হৈ গ'ল আৰু তাৰ গভীৰ পানীত মই এক হালধীয়া ৰঙৰ ক্ষয় গ্ৰস্ত চেহেৰা দেখিবলৈ পালোঁ, তাৰপাছতে সি তৰঙ্গৰ আবৰ্ত্তত ডুবি গ'ল। ৰূপৱতীৰ প্ৰেমিক স্বপ্ন-জগতত আছে, লোহিত সাগৰৰ পানীত ..... আৰু মোৰ দলিছাৰ ওপৰত ৰূপৱতীৰ চকুপানী সৰি পৰিছিল।....

'হুঁ', কবিয়ে ক'লে। মই কিতাপ এখনেৰে তেওঁৰ মূৰত মাৰ শোধালোঁ।

ৰূপৱতীয়ে চকুপানী পেলোৱাতকৈ শোকাশ্ৰু বহন কৰা বেছি বেদনাদায়ক হৈ পৰে।

ৰূপৱতী।

কি বিচিত্ৰ এই ছোৱালীজনী। লণ্ডনত কবি জো' ব্ৰাউনে এই ছোৱালীজনীক ভাল পাইছিল আৰু লখ্‌নৌৰ এই হজৰৎগঞ্জত এই অহো-বলিয়া মেজাজৰ দুখীয়া শিল্পী তাইৰ প্ৰেমত বান্ধ খালে। সি যে বিষ এই কথা জানিও সেই পাত্ৰৰ পৰা এই বিষ তেওঁ কেনেকৈ পান কৰিলে ? নৈৰাশ্য, বিবসতা, প্ৰেমৰ প্ৰতিদান সদায় প্ৰেম নহয় কিয় ? ই কেনে জুই যি এজনক জ্বলায় আৰু হৃদয়ত পাথৰৰ খণ্ড হৈ যায়। যি এজনৰ অশ্ৰু, সি আনজনৰ মুখত সামান্য মিচিকি হাঁহিৰ আভাসো আনিব নোৱাৰে ?

দলিছাক থপৰিয়াই থপৰিয়াই মই দলিছাক প্ৰশ্ন কৰিলোঁ।

দলিছাই উত্তৰ দিলে,"মই ক্ৰুছ। মই দুখ আৰু বেদনা কি জানো, কিন্তু দুখ আৰু বেদনাৰ ঔষধ নাজানো।"

আৰু ৰূপৱতীয়ে ক'লে, 'ই হ'ল নিয়তি। নিয়তিয়ে তোমাক দলিছা কিনিবলৈ তালৈ লৈ গৈছিল। নিয়তিয়ে তোমাক মোৰ লগত মিলিবলৈ সুযোগ দিলে। এতিয়া তোমাৰ ভাগ্য এয়ে যে তোমাৰ স'তে মোৰ প্ৰেম হ'ব নোৱাৰিলে। হাজাৰ যত্নতো এই বন্ধুত্ব প্ৰেমত পৰিবৰ্ত্তিত হ'ব নোৱাৰে। ই নিয়তি নহয় যদিনো কি?" তেওঁ আৰু ক'লে, "কবি, তোমাৰ কবিতা শুনোৱাঁ।"

কিছুদিনৰ পাছত ৰূপৱতীয়ে মোক আকৌ ক'লে, "তোমাৰ কবিৰ লগত মোৰ প্ৰেম হৈছে।"

"মিছা কথা! সেই মূৰ্খৰ লগত ..........."

তেওঁ হুমুনিয়াহ পেলাই ক'লে, "তুমি তেওঁৰ চকু দুটা দেখিছা? যেন তাত ক্ৰুছবিদ্ধ হৈ আছে যীশু........ সেই চকু দুটিত আছে কিমান দুখ ......।"

মই ক'লো, "তুমি বিচাৰা যদি মই মোৰ চকুদুটা অন্ধ কৰি দিওঁ?"

বোধহয় মোৰ কথা শুনি তেওঁ বেয়া পাইছিল। গম্ভীৰ হৈ ক'লে, "তাৰে মই কি কৰিম?"

"অঁ, হৃদয় যেতিয়া আছে।"মই ঠাট্টা কৰি কৈছিলোঁ।

"হুঁ।" কবিয়ে কৈছিল।

যিদিনা তেওঁলোক দুজনে বিদায় নিলে, সেইদিনা তেওঁলোকক মই সৰুসুৰা এটা নিমন্ত্ৰণলৈ মাতিছিলো। ৰূপৱতীয়ে এখন ক'লা ঢাকাইয়া শাৰী পিন্ধিছিল। চকুত ডাঠকৈ কাজল লৈছিল। হাতৰ কাঁচৰ চুড়িৰ ৰঙো আছিল ক'লা। সদায় তেওঁক দেখিলেই মোৰ প্ৰকাশৰ, সূৰ্যৰ, চন্দ্ৰৰ, জোনাকৰ, পোহৰৰ অনুভূতি হৈছিল। কিয় জানো, আজি তেওঁক দেখি মোৰ অন্ধকাৰৰ অনুভূতি হৈছিল। তেওঁৰ নিজৰ পৰিপূৰ্ণ প্ৰসন্নতাৰ মুহূৰ্ত্ততো দুখ আৰু নিৰাশাৰ প্ৰতিমাৰূপে কিয় দেখা দিছিল নাজানো। এই অন্ধকাৰ দুখীয়া শিল্পীৰ নিজৰ মনৰে অন্ধকাৰ নহয়তো? আজি মই তেওঁক সেই গান শুনাব খুজিছিলোঁ যি গান তেওঁ প্ৰথম দিনা গাইছিল। মোৰ মনত আছে গানৰ পাছত তেওঁ নাচিছিলো। মই তেওঁৰ মুখলৈ চোৱা নাছিলোঁ, ভৰিলৈ চাইছিলোঁ। অস্পষ্ট ভৰি, তাতে জেতুকাৰ ৰঙা বোল, এন্ধাৰত বিজুলীৰ দৰে চমকি উঠিছিল। তেওঁৰ বোলৰ ৰেখাৰ নৃত্য চাইছিলোঁ। যেতিয়া নাচ শেষ হ'ল, মই সেই ভৰি দুখন তুলি মোৰ বুকুত থৈছিলোঁ। আজিও কিয় সেই চৰণ দুখনি মোৰ বুকুত সুৰক্ষিত হৈ আছে? ..... এই পিৰামিডত মৃত মামিবিলাকৰ বাহিৰে আন একোৰে ঠাই নাই নেকি?

তেওঁ গুচি গ'ল। মই আকৌ মোৰ দলিছাত বহিলোঁহি। এটি বিবৰ্ণ, গোলাপৰ কলি খহি দলিছাত পৰি আছিল। ....... মোৰ হৃদয়ত এতিয়া বোধহয় ৰূপৱতীৰ আন কোনো স্মৃতি নাছিল, কেৱল সেই দুটি চৰণৰ স্মৃতি আছিল আৰু আছিল গোলাপৰ এই বিবৰ্ণ কলি ...... ই কেনে চিত্ৰ? কবি হৈয়ো এনেকুৱা বিচিত্ৰ চিত্ৰ মই কতিয়াও বোধহয় আঁকা নাই .... তেনেহলে?

মই দলিছাক সুধিলো।

দলিছাই উত্তৰ দিলে, "মই তো ক্ৰুছৰ ওপৰত আছোঁ। ক্ৰুছে মৃত্যু দিয়ে, সি জীৱন পৰম্পৰাৰ জ্ঞান নিদিয়ে।"

বে'চ, যাবলৈ দিয়া! যি হ'ল হ'ল। যদি জীৱনৰ কবৰৰ পৰাই আনন্দ ল'ব লাগে, তেনেহলে নো আৰামৰ পৰাই তাক পাব নোৱাৰিম কেলেই? যদি মৌত বিহ মিহলাই পান কৰিব লাগে, তেনেহলে বিশুদ্ধ বিহনো পান কৰিব নোৱাৰিম কিয়? সৰলতা যদি স্থায়ী নহয়, তেনেহলে পাপৰ কোলাত আশ্ৰয় ল'ব নোৱাৰিম কিয়? আহাঁ নিজৰ আত্মাৰ যি ক্ষীণ অংশ এটা এতিয়াও ৰৈ গৈছে তাক নীৰৱ কৰি দিয়া আৰু বাঢ়ি অহা অন্ধকাৰত পাপৰ প্ৰসাৰ চোৱাঁ আৰু জীৱনক ভেঙুচালি কৰি ঢেক্‌ঢেকাই হাঁহাঁ। প্ৰেম নহলেইবা, লালসাই হওক!

শিল্পীয়ে আন এজনী ছোৱালীৰ লগত চা-চিনাকি হৈ ল'লে। তাই আছিল সপ্তাহান্তিক প্ৰমোদ সংগীনী। তাইৰ নাম আছিল আশা, কিন্তু তাইৰ চেহেৰাত সম্পূৰ্ণ নিৰাশা বৰ্ষিত হৈছিল। এনে ক্ষুধাৰ্ত্ত ছোৱালী তেওঁ কেতিয়াও দেখাই নাছিল। বেচেৰীয়ে কুকুৰৰ দৰে পাছে পাছে লাগি ফুৰিছিল। তাইলৈ শিল্পীৰ বোধহয় দয়া উপজিছিল। তাইক তেওঁ মৰম কৰিবলৈ ধৰিলে। পালকৰ স্নেহময় মনোভাবেৰে তেওঁ তাইক লৈ ঘুৰি ফুৰিছিল। মানুহে তেওঁৰ নিৰ্বাচনক লৈ ব্যঙ্গপূৰ্ণ প্ৰশংসা কৰিলে তেওঁ একপ্ৰকাৰ আদৰেৰে এই প্ৰশংসা মানি লৈছিল। কোনোৱে কৈছিল, "ভাই, ছোৱালীজনী বৰ কুৰূপা। তুমিনো কি ভাবি.... " তেওঁ তৎক্ষণাত তাৰ লগত লাগি যাব। ঘন্টাৰ পাছত ঘন্টা ধৰি তাইৰ সৌন্দৰ্য বিশ্লেষণ কৰিব। এণ্ডাৰেৰে আশাৰ ছবি আঁকি নিজৰ ষ্টুডিঅ'ত সেই ছবি সকলোকে দেখুৱায়। তেওঁ নিজৰেই ক্ষত দেখুৱাইছিল .... চোৱাঁ, ....... চোৱাঁ ...... চোৱাঁ ....... মই তোমালোকক কি পৰোৱাই কৰোঁ ...... মোৰ আত্মাৰ মযে মালিক ........ বিষ ....... এণ্ডাৰ।

কিন্তু যিজনে কেতিয়াও হজৰতগঞ্জৰ সিপাৰ হোৱা নাই, আজি তেৱেঁ তাৰপৰা পলাবলৈ বিচাৰিছে,ফুটপাথেৰে গৈ থাকোতে তেওঁ হাজাৰ-বিজাৰ ওলট-পালট সপোন দেখিবলৈ লৈছে। বাটৰ প্ৰত্যেক ছটা শিলতে তেওঁ কাৰোবাৰ অস্পষ্ট ভৰি দুখনিৰ কম্পিত ছাঁ দেখিবলৈ পাইছে। কফিৰ পিয়লাৰ প্ৰতি শোহাতে তেওঁ কাৰোবাৰ তপত নিশাহৰ স্পৰ্শ পাইছে। আৰু বিজুলী-চাকিৰ উজ্জ্বল পোহৰত তেওঁ অসংখ্য কুমকুম ওপঙি ফুৰা দেখিছে। তেওঁ উভতি চাই ক'ৰবাৰ পৰা ৰাজহংসী অহা দেখিবলৈ পায়! ক'ৰ পৰা আহিছে? সজাৰ দুৱাৰ ভাঙি বুলবুল উৰি গুচি গ'ল — অথচ তেওঁ এতিয়াও কিয় হজৰতগঞ্জৰ মৰুভূমিত বন্দী হৈ আছে? কিয়? কিয়? সেই জেতুকাবুলীয়া ৰেখাবোৰে বাৰে বাৰে বিজুলীৰ দৰে চমকি উঠি বাৰে বাৰে তেওঁক সুধিছে।

এদিন তেওঁ চহৰ এৰি গুচি যাবলৈ ওলাল, আৰু তেওঁৰ সকলো বন্ধুকে, সপ্তাহান্তিক সংগীনী ছোৱালীজনীক, আৰু সকলো সখীকে খাবলৈ নিমন্ত্ৰণ কৰিলে। নিমন্ত্ৰণৰ পাছত যেতিয়া সকলোটি গ'লগৈ তেতিয়া সেই প্ৰমোদ সংগীনী ছোৱালীজনী ভাগৰে-জোগৰে

সেই দলিছাখনত বহি আছিল আৰু হঠাৎ তাৰ বুকুৰ ওপৰত পৰি কান্দিবলৈ ধৰিলে। তাইৰ তপত চকুপানীবোৰ তেওঁৰ বুকুত পৰি বৰফৰ ফুল হৈ যাবলৈ ধৰিলে। প্ৰেমৰ উত্তৰ কিয় প্ৰেম নহয়? ই কেনে জুই যি এজনক দগ্ধ কৰে আৰু আন এজনৰ হৃদয়ত পাথৰৰ চপৰা হৈ যায়?

ছোৱালী এজনী দলিছাৰ ওপৰত শুই আছে। প্ৰসাৰিত বাহু দুটাৰ সমান্তৰালত প্ৰসাৰিত আছিল ভৰি দুখন। দলিছাই লাহে লাহে তাইৰ বুকুত এটা গজাল পুতি দিলে। পিৰামিডৰ বাবে এটা মামি তৈয়াৰ হৈ গ'ল। কিন্তু তাত ঠাই ক'ত? বুকুৰ ওপৰত এতিয়াও সেই ভৰি দুখনে নাচি আছে ...... আৰু সেই গোলাপৰ বিবৰ্ণ কলি ......

মই দলিছাক সুধিলোঁ, "ই কেনে খেলা? মই কাক ভেঙুচালি কৰিছোঁ? এই ক্ষত কাৰ? এই ছোৱালীজনীয়ে কান্দিছে কিয়? যদি এই সকলোবোৰেই ভাগ্য তেনেহলে এই কৰ্ম-প্ৰয়াস কিয়? প্ৰাণহীন মামিক জীৱন্ত কৰাৰ চেষ্টা কিয়?"

দলিছাই উত্তৰ দিছিল, "মই ক'ব নোৱাৰোঁ। মই এক ক্ৰুছ যি হৃদয়ত ক'লা গজাল পুতি দিয়ে। মোৰ কোনো উজ্জ্বল পোহৰ নাই। ভাগ্যৰ শেষ যি দেখুৱায় তাৰ প্ৰাৰম্ভ আৰু যৌৱন নাই।"

তোমাক জ্বলাই থ'ম ক'ত?

সৌ নতুন চহৰত।

চাৰিজন মানুহে দলিছাত বহি তাচ খেলি আছিল।

দুজন অভিনেতা।

যিজনে তামাচা দেখুৱাইছে তেওঁ এজন কলাকাৰ।

তাচ খেলোতে খেলোতে অভিনেতা আৰু সদাগৰে কাজিয়া আৰম্ভ কৰিলে। দবৰা-দবৰিৰ শব্দ শুনা গ'ল। দলিছাই লুটি-বাগৰ খাইছিল কাৰণ সদাগৰে এটা চালত ভুলতে বা জানি শুনিয়ে আঠ অনা পইছা বেছিকৈ লৈছিল। মোৰ এধানমান পঁজাটো থানবান হৈ গৈছিল, কাৰণ যি মানুহে মাজডোখৰ বচাবলৈ বিচাৰে সিয়ে আটাইতকৈ বেছি মাৰে।

মই আকৌ ভাবিলো এই বদমেজাজীক আঁতৰ কৰাৰ কি উপায়? কথা-বতৰা? অসম্ভৱ! গ্ৰামোফোন? বাজে। চাহ? ধেৎ। মদ? বাঃ বাঃ।

আটাইবোৰে মদ খাইছে। শিল্পীৰ চকু দুটা ৰঙা পৰিছে। সদা-হাস্যময়, প্ৰসন্ন অভিনেতাই, সদা-নীৰৱ কম আদৰৰ সুন্দৰ অভিনেতাজনে ক'লে, " প্ৰেম? প্ৰেম? ছালা! তই প্ৰেমৰ কি জান? কলেজৰ পৰা ওলাইছহে মাত্ৰ তই ... হু প্ৰেমৰ নিছা কেনে মোক সোধ। .......... ছালা ........... এই মদ একেবাৰে সেৰেকা ......... তুমি ৰাণীক দেখিছা?

মই সুধিলোঁ, "ৰাণী ১৯৪৪ৰ এক নম্বৰ অভিনেত্ৰী আছিল নহয় জানো?"

"হয় দিয়া ......... সেই ....... সেই ......... তই ছালা কি জান? ........ তাই আছিল মোৰ প্ৰেমিকা ........ বুজিলি? ........ হুঃ তাইৰ কাৰণেই মই আই-বোপাইৰ গালি খাইছো ........ কে'বাটাও উপপতিৰ লগত কাজিয়া কৰিছোঁ .......... নিজৰ ঘৰ-বাৰী এৰিছোঁ .......

এই আঙঠিটো দেখিছ ছালা? ...... এই চোলাৰ বুতাম ........ এই কাফ্ বুতাম ........ এইবোৰ চব সোণৰ ........ বুজিলি ছালা? তই কি জান ........ এইবোৰ চব তাই মোক দিছিল ....... উপহাৰ ....... কিন্তু মই তাইক বিয়া নকৰোঁ ......... কেতিয়াও নকৰোঁ ......।” তেওঁ দৃঢ়কণ্ঠে কৈছিল।

“কিয়?”

“তাই মোক বিচাৰে। কিন্তু তাই মোতকৈ বহুত ধনী। ....... তাই মোক বিয়া কৰিব খোজে কিন্তু মই লাগিলে মৰিয়ে যাম তথাপি তাইক বিয়া নকৰোঁ।”

এজন সদাগৰে প্ৰশ্ন কৰিলে, “তাইৰ প্ৰতি তোমাৰ প্ৰেম নাই?”

দ্বিতীয় সদাগৰে প্ৰশ্ন কৰিলে, “ঘৰলৈ অহা লক্ষ্মীক কিয় ঠেলিছা?”

অভিনেতাই ঘোঁচা দাঙি ক’লে, “মই যি সেয়ে থাকিম। মই তাইক ভালপাওঁ, সেইবুলি তাইৰ চাকৰ হৈ থাকিব নোৱাৰিম। মই তাইৰ প্ৰেম বিচাৰোঁ, ধন নহয়। উঃ!” দলিছাৰ ওপৰত জোৰে জোৰে থপৰিয়াই এইদৰে কৈ হাঁহিবলৈ ধৰিলে।

দলিছা কঁপি উঠিল। তাৰ ৰং বিচিত্ৰ হৈ গ’ল।

“হাৰামজাদা, আৰু মদ দে।” অভিনেতাই নিজৰ খালি গিলাচ হাতত লৈ আছিল।

মই ক’লো, “ৰাণী। আৰে ভাই, আজিয়েই তো বাতৰিকাকতত দেখিলোঁ ৰানীয়ে এজন ধনী আমেৰিকানক বিয়া কৰিছে।”

অভিনেতাই দলিছাৰ ওপৰত লাহেকৈ গিলাচটো বগৰাই দিলে। তেওঁৰ আঙুলিবোৰ গিলাচটোৰ ওপৰত সজোৰে বহি গৈছিল। আঙুলি কাটি কাঁচ টুকুৰা-টুকুৰা হৈ গ’ল।

তেওঁ কান্দোন-মিহলি সুৰত ক’লে, “এয়া মিছা কথা। একেবাৰে মিছা কথা।”

তেওঁ আকৌ চিঞৰিছিল। তাৰ পাছত একেবাৰে নীৰৱ হৈ গ’ল। দ্বিতীয় অভিনেতাই নিজৰ গিলাচত মদ ঢালিছিল। তেতিয়ালৈকে তেওঁ মনে মনেই আছিল। প্ৰথম অভিনেতাই দলিছাত শুই হেকটিয়াই আছিল। তেওঁ দলিছাৰ ওপৰতে বমি কৰি দিছিল ...... মোৰ মনত হ’ল যেন দলিছাৰ ৰঙ সলনি হৈ গৈছে। তেজ-ৰঙাৰ পৰা বগা, আকৌ হালধীয়া। যেন ই দলিছা নহয়, জীৱনৰ কফিন।

ৰাণী! ৰাণী! ৰাণী!

ৰাতিপুৱা মই দলিছা ধোৱাই, চাফা কৰি ভিতৰত থলোঁ। লগে লগেই মোৰ প্ৰেমিকা আহি সোমালহি। এওঁ মোৰ নতুন চহৰৰ প্ৰেমিকা। ইয়ালৈ আহি শিল্পী আকৌ প্ৰেমত পৰিছে। প্ৰেমত পৰা যে কিমান টান, কিন্তু এবাৰ প্ৰেমৰ মৃত্যু হলে তাৰ পাছত প্ৰেমত পৰা যে কিমান সহজ হৈ যায়। নহয়? বদমাইছ! নকৰ কিয়? উত্তৰ দে। মোৰ প্ৰেমিকাৰ ওঁঠ আছিল দগধা, বুদ্ধিও দগধা, তাইতো তিৰোতা নাছিল, আছিল সৰু-সুৰা এখন দলিছা। আজি তাই দুদাল বেণী গাঁথি মালতী ফুলেৰে সজাইছে।

তাই দলিছাৰ ওপৰতে বহি গ’ল।

মই তাইৰ মুখত চুমা খাই ক’লো, “আজি তোমাক ক্লিওপেট্ৰাৰ নিচিনা লাগিছে।”

তাই সুধিলে, “ক্লিওপেট্রা কি?”

“মিছৰৰ সম্রাজ্ঞী।”

“মিছৰ?”

“অঁ মিছৰ। এই দেশত মৃত্যুৰ পাছত বিশ্ৰামৰ ব্যৱস্থা কৰা হয় আৰু মৃতকৰ মামি তৈয়াৰ হয়। ভগবানে কৰক,, তোমাৰ মৃত্যু যেন ক্লিওপেট্রাৰ দৰে হয়।”

“হায়, হায়, কি কথা কৈছা! তেওঁৰ কি হৈছিল?”

“সাপৰ খোঁটত মৃত্যু হৈছিল।”

তাই সামান্য আৰ্তনাদ কৰি মোৰ কাষলৈ চাপি আহিছিল, “তুমি মোক ভয় খুৱাইছা?” তাই মোৰ বাহুত ধৰি কৈছিল। তাৰপাছত তাই হাঁহিছিল, স্থূল হাঁহি যেন ম'হেহে গোঙাইছে। তাই আকৌ তাইৰ ওঁঠদুটা মোৰফালে আগুৱাই দিছিল, যিদৰে কোনো উদাৰমনা জাটে অপৰিচিত কোনো বাটৰুৱাক চুহি খাবলৈ কুঁহিয়াৰৰ ডোখৰ আগবঢ়াই দিয়ে।

মই কুঁহিয়াৰৰ ডোখৰ চুহি ক'লো, “এই দলিছাখন এবাৰ জিকিছে কিন্তু মৰিছে বাৰে বাৰে ....... আঃ....... এই মৃত্যু বাৰে বাৰে কিয় আহে?........ এইবাৰ আহক অন্তিম মৃত্যু।”

তাই গুণগুণাই ক'লে, “আজি তুমি বাৰে বাৰে মৃত্যুৰ বৰ্ণনা কিয় কৰি আছা?”

“একো নহয়, তুমি বুজি নাপাবা।” মই ক'লো, “বাৰু, মোক কোৱাঁচোন আজি তোমাৰ ওঁঠৰপৰা, চকুৰ পৰা, চুলিৰ পৰা এয়া কিহৰ সুগন্ধ ওলাইছে?”

“একো নহয়, আজি মূৰত সুগন্ধি তেল ঘঁহিছো।” তাই হাঁহি উত্তৰ দিলে।

মই দলিছাৰ ফালে কেৰাহিকৈ চালোঁ। তাৰ ৰং সলনি হৈছে। দলিছাৰ মৃত্যু মই চাই থাকিব পৰা নাছিলো। বিতত হৈ মই ওলাই বাহিৰলৈ গ'লো।

চিধাই ষ্টেছন পালোগৈ। ভাবিছিলো হেঁপাহ পূৰাই বিয়েৰ খাম। কেৱল নিজৰ পেটকে নহয়, নিজৰ আত্মাকো এনে জুলাপ দিম যে শৰীৰ-মনৰ সকলো জঞ্জাল প্ৰবাহিত হৈ যাব, ওলাই যাব। শৰীৰ পাতল হৈ যাব।

ষ্টেছনত বিয়েৰৰ আগতেই ৰূপৱতীৰ লগত দেখা হ'ল।

“আৰে, তুমি ক'ৰ পৰা?”

“জুনাগড়ৰ পাহাৰলৈ গৈছিলোঁ।”

“আৰু কবি?”

তেওঁ কাঁহি ক'লে, “মই তেওঁক এৰি দিলোঁ।”

“এৰি দিলা? কিয়?”

“মোৰ যক্ষ্মা হৈছে, জুনাগড়লৈ গৈছিলো যে!”

তেওঁৰ দৃষ্টিত আছিল সেউজবুলীয়া সমুদ্ৰ। এক বিবৰ্ণ, শুকান চেহেৰা-ভোমোৰাই খোলা উলিয়াই চুহি পেলাইছে। সেই চেহেৰা এতিয়া অদৃশ্য। এতিয়া কবিৰ জৰাজীৰ্ণ চেহেৰা চৌত ভাঁহিছে। কবিৰ চেহেৰাই মূৰ একতীয়াকৈ কৈছে, ‘হু’।

মই সুধিলোঁ, “সেই হাৰামজাদা ক'ত?”

নম্রকণ্ঠে তেওঁ কলে, "যাবলৈ দিয়াঁ। তেওঁক গালি নাপাৰিবা। ........ এতিয়াও তেওঁক মই ভালপাওঁ।"

"কিন্তু ....... "

"অঁ", তেওঁ ক'লে, "এই কিন্তু পাছতো আছে......... এতিয়া মই নিজৰ ঘৰলৈ ওলাইছো —— দেউতাৰ ঘৰলৈ —— নিশ্চিন্তে মৰিম।"

"নাই, নাই",, মই আৰ্ত্তনাদ কৰি উঠিলোঁ। ক'লো, "এতিয়া তোমাক যাবলৈ নিদিওঁ। তুমি মোৰ পৰা জীৱন কাঢ়ি লৈছা। এতিয়া মৃত্যুৰ দুৱাৰলৈকে দুয়ো একেলগে যাম। আৰু এই জীৱনৰ পাছত আৰু যদি জীৱন থাকে তেনেহলে বোধহয় ..... "

তেওঁ হাঁহিলে। সেই উজ্জ্বল হাঁহি। সেই চন্দন-চৰ্চিত চেহেৰা। সেই চমকাই তোলা কুঙ্কুম।

মই তেওঁৰ বাহুত ধৰি ক'লো, "ঘৰলৈ ব'লা ৰূপ। জীৱনত তুমি তোমাকে মোকে একেলগে থাকিবলৈ নিদিলা এতিয়া মৃত্যুৰ আগেয়ে কেইটামান মুহূৰ্ত্ত দিয়াঁ।

তেওঁ মিচিকিয়াই হাঁহিলে। ক'লে, "তুমি নাজানা, প্ৰেমে জীৱন আৰু মৃত্যুতো একেই আচৰণ কৰে।"

ৰেলে উকিয়ালে।

তেওঁ ক'লে, "তোমাৰ লগত দেখা হ'ব বুলি মই আশা কৰা নাছিলো। দুখ থাকিল, মই ইয়াত থাকি যাব নোৱাৰিলো। অঁ, তোমাক এই কিতাপখন দি যাব পাৰোঁ —— আৰ্লৰ কবিতা।"

গাৰ্ডে নিচান জোকাৰিলে।

তেওঁ ৰেলৰ কুঠৰীত সোমাল। মই তেওঁৰ চেহেৰাৰ ফালে চাব নোৱাৰিলোঁ। মোৰ চকুদুটা পুনৰ তেওঁৰ ভৰি দুখনত নিবদ্ধ হ'ল। দুটি চৰণ চলিছে, দূৰলৈ গৈ আছে, মনত লাগিছে যেন ওচৰলৈ আহিছে। একেবাৰে মোৰ বুকুৰ ওপৰলৈকে আহিল আৰু মই তুলি লৈ মোৰ বুকুৰ ভিতৰত লুকুৱাই পেলালোঁ।

মই মূৰ তুলি চালোঁ।

গাড়ী চলিবলৈ ধৰিছে।

প্ৰেমিকাই এতিয়ালৈকে মোৰ অপেক্ষাতে আছিল। সুধিলে, "ক'লৈ গুচি গৈছিলা?"

মই নীৰৱে থাকিলোঁ।

"এইখন কি কিতাপ?"

"আৰ্লৰ কিতাপ।"

"কি?"

"এজন কবিৰ কবিতাগুচ্ছ।"

"মোক শুনোৱাঁ, তেওঁ কি কৈছে?"

মই কিতাপখন মেলিলো। পোন্ধৰ পৃষ্ঠাত মোৰ চকু পৰিল। মই ধীৰে ধীৰে পঢ়িবলৈ

ধৰিলোঁ, "হে ভগৱান, তুমি তোমাৰ ইচ্ছানুযায়ী জীৱন দিছা। এতিয়া মোৰ ইচ্ছানুযায়ী মৃত্যু প্ৰদান কৰাঁ। তোমাৰ কাষত মোৰ আন একো প্ৰাৰ্থনা নাই, ভগৱান।"

"আকৌ মৃত্যু?" তেওঁ ক'লে, 'অমঙ্গল'। তেওঁ মোৰ হাতৰ পৰা কিতাপখন কাঢ়ি লৈ আঁতৰাই থলে আৰু নিজৰ মুখ মোৰফালে আগবঢ়াই দিলে। দলিছা টগবগাই উতলিছে। একেবাৰে জুই জ্বলিছে। অগ্নিশিখাৰ নদী, পুঁজৰ সমুদ্ৰ, বিষৰ জলপ্ৰপাত। মই তাক প্ৰশ্ন কৰিলোঁ, "তুমি পাথৰ, তুমি মানব পুত্ৰক যীশু বনাইছা। কোৱাঁ, মোক কি বনাবা?"

দলিছাই ক'লে,"তুমি স্বয়ং যি হৈছা --- এক পিৰামিড — এটা ফোঁপোলা পিৰামিড, যাৰ বুকুৰ মাজত আছে মামিৰ কফিন!"

মই মোৰ প্ৰেমিকাক ক'লো, "মোৰ মনে বিচাৰিছে, দলিছা পুৰি ছাই কৰি দিওঁ!"

তেওঁ ক'লে, "অঁ, এইখন পুৰণা হৈ গৈছে।"

কিন্তু মই বৈ বেজেৰুৱা মাতেৰে ক'লো, "মোৰ কাষত তো এই এখনেই দলিছা আছে আৰু এই এটাই জীৱন আছে। নাই, এইখন সলাব নোৱাৰোঁ, নাই ......."

এই বুলি কৈ শিল্পীয়ে কুঁহিয়াৰৰ ডোখৰা চুহিবলৈ ধৰিলে।



# চাৰিআলিৰ কুৰাঁ

মোৰ ল'ৰাটিৰ অসুখ।মোৰ অনুমান যে সি মৰিবই। মানুহে ক'লে, "তুমি যদি ইয়াক সৌ চাৰিআলিৰ কুৰাঁৰ কাষলৈ নি সেই কুৰাঁৰ পানী এঢোক খুৱাব পাৰাঁ তেনেহ'লে তোমাৰ ল'ৰা বাচি যাব।"

মই সুধিছিলো, "চাৰিআলিৰ কুৰাঁ ক'ত?"

তেওঁলোকে ক'লে, "সেইটো ক'তো-নাই গাৱঁত।"

'ক'তো-নাই গাঁও' ক'ত?' মই সুধিলো।

আমাৰ গাৱঁৰ আটাইতকৈ বৃদ্ধ বৈদ্যই ক'লে, 'তুমি ইয়াৰপৰা তালৈ যোৱাঁ, তাৰপৰা তালৈ যোৱাঁ, ত'ৰপৰা তালৈ যোৱাঁ আৰু যেতিয়া সেইখিনি পাবাগৈ তেতিয়া কোনোবাফালে ঘুৰি যাবা, একেবাৰে তোমাৰ মুখতে পৰিব ক'তো-নাই গাঁও। তাৰ মাজতেই চাৰিআলিৰ কুৰাঁ।

মই বৈদ্যক ধন্যবাদ জনাই ল'ৰাটো কোচত লৈ গাঁৱৰ বাহিৰ ওলালোঁ।

মই অ'ৰপৰা ত'লৈ, ত'ৰপৰা তালৈ, ত'ৰপৰা ত'লৈ গ'লো আৰু সেইখিনি পাই যি কোনো এফালে ঘুৰি দেখোঁ যে মোৰ সমুখত চাৰিটা আলিবাট।

এটা ৰঙা বাট।

এটা নীলা বাট।

এটা ক'লা বাট।

এটা বগা বাট।

আৰু সেই চাৰিটা বাটক কাটি গোলাকাৰ ৰূপত সেই ক'তো-নাই গাঁৱৰ অৱস্থান। আৰু সেই গাৱঁৰ মাজতেই কুৰাঁ।

চাৰিআলিৰ কুৰাঁৰ কাষত ঢেৰ মানুহ মতা-তিৰোতা, ল'ৰা-বুঢ়া—অলেখ মানুহ গোট খাইছে, এখন মেলা বহি গৈছে, আৰু এই মানুহবোৰৰ মাজত এজন ওখ-পাখ প্ৰকাণ্ড পকা-চুলীয়া বুঢ়াই ইফাল সিফাল কৰি আছে। তেওঁক বৰ ধুনীয়া আৰু চৰিত্ৰবান লোক যেন লাগিছিল। প্ৰত্যেকজন মানুহেই তেওঁক সমীহ কৰিছিল। বুঢ়াই মানুহৰ সমীহক স্বীকাৰ কৰি খুব কবিয়ানাৰ ঢঙত হাত দুখন ওপৰ তলকৈ ঘূৰাইছিল, এনে কবিতা কেৱল লাগনি গছতহে ফুলিব পাৰে।

বুঢ়াই মোক সুধিলে, "তুমি এইখন গাঁৱত আচহুৱা নেকি?"

মই সসন্মানে মূৰ দুপিয়ালোঁ।

বুঢ়াই সুধিলে, "তুমি ক'ৰপৰা আহিছা?"

"মই য'ত-ত'ত গাৱঁৰপৰা আহিছোঁ। মোৰ ল'ৰাটো অসুস্থ। বৈদ্যই কৈছে, যদি মই ল'ৰাটিক চাৰিআলিৰ কুৰাঁৰপৰা এঢোক পানী খুৱাব পাৰোঁ তেনেহলে সি বাচিব।"

বুঢ়াই খুব নিৰাশ-কণ্ঠে সুধিলে, "পানীৰে কি হ'ব?"

"বাবা, পানীত খুব শক্তি আছে।"

"বোপাই, আগতে খুব শক্তি আছিল।"

"বাবা, জুই আৰু পানী দুয়োটাৰে খুব শক্তি। জুই আছে মানুহৰ হৃদয়ৰ মাজত, আৰু পানী তাৰ চকুত। জুয়ে যি কাম সম্পূৰ্ণ কৰিব নোৱাৰে পানীয়ে তাক সম্পূৰ্ণ কৰে। বৈদ্যই ইয়াকে কৈছে।

বুঢ়াই মোৰ কথা শুনি মিচিকিয়াই হাঁহিলে। মোৰ কান্ধত হাত থৈ ক'লে, "তোমালোকৰ গাৱঁৰ বৈদ্য খুব সমঝদাৰ মানুহ যেন লাগিছে। কিন্তু বেজাৰৰ কথা যে, এই সময়ত তুমি এই কুৰাঁৰ পানী এটোপাও নোপোৱাঁ।"

"কিয়?"

"দেখা নাই আমি কুৰাঁ চাফা কৰিছোঁ?"

ঠিক সেই সময়তে এজন ডুবুৰী বাহিৰলৈ ওলাই আহিছিল আৰু কুৰাঁৰ বাহিৰত জালখন উবুৰিয়াই দিলে। জালৰপৰা অজস্ৰ বোকা মাটিত সিচঁৰতি হৈ পৰিল। বহুতো মানুহে উধাতু খাই গৈ সেই বোকাবোৰত কিবা খেপিয়াবলৈ ধৰিলে। কিন্তু বোকাৰ মাজত সিহঁতে একোকে নাপালে। ডুবুৰীয়ে জালখন হাতত লৈ আকৌ কুৰাঁত নামিল।

মই বুঢ়াক সুধিলোঁ, "এই ডুবুৰীটোৱে কি বিচাৰিছে?"

বুঢ়াই উত্তৰ দিলে, "একো বিচৰা নাই। কুৰাঁটোৰ গেলা বোকাবোৰ বাহিৰলৈ উলিয়াই পেলাইছে। আটাইবোৰ বোকা যেতিয়া বাহিৰলৈ উলিওৱা হৈ যাব তেতিয়া কুৰাঁটো চাফা হ'ব। তেতিয়া তুমি ইয়াৰ পানী কেঁচুৱাটোক খুৱাব পাৰিবা।"

মই ল'ৰাটোৰ কাৰণে কুৰাঁৰ কাষত থিয় দি থাকিলোঁ। ডুবুৰীয়ে জালখন লৈ বাহিৰলৈ আহিল। সি মাটিৰ ওপৰত বোকাবোৰ ঢালি দিলে। বোকাৰপৰা এখন ফণি ওলাল।

ডুবুৰীয়ে সুধিলে, "ফণিখন কাৰ?"

এজনী ন-কৈ বিয়া হোৱা ছোৱালীয়ে লাজকুৰীয়া ভাৱে ডুবুৰীৰ হাতৰপৰা ফণিখন লৈ নিজৰ স্বামীৰ কান্ধত হালি থিয় দিলেগৈ। ছোৱালীজনীৰ চুলিকোছা আছিল সোণালী আৰু দীঘল। গাৰ বৰণ গমৰ দৰে, চকু দুটা ডাঙৰ ডাঙৰ আৰু পিতল-বৰণীয়া। কেতিয়াবা কেতিয়াবা সেই চকু দুটা পানীৰে ভৰি গ'লে এনেহে লাগে যেন পুৱাৰ আকাশত অৰুণিমা চমকি উঠিছে।

"মনত পৰেনে?" ছোৱালীজনীয়ে তাইৰ স্বামীক লাহে লাহে সুধিলে, আৰু তাইৰ আঙুলিকেইটা ফণিৰ ওপৰত বুলাবলৈ ধৰিলে, যেন ফণিখনৰ প্ৰতিটো দাঁতেই সময়ৰ এটা

এটা মধুৰ মুহূৰ্ত্ত, যি আৰু কাহানিও উভতি নাহে।

"মনত আছে।" তাইৰ ডেকা স্বামীয়ে লাহেকৈ ক'লে আৰু স্বপ্নৰ মাজত যেন সি হেৰাই গ'ল। এই কুৱাঁৰ পাৰতেই তাৰ লাজুকী ঘৈণীয়েকক প্ৰথম দেখিছিল। তেতিয়া ছোৱালীজনীয়ে গা ধোৱাৰ আগতে তাইৰ সোণালী চুলিকোচা ফণিয়াইছিল। আৰু ডেকাজনে তেতিয়া পিয়াহত আতুৰ হৈ ঘোঁড়া ৰখাই তাইক পানী খুজিছিল।

পানী।

পানীত খুব শক্তি আছে।

পানীত খুব প্ৰেম আছে।

ডেকা স্বামীয়ে নিজৰ নব-বিবাহিতা পত্নীৰ হাতৰপৰা ফণিখন লৈ মুখত লগালে। তাৰপাছত নিজৰ চোলাৰ জেপত থৈ দিলে। ছোৱালীজনীয়ে তাক পানী খুৱাবৰ সময়ত ফণিখন তাই কুৱাঁৰ কাণত থৈ দিছিল,তাইৰ সোণালী চুলিবোৰ ফণিত লাগি আছিল। ছোৱালীজনী পানী দি যেতিয়া ঘুৰি থিয় দিছিল তেতিয়া ডেকাই তাইৰ হাতখনত ধৰি পেলাইছিল। হাত টনাটনিত ফণিখন কুৱাঁৰ ভিতৰত পৰি গৈছিল।

"মনত পৰেনে?"

কাৰ মনত নপৰিব হাতৰ সেই প্ৰথম স্পৰ্শ— ফণিখন যেতিয়া পানীত পৰি গ'ল, যেতিয়া দৃষ্টি হৃদয়ত পৰি গ'ল, যেতিয়া চুলিৰ প্ৰতিটো কিৰণ সূৰ্য্য হৈ গৈছিল! কাৰ মনত নপৰিব?

ডুবুৰী পুনৰ বাহিৰলৈ আহিল আৰু তাৰ জাল লুটিয়াই দিলে। এইবাৰ তাৰপৰা এখন দীঘল ছুৰি ওলাই পৰিল।

উজ্জ্বল চুলিআলা বুঢ়াই ছুৰিখন হাতত লৈ সুধিলে, "কাৰ এই ছুৰি?"

অলপ সময়লৈ ভীৰৰ মাজৰপৰা কোনেও একো নামাতিলে। সকলোৱে সেইখন ছুৰি চিনি পায়। ছুৰিখনৰ বাট হাতীৰ দাঁতৰ আৰু বৰ ধুনীয়া। যিজন ডেকাৰ আছিল এই ছুৰিখন তেওঁ সেই ভীৰৰ মাজত থিয় দি আছিল। আৰু সকলোৱে তালৈ চাই আছিল। কাৰণ সকলোৱে জানে যে সেইখন ছুৰিৰেই সি শেষ কৰি দিছিল সেই অত্যাচাৰী থানাদাৰটোক। সি গাৱঁৰ জীয়ৰী-বোৱাৰীৰ ইজ্জৎ হানি কৰিছিল। কিন্তু ডেকাৰ বিৰুদ্ধে কোনো প্ৰমাণ পোৱা হোৱা নাছিল। পুলিছৰ মোকৰ্দমা খাৰিজ হৈ গৈছিল। আৰু যিজনে গাৱঁৰ নাম আৰু ইজ্জৎ হানি কৰিছিল তাৰ নাম আৰু চিন পৃথিবীৰপৰাই মচি গৈছিল। পানীৰ চৌৱে এই ছুৰিখনক মানুহৰ চকুৰ আঁৰকৈ লুকাই থৈছিল যিদৰে মাকে তেওঁৰ অপৰাধী ল'ৰাক লুকুৱাই ৰাখে।

পানীত বহুত শক্তি আছে।

পানীত আছে প্ৰতিৰোধ।

সেই ডেকাৰ চকু ৰঙা পৰি গৈছিল। সি হঠাৎ বুঢ়াৰ হাতৰপৰা ছুৰিখন লৈ কঁকালত খুচি থ'লে। গৰ্ব আৰু অহংকাৰেৰে তাৰ মাকে তাৰ হাতত ধৰি থিয় দিলে।

ডুবুৰীয়ে আকৌ জালখন তুলিলে। এইবাৰ আছিল ক'লা বোকাৰ লগত বহুতো হাতীদাঁতৰ চুড়ি।

গাঁওখনৰ আটাইতকৈ কুমলীয়া গাভৰু বিধবা গৰাকীয়ে লাহে লাহে উচুপিছিল। তাইৰ স্বামীয়ে বিয়াৰ নিশাই বিহ খাইছিল। গাঁৱৰ আন কোনো ছোৱালীৰ লগত প্ৰেম আছিল, সেইবাবেই বিহ খাইছিল, কাৰণ সেই ছোৱালীজনী আৰু কাহানিও তাৰ হ'ব নোৱাৰিব! বিয়াৰ নিশা নিজৰ সমুখতে পতিৰ মৃতদেহ দেখি সেই লাজুকী কইনাজনীয়ে চিঞৰ মাৰি বাহিৰলৈ পলাই গৈছিল আৰু সেই কুৰাঁটোত চুড়িবোৰ হাতৰপৰা খুলি পেলাই দিছিল।

বুঢ়াই মনে মনে থিয়দি আছিল।

সেই বিধবা গাভৰুজনী লাহে লাহে আগুৱাই আহিল। আৰু চাপৰি সাৱধানে এপাত এপাতকৈ চুড়িবোৰ আঁচলত গোটালে, যেন সেইবোৰ তাইৰ চুড়ি নহয়, তাই যেন অজ্ঞাত কামনাবিলাকক লেখি লেখি গোটাইছে, আটাইকেইপাত চুড়ি বুটলি লৈ আঁচলত বান্ধি মূৰ তলকৈ তাৰপৰা আঁতৰি গ'ল। তাই গুচি যোৱাৰ বহুতপৰ পাছলৈকে মানুহবোৰ নীৰৱে থাকিল।

বুঢ়াই ক'লে, 'এয়া আমাৰ পিতৃপুৰুষৰ কুৰাঁ। ই আমাক জীৱনো দিয়ে, মৃত্যুও দিয়ে। এই কুৰাঁৰপৰা কাৰো ৰক্ষা নাই!'

হঠাৎ ডুবুৰী পুনৰ বাহিৰলৈ উঠি আহিল। এতিয়া তাৰ চেহেৰা নীলা হৈ গৈছে আৰু বুকুখনে জোৰে জোৰে উঠা-নমা কৰিছে। বুজা গ'ল যে সি বহুত তলৰপৰা, অতল পানীৰপৰা কিবা এটা তুলি লৈ আহিছে।

ডুবুৰীয়ে অতি সাৱধানে জাল খুলিলে। এইবাৰ জালত বোকা কম আছিল, বালি বেছি। এই বালিৰ মাজত এটি কেঁচুৱাৰ শ আছিল।

হঠাৎ মানুহবোৰ দুখোজ পাছুৱাই গ'ল আৰু মনোযোগেৰে সেই কেঁচুৱাটোৰ শ-টো চাবলৈ ধৰিলে। আটাইৰে দৃষ্টিত আছিল বিস্ময়। উজ্জলকান্তি বৃদ্ধই সেই মৃত শিশুটোক নিজৰ দুহাতত তুলি লৈ ক'লে, "কাৰ এই শিশু?"

কোনেও নামাতিলে।

কোনো আগুৱাই নাহিল।

পুৰুষবিলাকৰ চেহেৰা বিবৰ্ণ হৈ গৈছিল। বিবাহিতাসকলে ওৰণি টানি দিছিল, গাভৰু কুমাৰীসকলৰ দৃষ্টি আছিল আনত।

"এই শিশুটো কাৰ?" উজ্জলকান্তি বৃদ্ধই অলপ টানকৈয়ে আকৌ সুধিলে।

সকলো নিমাত। শব্দহীন কুৰাঁৰ চাৰিওফালে ঘেৰি সকলো থিয় দি আছে। কোনেও কোনো উত্তৰ নিদিলে। কোনেও নক'লে কেঁচুৱাটো তেওঁৰ। বুঢ়াই মৃত শিশুটো ডুবুৰীৰ হাতত ওভতাই দি ক'লে, "ডুবুৰী, শিশুটোক কুৰাঁৰ পানীলৈ ঘূৰাই পঠোৱা।"

তাৰপিছত মোৰফালে দুখ আৰু ক্ষোভৰ দৃষ্টিৰে চাই ক'লে, "অতিথি, মই বৰ বেজাৰ

পালোঁ— এই কুৰাঁ এতিয়া চফা কৰিব পৰা নাযাব। তুমি তোমাৰ ল'ৰাটিক ইয়াৰ পানী খুৱাই জীৱন ঘুৰাই দিব নোৱাৰিবা।.........।"

ডুবুৰীয়ে মৃত শিশুটিক কুৰাঁত পেলাই দিলে।

হঠাৎ মোৰ কোঁচৰ মোৰ ল'ৰাটিয়ে জপিয়াই নামি কুৰাঁৰ ফালে দৌৰিবলৈ ধৰিলে। ক'লে, "ৰবা, ৰ'বা মই ল'ৰাটোৰ লগত খেলিম।"

আৰু মই দৌৰ মাৰি ওচৰ পোৱাৰ আগতেই মোৰ ল'ৰাটিয়ে কুৰাঁত জাপ দিলে।

"মোৰ বাছাটো, মোৰ বাছাটো!" বুলি চিঞৰি চিঞৰি মই সমুখলৈ দৌৰ মাৰিলো, কিন্তু গাঁৱৰ মানুহে মোক বাধা দিলে।

মই বিৰক্ত হৈ ক'লো, "দেখা নাই? মোৰ ল'ৰাটো কুৰাঁৰ ভিতৰলৈ গুচি গৈছে?"

উজ্জলকান্তি বৃদ্ধই ধীৰে ধীৰে ক'লে, "সি সেই শিশুটোৰ লগত ধেমালি কৰিছে।"

মই কুৰাঁৰ ভিতৰলৈ হাউলি চিঞৰিলো— "বাছা! বাছা! উভতি আহ।"

কুৰাঁৰ ভিতৰৰপৰা এক বিষভৰা হাঁহিৰ শব্দ ভাঁহি আহিল। কুৰাঁৰ মাজত পানী নাই। বিহৰ ফেনাহে যেন আছে। সেই ফেনা যেন কুৰাঁ উপচি পৰিছে আৰু ই গোটেই সংসাৰকে ভঁহাই দিব, ঘাট-বাট, পথাৰ-সমাৰ সকলোতে বিয়পি পৰিব।

মানুহে মোক টানি-আঁজুৰি তাৰপৰা লৈ গ'ল। মই মাটিত আঁঠুকাঢ়ি বহি বুঢ়াৰ চোলাৰ আগটোত ধৰি খুব কাতৰ কণ্ঠে ক'লো, "বাবা, মোৰ বাছাক ওভতাই দিয়াঁ। মই নিজেই তোমাৰ কুৰাঁৰ ওচৰলৈ আহিছোঁ। মোৰ বাছাটোক মোক ঘুৰাই দিয়াঁ।"

"পাবা।" বুঢ়াই পোণ হৈ থিয় দিলে। তেওঁৰ দুচকুত এটা তিৰবিৰণি দেখা গ'ল। ধীৰে ধীৰে অথচ দৃঢ়তাৰে তেওঁ ক'লে, "তোমাৰ শিশুটো তুমি ফিৰাই পাবা। কিন্তু তেতিয়াহে যেতিয়া কোনো কুমাৰীয়ে আহি এই কুৰাঁৰ পাৰত হাউলি দ্বিতীয় শিশুটোক মাতিব আৰু তাক নিজৰ ল'ৰা বুলি ক'ব। সেই মুহূৰ্ত্তে তুমি তোমাৰ ল'ৰা ওভতাই পাবা।"

মই তাৰপৰা উঠি গাৱঁৰ তিৰোতা মানুহখিনিৰ ওচৰলৈ গ'লো।

"মোৰ বাছাটোক ওভতাই দিয়াঁ।"

বিবাহিতা মহিলাখিনিয়ে মূৰৰ ওৰণি দীঘলকৈ টানি মোৰফালে পিঠি দি থিয় দিলে।

"মোৰ বাছাক ওভতাই দিয়াঁ।"

আবিয়ৈ ছোৱালীবোৰে মুখ ঘুৰালে। সিহঁতৰ ওঁঠ শেঁতা পৰিছিল আৰু চকুৰ পাহিত চকুপানী জিলমিলাইছিল।

"মোৰ বাছাক মোক দিয়াঁ।"

বুঢ়ীবিলাকে ঘৃণাত অট্টহাস্য কৰিলে। সিহঁতে ঘৃণাত হাঁহিব পাৰে, কিয়নো সিহঁতৰ কোলা উদং হৈ গৈছে।

মই দুহাতেৰে মোৰ মুখ ঢাকিলোঁ, সিহঁতে যাতে চকুৰপৰা বাগৰি অহা মোৰ চকুপানী নেদেখে।

বহুতপৰৰ পাছত যেতিয়া মই মুখৰপৰা হাত আঁতৰালোঁ তেতিয়া তাত কোনো নাছিল।

মই দেখিলোঁ, মই অকলশৰে থিয় হৈ আছোঁ ক'তো নোহোৱা সেই গাঁওখনত সেই কুৰাঁৰ পাৰত যি সকলো চাৰিআলিতে আছে, আৰু মই প্ৰতীক্ষা কৰিছোঁ সেই কুমাৰীৰ যি এদিন মোৰ বাছাৰ প্ৰাণৰক্ষাৰ বাবে সেই কুৰাঁৰ পাৰলৈ আহিব।



# নো' আৰু ইয়েছ

শেষ মহাযুদ্ধ ২১৬৫ খ্ৰীষ্টাব্দত হৈছিল। ফলত সমস্ত পৃথিবী ধ্বংস হৈ গৈছিল, বাচি আছিল কেৱল তিনিজন ঃ

১. প্ৰফেচাৰ মেহতাব

২. চাৰিবছৰীয়া এটা হাব্‌ছী ল'ৰা

৩. এজনী ছমহীয়া ফৰাচী ছোৱালী - মিছ নো।

প্ৰফেচাৰমেহতাৰ তেওঁৰ কালৰ সকলোতকৈ ডাঙৰ প্ৰতিভা আছিল। তেওঁ ফোটন ৰকেট আৱিষ্কাৰ কৰিছিল। সেই ৰকেট প্ৰায় পোহৰৰ বেগত চলে। অন্তৰীক্ষৰ সকলোতে পোৱা ঈথাৰৰ কেঁচা উপাদানৰ পৰা তেওঁ অক্সিজেন, হাইড্ৰজেন আৰু নাইট্ৰজেনৰ পৰমাণু জন্মাব পাৰিছিল। তাৰপৰা খাদ্যও উৎপাদন কৰিব পাৰিছিল। মাধ্যাকৰ্ষণৰ শক্তিৰ পৰিমাণ অনুভৱ কৰি কৃত্ৰিম মাধ্যাকৰ্ষণো সৃষ্টি কৰিব পাৰিছিল।

তেওঁ শ্বেত কিৰণৰো উমান পাইছিল। সেই শ্বেত কিৰণ ৰৌদ্ৰকিৰণৰ দৰে অনবৰতে সূৰ্য্যৰপৰা ওলাই আছে, কিন্তু দিন বা ৰাতি কোনোসময়তে দেখা নাযায়। ৰামধেনুৰ ৰঙৰ মাজতো ভাগ কৰি দিয়া নাযায়। এক্স-ৰে, ৰাডাৰ, অণুবীক্ষণ যন্ত্ৰ, ৰেডিঅ' বা ইলেকট্ৰনিক প্ৰক্ৰিয়ায়ো সেই শ্বেত কিৰণক ধৰিব নোৱাৰে। প্ৰফেচাৰ মেহতাবে এটা এন্টিমিটাৰ যন্ত্ৰেৰে সেই কিৰণৰ অস্তিত্ব প্ৰমাণ কৰিলে আৰু তাৰ বিশেষত্বৰ লগত পৃথিবীৰ পৰিচয় কৰাই দিলে। প্ৰফেচাৰে প্ৰমাণ কৰি দিলে যে মানুহৰ হৃদয়ত পৰস্পৰৰ প্ৰতি যি ঘৃণা জন্মে তাৰ বাবে দায়ী এই শ্বেত কিৰণ। ই ধীৰে ধীৰে সূৰ্য্যৰ অভ্যন্তৰৰ পৰা ওলাই আহে আৰু মানুহৰ সিৰাই সিৰাই জমা হবলৈ ধৰে।

কিন্তু প্ৰফেচাৰ মেহতাবে এই শ্বেতকিৰণৰ প্ৰভাৱৰ শক্তি আবিষ্কাৰ কৰাৰ আগতেই ২১৬৫ চনত শেষ বিশ্বযুদ্ধত এই পৃথিবী ধ্বংস হৈ গ'ল। আগতে উল্লেখ কৰা তিনি প্ৰাণীৰ বাহিৰে আৰু কোনো বাচি নাথাকিল— থাকিল প্ৰফেচাৰ মেহতাব, মিছ নো আৰু হাব্‌ছী ল'ৰাটো যাৰ নাম ইয়েছ।

প্ৰফেচাৰ মেহতাব এই পৃথিবী এৰি গুচি গ'ল। মাটিৰ পৰা উৰি সৌৰমণ্ডল পাৰ হৈ আকাশ গংগাৰ সিপাৰে ড্ৰোমেদা গ্ৰহলৈ গুচি গৈছিল। ড্ৰোমেদা গ্ৰহত দুটা সূৰ্যই তাপ দিয়ে, কিন্তু এই উত্তাপ অত্যন্ত প্ৰাণ-জুৰোৱা। কাৰণ এই দুই সূৰ্য আদবয়সীয়া, তদুপৰি দুই সূৰ্যৰপৰা ভিন্ন প্ৰকাৰৰ কিৰণ ওলাইছিল।

এটা সূৰ্যৰপৰা পৃথিৱীৰ সূৰ্যৰ দৰে শ্বেত কিৰণ ওলাইছিল আৰু আনটোৱে তাক শেষ কৰি দিছিল। সেই কাৰণেই এই গ্ৰহৰ জলবায়ু আছিল নাতিশীতোষ্ণ। ইয়াত সেয়ে হৃদয়ত বৰ বেছি ক্ৰোধৰ সঞ্চাৰ নহৈছিল, মানুহে মানুহে শত্ৰুজ্ঞান হয় এনে ঘৃণাও নজন্মিছিল। গৰম আছিল কম — শীতো কম আৰু মাধ্যাকৰ্ষণ ইমান কম আছিল যে সেই ল'ৰা-ছোৱালী দুটিয়ে এই গ্ৰহলৈ আহি মাটিৰ ওপৰত যেতিয়া জপিয়াবলৈ ধৰে তেতিয়া মাটিৰ পৰা হাজাৰ গজমান ওপৰলৈ উঠি যায়।

এতিয়া বুজক যে এই গ্ৰহ যদি আমাৰ পৃথিৱী হ'লহেতেন তেনেহলে শিশুবোৰেও মাটিৰপৰা জপিয়াই মাউণ্ট এভাৰেষ্টক চুব পাৰিলেহেঁতেন। ৰ'দৰ কিৰণ অলপ অলপকৈ লাহে লাহে আহে। মিছ নোৱে সেই কিৰণত ঊলেৰে সুন্দৰ চুয়েটাৰ গুঠি লয়। আৰু মাষ্টাৰ ইয়েছে যেতিয়া কিবা কথাত ঢেক্‌ঢেকাই হাঁহে তেতিয়া সেই শব্দ বতাহত আইচক্ৰীম হৈ গৈ উৰিবলৈ ধৰে।

দিনৰ দিনটো এই গ্ৰহত ল'ৰা-ছোৱালীহালে হাঁহি হাঁহি নিজৰ অট্টহাঁহিৰ আইচক্ৰীম খায়। ইয়াৰ পৰ্বত মাউণ্ট এভাৰেষ্টতকৈ ওখ। কিন্তু সি পাতল [স্পঞ্জ উপাদানেৰে তৈয়াৰী। ইমানেই পাতল] যে বুঢ়া আঙলিৰে হেঁচি দিলে গোটেই পৰ্বতটো মাটিত চেপেটা খাই পৰে। পাছত আকৌ লাহে লাহে আন কোনোবা ফালে ফুলি উঠে। মাষ্টাৰ ইয়েছ আৰু মিছ নোৰ বাবে ই বৰ মজাৰ খেলা আছিল। দুয়ো সদায় সেই গ্ৰহৰ পৰ্বতত ধেমালি কৰিছিল আৰু তেওঁলোকৰ অনুসাৰে জলবায়ুৰ পৰিবৰ্ত্তন হবলৈ ধৰে।

প্ৰফেচাৰ মেহ্‌তাবে বহুত ভাবি-চিন্তিহে এই গ্ৰহটো বাছি লৈছিল। তেওঁ জানিছিল যে হাজাৰ হাজাৰ বছৰ ধৰি মানুহৰ হাড়ৰ ভিতৰত যি ঘৃণা সোমাই আছে, এদিন তাৰ ফল দেখা যাব আৰু মানুহৰ দুৰ্ভাগ্যই তাৰ জন্মধাৰা স্তব্ধ কৰি দিব। হাতত সময় নথকাত এই শ্বেত কিৰণত কোনো উপযুক্ত প্ৰতিষেধক তেওঁ উলিয়াব পৰা নাছিল। সেইদেখি তেওঁ নিজৰ প্ৰকাণ্ড ফোটন ৰকেটৰ সহায়ত ধীৰে ধীৰে কেইবাৰমান সেই সৌৰমণ্ডলৰ বাহিৰতো উৰি ফুৰিছিল। মানুহৰ জন্মধাৰা ঘৃণাজনিত ধ্বংসৰ পৰা ৰক্ষা পৰিব পৰা গ্ৰহ বিচাৰি ফুৰিছিল। ভাগ্যক্ৰমে তেনে এটা গ্ৰহ তেওঁ বিচাৰি পাইছিল। তাৰ পাছৰ দহ বছৰ ধৰি তেওঁ মানুহৰ জ্ঞান আৰু কলাবিষয়ক সভ্যতা আৰু সংস্কৃতিৰ বহু মূল্যবান বস্তু আৰু প্ৰয়োজনীয় আচবাব-পত্ৰ গোপনে এই পৃথিৱীৰপৰা সেই গ্ৰহলৈ বহন কৰি নিছিল। সকলোবোৰ ব্যৱস্থা তেওঁ যেতিয়া সম্পূৰ্ণ কৰি পেলাইছিল আৰু যেতিয়া তেওঁৰ বিজ্ঞানী-অনুভবেৰে সেইবিষয়ে দৃঢ় বিশ্বাস হৈছিল, তেতিয়া তেওঁ ড্ৰোমেদা গ্ৰহৰপৰা আমাৰ এই পৃথিৱীলৈ নামি আহিছিল এই বাতৰি দিবলৈকে যে, তেওঁ এনেকুৱা এক গ্ৰহ আবিস্কাৰ কৰিছে য'ত বাস কৰিলে কেৱল মানুহৰে নহয়, মানুহৰ সভ্যতা-সংস্কৃতিৰো উন্নতি সুৰক্ষিত হ'ব।

কিন্তু দুখৰ বিষয় এয়ে যে যেতিয়া প্ৰফেচাৰ ড্ৰোমেদা গ্ৰহৰ পৰা নামি আহিছিল তেতিয়া পৃথিৱীত শেষ বিশ্বযুদ্ধৰ অন্তিমপৰ্ব চলিছিল। মনুষ্যজাতি নিঃশেষ হৈ গৈছিল, মনুষ্য-সভ্যতাও। প্ৰফেচাৰৰ সুসংবাদ কামত পৰিণত কৰিবলৈ কোনো বাচি থকা নাছিল।

প্ৰফেচাৰ মেহতাবে বৰ কষ্ট কৰি পৃথিবীৰ বেলেগ বেলেগ দুডোখৰ ঠাইত দুটা টুকুৰীৰ মাজত এই শিশু দুটাক কোনোমতে জীৱিত অৱস্থাত পালে। এই দুটাকৈ লৈ তেওঁ নিজৰ ফোটন ৰকেটত উঠি সেই নতুন গ্ৰহৰ উদ্দেশ্যে যাত্ৰা কৰিলে।

ড্ৰোমেদা গ্ৰহত গৈ উপস্থিত হৈ তেওঁ সেই শিশু দুটাৰ ৰক্ষণাবেক্ষণত আৰু শিক্ষা-দীক্ষাত দিন-ৰাতি ব্যস্ত হ'ল। কাৰণ সেই দুটিয়েই একমাত্ৰ মনুষ্যজাতিক আগবঢ়াই নিওঁতা — দুজনৰ ভিতৰত এজন যদি মৰি যায় নাইবা কোনোবা এজনৰ শিক্ষা-দীক্ষাৰ ত্ৰুটি হৈ যায় তেতিয়াহলে, যিবোৰ সমস্যাই একবিংশ শতিকাৰ মানুহক মৃত্যুৰ ঘাটত নি থিয় কৰাইছিল সেইবোৰ সমস্যায়েই আকৌ দেখা দিব।

এই কাৰণেই প্ৰফেচাৰ মেহতাবে এই শিশু দুটিৰ শিক্ষা-দীক্ষা, লালন-পালন, চোৱা-চিন্তা কৰাৰ কোনো ত্ৰুটি নাৰাখিলে। নিজৰ মৃত্যুৰ আগতেই মানৱজাতিৰ এই দুই প্ৰতিনিধিক তেওঁ মানৱজ্ঞান, সভ্যতা আৰু সংস্কৃতিৰ সম্পূৰ্ণ সম্পদ দান কৰিবলৈ বিচাৰিছিল — যিবোৰ সম্পদ আজি পৃথিৱীৰপৰা অদৃশ্য হৈ গৈছে।

বিজ্ঞান, ইতিহাস, সাহিত্য, দৰ্শনশাস্ত্ৰ, অৰ্থশাস্ত্ৰ— জীৱনৰ কোনো বিষয়েই যাতে বাদ পৰি নাযায়। স্বৰবৰ্ণ ব্যঞ্জনবৰ্ণৰপৰা আৰম্ভ কৰি শেক্সপিয়েৰ,কালিদাস, দান্তে, তুলসীদাস, গালিবলৈকে, বিজ্ঞানৰ আপেল পৰাৰপৰা আৰম্ভকৰি তাৰকাপুঞ্জৰ গতিলৈকে অৰ্থাৎ নিউটনৰ পৰা আইনষ্টাইন আৰু প্ৰফেচাৰ মেহতাবলৈকে, জ্ঞানৰ যত মহামূল্যবান সম্পদ — কেইবছৰমানৰ ভিতৰতে এই দুটা কুমলীয়া মগজুত সকলো সুমাই দিব লগা আছিল।

হাতত সময় আছিল কম আৰু তেওঁ দিনক দিনে বুঢ়া হৈ আহিছিল। ছমহীয়া ফৰাচী ছোৱালীজনী এতিয়া ষোল্লবছৰীয়া দুষ্টালিৰে ভৰা চঞ্চল পাটগাভৰুত পৰিণত হৈছে। সেই কেকোঁৰা চুলি, মৌ-সনা চকু আৰু লাজকুৰীয়া হাঁহিৰে ভৰা ল'ৰাটো এতিয়া ছফুট ওখ, পাহুৱাল ডেকাত পৰিণত হৈছে। আজি সি একৈশ বছৰত সোমাল।

দুয়োৰে শিক্ষা-দীক্ষা একেলগে হৈছিল, দুয়োৰে ওপৰত প্ৰফেচাৰৰ আছিল সমানে দৃষ্টি,কমো নহয়, বেছিও নহয়। তেওঁ দুয়োজনকে সমানে স্নেহো কৰিছিল। ইলেকট্ৰনিক যন্ত্ৰেৰে তেওঁ সদায় দুয়োজনকেই সমানে মানৱ জ্ঞানৰ কোষ প্ৰদান কৰিছিল। দুয়োজনেই আছিল হুঁচিয়াৰ আৰু বুদ্ধিমান। যোৱা পোন্ধৰ বছৰৰ শিক্ষাত দুজনৰ মস্তিষ্কৰ পৰিপক্কতা সেই স্তৰলৈকে গৈছিল, যি স্তৰত মানৱ-বুদ্ধি পঞ্চদশ শতাব্দীত পাইছিলগৈ।

প্ৰফেচাৰ বৰ সুখী হৈছিল। কেইবছৰমানৰ ভিতৰতে দুয়োজনে বিংশ শতাব্দীৰ জ্ঞানক অতিক্ৰম কৰি যাব, আৰু তেওঁলোকৰ অসম্পূৰ্ণ শিক্ষা সম্পূৰ্ণ হ'ব; যি কোষ মানুহে হাজাৰ হাজাৰ বছৰ ধৰি অনুসন্ধান কৰিছে, সি বিফলে নাযাব; মানুহৰ বিকাশ ৰুদ্ধ হৈ নাযাব, মানুহে তাৰ নতুন বাসস্থানত অগ্ৰগতিৰ পথত বাট বুলিব।

কিন্তু জীৱনৰ প্ৰবাহ চলিব ক'ৰপৰা ?······· আহিব ক'ৰপৰা ?

এতিয়াতো এই গ্ৰহত তিনিজন মানুহ জ্ঞান আৰু বিদ্যাৰ বান্ধোনত ইজন সিজনৰ লগত বন্ধা, তেওঁলোকৰ মাজত সেই মিলাপ্ৰীতি ক'ত, সেই প্ৰেম ক'ত, যি এখন ঘৰ-

সংসাৰত হয়। সেইঘৰ যি প্ৰফেচাৰে তলৰ পৃথিবীত হেৰুৱাই থৈ আহিছে-- সেই ঘৰ যাৰ সুখৰ বিষয় এই দুই নব-যৌবনৰ অজ্ঞাত।

আচৰিত কথা, মিছ নো’ আৰু মাষ্টাৰ ইয়েছ দুয়োৰে প্ৰতিপালন একেলগে হৈছে, দুয়ো একেলগে পালিত হৈছে, দুয়ো একেলগে ইজনে সিজনৰ লগত থাকিবলৈ বাধ্য হৈছিল, কাৰণ দুয়োৰে বাহিৰে তেওঁলোকৰ আন কোনো সঙ্গী নাছিল। প্ৰফেচাৰ আছিল, কিন্তু তেওঁৰ ভূমিকা আছিল পিতাৰ, এজন গুৰুৰ, এজন দয়ালু বয়সীয়াল লোকৰ। দুয়ো পৰস্পৰৰ সৈতে প্ৰেম কৰি মানৱজাতিক আগুৱাই লৈ যোৱাই উচিত আছিল। প্ৰফেচাৰে এই কথা তেওঁলোকক কে’বাবাৰো বুজাইছিল, আৰু তেওঁলোকো কেঁচুৱা নহয় যে এই কথা বুজা নাই। তেওঁলোকে এই কথা খুব ভালকৈয়ে জানিছিল যে তেওঁলোকে যদি সোনকালেই ইজনে সিজনক বিয়া নকৰে তেন্তে ইয়াৰ পৰিণাম ভয়ানক হ’ব। এই সম্পূৰ্ণ গ্ৰহমণ্ডলীত সুবোধ, শৃঙ্খলাবদ্ধ, মনীষী জীৱন চিৰকালৰ বাবে শেষ হৈ যাব। কিন্তু কিয় কোনে জানে, এওঁলোকে দুয়ো ইজনে সিজনক পাবলৈ নিবিচাৰে, ইজনে সিজনক ভাল নাপায়। একেলগে থাকে, পৰস্পৰক পছন্দও কৰে, কিন্তু প্ৰেমৰ ভাব নাই।

মাষ্টাৰ ইয়েছৰ আপত্তি, নো’ কিয় ইমান বগা। তেওঁ কৈছিল,‘ইমান বগী ছোৱালী মোক নালাগে।”

ইয়েছৰ ক’লা বৰণত নো’ৰ কোনো আপত্তি নাছিল, কিন্তু তেওঁৰ কেঁকোৰা চুলিবোৰ বৰ অপছন্দ। “পোন চুলিৰ ল’ৰাহে মোক লাগে।”

“ক’লা চকুৰ ছোৱালীহে মই বিচাৰোঁ। যি কোনো ক’লী ছোৱালী হলেও হ’ব, যি তৰ্ক কৰিব, কিন্তু শেষত হাৰিব।”

“বাঃ! মই কিয় হাৰিম? হোঁঃ।” নো’ই খঙতে কয়, “তোমাৰ হাতত হাৰি যাম?”

“নো’ কাৰণে-অকাৰণে কবিতা নপঢ়িবা।”

ইয়েছে ভালপায় বেছি বিজ্ঞান, গণিত, এলজেব্ৰা। নো’ৰ প্ৰিয় কবিতা, সাহিত্যদৰ্শন আৰু গল্প-টল্প। তেওঁ নানা ভাষা জানে আৰু ৰকেট চলাবও পাৰে।

“কি ভাবিছা? মই তোমাৰ নিচিনা পণ্ডিত, নীৰস, বুৰ্বক এটাক বিয়া কৰিম?”

“ইয়েছ।” ইয়েছে উত্তৰ দিয়ে।

“নো’।”নো’ৰে ক’লে। “মই এনে ল’ৰা বিচাৰোঁ যি পানীৰ বুৰবুৰণিৰ দৰে কোমল, সূৰ্যৰ দৰে সোণালী, আৰু ৰকেটৰ দৰে দ্ৰুতগতিৰ, এই বেঙাটোৰ দৰে নহয়– সকলো সময়তে উল্টা-চিধা ফৰমূলা ভাবিছে।”

“কিন্তু তেনেকুৱা ল’ৰা ওলাব ক’ৰপৰা?” প্ৰফেচাৰে হায়ৰাণ হৈ নো’ক প্ৰশ্ন কৰিলে, “তোমালোকহে বৈ গ’লা। মই বিচাৰোঁ যে তোমালোক দুয়ো সোনকালে বিয়া কৰোৱা; আৰু ধৰি লোৱা অহা বিশ বছৰত তোমালোকৰ যোলটা সন্তান হৈছে ·······” প্ৰফেচাৰ হিচাপ কৰাত লাগি গ’ল।

“ মই তাক ভাল নাপাও।”নো’ৰে কন্দনামুৰা হৈ ক’লে, “যেতিয়া ইয়েছে তাৰ হাতেৰে

মোক ছোৱে তেতিয়া সেই হাত চেঁচা যেন লাগে। এনেহে লাগে যেন বৰফৰ টুকুৰা এটাহে হাতত লাগিছে। মোক লাগে জুইৰ দৰে দীপ্তিমান ল'ৰা।"

"এইজনী ছোৱালী দেখিবলৈ বেয়া।" মুখ বিকটাই ইয়েছে কয়, "এইৰ চকু নীলা, গলধনত অসংখ্য সৰু সৰু তিল, আৰু ৰঙা ওঁঠ — যেন ছাল-ছেলোৱা ৰঙা মাংসহে। ইছ্ মই এই ছোৱালীৰ লগত প্ৰেম কৰিব নোৱাৰোঁ —কেতিয়াও নোৱাৰোঁ।"

প্ৰফেচাৰে হতাশ হৈ মূৰৰ চুলি ছিঙিবলৈ ধৰিলে। তেওঁৰ গোটেই জীৱনৰ পৰিশ্ৰম ব্যৰ্থ হ'ব খুজিছে। তেওঁ জগতৰ সকলোতকৈ ডাঙৰ জিনিয়াছ। আৰু এতিয়া তেওঁ সৃষ্টিৰ শেষ বুদ্ধিমান লোক। তেওঁ সকলো জানে — সকলো জ্ঞান, সকলো বিজ্ঞান আৰু কলাবিদ্যা।

কিন্তু প্ৰেমৰ বিষয়ে তেওঁ একোকে নাজানে।

নিজৰ জীৱনৰ এৰি অহা দিনবোৰলৈ উভতি চাই তেওঁৰ নিজৰ শৈশৱৰ কথা মনলৈ আহিল। বস্তিৰ আলিবাটতে তেওঁ প্ৰতিপালিত হৈছিল। এজনী মগনীয়াই তেওঁক পালন কৰিছিল। আই-বোপাই কোন আছিল তেওঁ ক'ব নোৱাৰে। তেওঁলোকে অভাৱো কোনোদিনে অনুভৱ কৰা নাছিল। নিচেই সৰুকালতেই তেওঁৰ সাংসাৰিক বুদ্ধি হৈছিল। সেই দিনবোৰ কেনে অন্ধকাৰময় আছিল। গলিৰ আলিবাটৰ ধূলিত লেটি লৈ, জেঁকা, দুৰ্গন্ধময় চিৰিৰ পাছফালে শুই থাকি, পাদুৰীৰ দয়াত তেওঁ পালিত হৈছিল- সাহায্য-ভাণ্ডাৰৰ বৰঙণিৰে শিক্ষালাভ কৰিছিল। সেই দিনবোৰ তেওঁৰ কেনে উজ্জ্বল আৰু চমৎকাৰ আছিল। হীৰাৰ দৰে কঠিন আৰু ধাৰাল খ্যাতি পাছত তেওঁ পাইছিল, সম্পদো পাইছিল, শক্তিও পাইছিল। কিন্তু এই সকলো পায়ো তেওঁ প্ৰেম পোৱা নাছিল। যি কাম তেওঁ কৰিছে আৰু তলৰ সংসাৰৰ যিবোৰ দায়িত্ব তেওঁ লৈছিল, সি ইমানেই বিৰাট আছিল যে প্ৰেমৰ প্ৰয়োজন অনুভৱেই কৰা নাছিল। সেই সুকোমল বাসনাৰ লগত তেওঁৰ কোনো পৰিচয়েই নাছিল। প্ৰেমৰ অনুভূতিৰ বিষয়ে তেওঁ পঢ়া-শুনা কৰি এই দুই নতুন ডেকা-গাভৰুক সেই সম্পৰ্কে পাঠ দানো কৰিছে। কিন্তু পঢ়া এক কথা, উপলব্ধি আন এক। তেওঁ কেতিয়াও প্ৰেম কি বুজাই নাই। জুইশলাৰ কাঠিৰ দৰে ব্যৱহাৰ কৰিছে, তাৰে নিজৰ আঙুলি কেতিয়াও পোৰা নাই। এই কাৰণেই তেওঁ প্ৰেমৰ প্ৰসংগ বুজিব পৰা নাই।

কি কৰিব তেওঁ ঠিক কৰিব পৰা নাছিল। তেওঁ তেতিয়া পৃথিৱীত গৈ এপাক ঘূৰি অহাকে ঠিক কৰিলে। এই পৃথিৱীত তেওঁলোক দুজনে যি কোনো ঠাইত, মৰুভূমিত বা ধ্বংস হৈ যোৱা অৰণ্যত একেলগে বা বেলেগে বেলেগে মিলিত হ'ব পাৰে, য'ত এদিন উন্নততম সভ্যতাৰ আবাস আছিল, আৰু তাৰ ফলত হয়তো দুয়ো বিয়া হবলৈ মান্তি হৈ তেওঁৰ লগত এই গ্ৰহ (পৃথিৱী) লৈ আহি মানৱজাতিৰ অগ্ৰগামিতাৰ বাবে বংশবৃদ্ধি কৰি— বোধহয় তেওঁ ইমানখিনি আশা কৰা নাছিল। তথাপি এবাৰ শেষ চেষ্টা কৰাত ক্ষতি কি?

তেওঁ নিজৰ মনত উদ্ভৱ হোৱা এইবোৰ চিন্তা আৰু মতলব এই ডেকা-গাভৰু হালক একো নজনাই সিঁহতক কেৱল কৈছিল যে, পৃথিৱীত সভ্যতা আৰু নাগৰিকতাৰ শেষ চিন

চোৱাৰ বাবে নিজৰ ফোটন ৰকেট লৈ তালৈ যাবলৈ ওলাইছে। সিহঁতৰ ইচ্ছা হ’লে তেওঁৰ লগত যাব পাৰে।

ইয়েছ আৰু নো’ৱে লৰালৰিকৈ সাজু হৈছিল। নিজৰ ঘৰ-দুৱাৰ চাবলৈ দুয়ো অস্থিৰ হৈ পৰিছিল। য’ৰ পৰা সিহঁত আহিছিল তাৰ ইতিহাস আৰু সভ্যতাৰ বিষয়ে প্ৰফেচাৰৰপৰা শুনিছিল, সেইবোৰ ঠাই কেনে তাক চাবলৈ বিচাৰিছিল। সিহঁত দুয়োৰে ইচ্ছা কেৱল পূৰ্বপুৰুষসকলৰ পৃথিৱী চাবলৈ যাব ঐতিহাসিক আৰু ভৌগোলিক জ্ঞান লাভৰ উদ্দেশ্যেহে।

পৃথিৱীৰ বুকুত বিয়পি আছিল এক বৰ্ণহীন কুৱঁলী। ফোটন ৰকেট যেতিয়া পৃথিৱীৰ বায়ুমণ্ডলত অৱতৰণ কৰি ধীৰে ধীৰে উৰিবলৈ ধৰিছিল, তেতিয়া পুৱাৰ এক দুৰ্গন্ধ বিবৰ্ণ লালিমাই চৌদিশ আবৰি আছিল। সূৰ্যৰ ৰং আছিল পাৰচৰাইৰ তেজৰ দৰে গাঢ় ৰঙা। চাৰিওফালে জনবসতিৰ ধ্বংসস্তূপ। গছবিলাক জ্বলি গৈছে, পথাৰবোৰ ধূলিয়ৰি। আৰু বতাহত বাৰুদৰ গোন্ধ। ক’তো মানুহৰ জীৱনৰ কোনো চিন-মোকাম নাই।

প্ৰফেচাৰ মেহতাবে তেওঁৰ সৰু ফোটন ৰকেটখন মাটিৰ কাষে কাষে কেইবাৰমান ঘূৰালে। ইলেকট্ৰনিক আৰু ৰাডাৰ দূৰবীণেৰে মাটিৰ চুকে-কোণে পৰ্য্যবেক্ষণ কৰিলে– ক’তো জীৱনৰ চিন নাই, প্ৰবল উত্তপ্ত বতাহ ক্ষিপ্ত কুকুৰনেচীয়াৰ দৰে শুকান মহদ্বীপৰ ওপৰেদি বৈ গৈছে, নৈত পানী আছে, কিন্তু সেই পানী পিওঁতা কোনো নাই, বিশাল সুউচ্চ গিৰিশিখৰ তুষাৰাবৃত হৈ থিয় দি আছে, কিন্তু সেয়া চাওঁতা কোনো নাই, কোনো কোনো পাহাৰী পথৰ ওপৰত বনৰীয়া ঘাঁহ-বন গজিছে, কিন্তু সেইবোৰ গচকি যাওঁতা কোনো নাই।

কিছুপৰৰ পাছে পাছে ৰকেটৰ অত্যন্ত শক্তিশালী মাইক চিষ্টেমত প্ৰফেচাৰে ঘোষণা কৰিছিল – “ক’ৰবাত কোনোবা মানুহ আছা যদি সঁহাৰি দিয়াঁ।” ৰকেটৰ ইলেকট্ৰনিক এনটেনাই মকৰাজালৰ দৰে শব্দধাৰক যন্ত্ৰ বহলাই দি কোনো সূক্ষ্মৰপৰা ক্ষুক্ষ্মতৰ মানুহৰ মাত শুনিবলৈ ব্যাকুল হৈছিল।

কোনো ক্ষীণ অন্তিম আৱাজ, কোনো কেঁচুৱাৰ থানাক-থুনুক মাত, মানৱ-কণ্ঠ নিঃসৃত ক্ষুদ্ৰ কোনো শব্দ তৰঙ্গ – একো নাছিল। থকা হ’লে এণ্টেনাই লগে লগে ধৰি পেলালেহেঁতেন। কিন্তু কোনো উত্তৰেই নাপালে।

এক নিঃশব্দ বায়ুমণ্ডলত ৰকেট ঘূৰি ফুৰিছিল। হায় অনবৰতে কথা কৈ থকা, বৃথা তৰ্কত মত্ত থকা, কেতিয়াও নিমাতে নথকা মানুহ কি নিৰ্বাক হৈ গ’ল! যি মানুহে ধৰ্মৰ নামত যুদ্ধৰ ডাক দিছিল, যি মানুহে অধিকাৰ আৰু ত্যাগৰ স্বাৰ্থত প্ৰাণ উছৰ্গিবলৈ প্ৰস্তুত আছিল – সেই মানুহবোৰ চব মৰি গ’ল। আৰু তেওঁলোকৰ লগতেই মৰি গ’ল তেওঁলোকৰ সাধুতা, তেওঁলোকৰ ধৰ্মবিশ্বাস, ধৰ্ম, অধিকাৰ আৰু ন্যায়ৰ ধাৰণা আৰু মতবাদ – সকলো ধ্বংস হৈ গ’ল।

নদীত পানীয়ে উচুপিছে, গছৰ বন্ধ্যা শাখা তলমুৱা হৈ আছে। পোহৰৰ লালিত্যই সু-সজ্জিত হৈ দিগন্তৰেখাত পৃথিবীলৈ নামি আহিছে, কিন্তু তাক বিচৰা কোনো মানুহক নেদেখি নিৰাশ হৈ সূৰ্যৰ কোলালৈ উভতি গৈছে।

ধীৰে ধীৰেফোটন-ৰকেট মাটিৰ কাষে কাষে পৃথিৱীৰ ওপৰত উৰিছিল। প্ৰফেচাৰ হঠাতে খুব উন্মনা হৈ পৰিল। তেওঁ ধীৰে ধীৰে কবলৈ ধৰিলে, যেন কোনো কৰুণ কাহিনীৰ শেষ অধ্যায়হে কৈ শুনাইছে;

'ইয়াতে আছিল নিউয়ৰ্কৰ আকাশ-ছোৱা প্ৰাসাদবোৰ; ইয়াতে আছিল পেৰিছ, কোমলাননা সুন্দৰীৰ চহৰ; এয়া আছিল মস্কো, চেখফ, দস্তয়েভস্কি আৰু টলষ্টয়ৰ প্ৰিয়া; এয়া আছিল পিকিং, নীলা ফুলৰ পাহিৰ দৰে কোমল ঘৰ-দুৱাৰৰ চহৰ; ইয়াতে আছিল টোকিঅ' – মীশাও আৰু চেৰীফুলৰ চহৰ; এয়া আছিল তেহৰাণ সুন্দৰ গোলাপৰ হিন্দোলা; এয়া লাহোৰ, শায়ৰী আৰু শিষ্টাচাৰৰ দলদোপ; এয়া আছিল দিল্লী – হিন্দুস্থানৰ ৰাজধানী, সাত সভ্যতাৰ ৰাজধানী, আৰু সাত সভ্যতাৰ জন্মস্থান; কিন্তু এতিয়া সকলোকেৰল ধ্বংসস্তূপ—নীৰৱ— নিস্তব্দ, জনবসতিহীন, শব্দহীন অৰণ্য, ভগাছিগা ঘৰ-দুৱাৰ, ক'তো এটাও অট্টালিকা নাই, সকলোবোৰ ধ্বংসস্তূপ।

প্ৰফেচাৰৰ কণ্ঠ নিমাত হ'ল, স্তব্ধ হ'ল। তেওঁ উদাস ভাৱনাত বিভোৰ হৈ গ'ল। হঠাতে প্ৰফেচাৰে চমকি গৈ বিস্ময়েৰে তলৰ ফাললৈ চাবলৈ ধৰিলে।

'ইয়ে!' তেওঁ সবিস্ময়ে চিঞৰি উঠিল। তেওঁৰ চিঞৰ শুনি ইয়েছ আৰু নো' আহি তেওঁৰ কাষত থিয় দিলেহি আৰু সিহঁতৰ দৃষ্টিও তলৰফালে ঘূৰিবলৈ ধৰিলে – প্ৰফেচাৰৰ দৃষ্টিৰ লগে লগে তললৈ গ'ল।

সচাঁকৈয়ে তলৰ মাটিত এটা অট্টালিকা আচল ৰূপেৰে অটুটভাবে থিয় দি আছে। সিহঁত দুয়ো চমকি উঠিল, নিজৰ চকুকে মোহাৰি আকৌ চালে। সঁচাকৈয়ে এটা অট্টালিকা থিয় দি আছে। দৃষ্টিবিভ্ৰম নহয়। গোটেই পৃথিৱীৰ ভিতৰত এই এটাই অট্টালিকা থিয় দি আছে।

প্ৰফেচাৰে তেওঁৰ ৰকেটটোক ধীৰে ধীৰে নি সেই অট্টালিকাৰ সমুখত নমালেগৈ। তিনিও ৰকেটৰপৰা নামি অট্টালিকাটোৰ ফালে যাবলৈ ধৰিলে। সেই অকলশৰীয়া উদ্ধত অট্টালিকা সমস্ত পৃথিৱীৰ ভিতৰত মানুহৰ হাতে-গঢ়া একমাত্ৰ শেষ অট্টালিকা – নিজৰ আচলৰূপেৰে যথাযথভাৱে থিয় দি আছে।

অন্ধকাৰ বাঢ়ি আহিছে, কিন্তু য'ত অট্টালিকাটো থিয় দি আছে তাত অন্ধকাৰ নাছিল— এনেহে লাগিছিল যেন অন্ধকাৰে সেই অট্টালিকা গ্ৰাস কৰিবলৈ ভয় কৰিছিল।

নৈৰ পাৰত এক সুন্দৰ সজল স্বপ্নই কোনো এক সুন্দৰীৰ দৰে এঙামুৰি দিছিল,নিজৰ মৰ্মৰ বাহু দাঙি প্ৰেমৰ দৰবাৰত নামাজ পঢ়িছিল।

"তাজমহল'! নো'ৱে সেই খিনি পায়েই জোৰেৰে চিঞৰি উঠিল আৰু ল'ৰি গৈ দুৱাৰ পাৰ হৈ ভিতৰ সোমাল। প্ৰফেচাৰে তাজমহলৰ বিষয়ে সিঁহত দুয়োকে বহুতো কথা কৈছিল। ছবিও দেখুৱাইছিল। সেই তাজমহল এতিয়া সিঁহতৰ সমুখত।

সকলোবোৰ ধ্বংস হৈ গ'ল, কিন্তু তাজমহল আছে – ই এক পৰম বিস্ময়। এতিয়া বিস্ময় আৰু আনন্দৰ অনুভূতিৰে ভৰা হৃদয়েৰে তিনিও তাজমহলৰ সমুখত। হঠাতে এটা

মৰ্মৰ মিনাৰৰ ওপৰত চতুৰ্থীৰ জোন আহি ৰৈ গ’ল। এনেহে লাগিল যেন কাৰোবাৰ কোমল, বিহবল আঙুলিত ৰূপৰ আঙঠি পিন্ধাই দিয়া হ’ল।

“আঃ” — নো’ৰ অন্তৰ্ভেদী এক দীৰ্ঘশ্বাস ওলাই আহিল। তাই ইয়েছৰ হাতখনত ধৰিলে আৰু লাহে লাহে তাৰ হাতত হাতবুলাই দি কবলৈ ধৰিলে, “তোমাৰ হাত জুইৰ দৰে তপত।”

“অঃ, তুমি কি সুন্দৰ! “ইয়েছে নো’ক ক’লে। “সি আচৰিত হৈ নো’ৰ ফালে চাবলৈ ধৰিলে,যেন তাইক প্ৰথমহে দেখিছে।

নো’ৰে প্ৰফেচাৰক ক’লে, “মই ইয়েছক বিয়া কৰাম আৰু আমি এই তাজমহলৰ পদতলতে কৰাম আৰু আমি এই তাজমহলৰ পদতলতে থাকিম। ইয়াতেই আমাৰ সন্তানৰ জন্ম হব।”

“কি কৈছা তুমি?” প্ৰফেচাৰে বিমূঢ় হৈ ক’লে, “এয়াতো ঘৃণাৰে ভৰা যুদ্ধৰ ভূমি, ইয়াৰ ধূলিত তেজৰ চেকা। ভ্ৰাতৃ-ৰক্ত পিপাসু অত্যাচাৰী ভূমি। আকৌ সেই ৰক্তাৰক্তিৰ পুনৰাবৃত্তি বিচাৰা নেকি?”

“যেতিয়ালৈকে তাজমহল থিয় দি থাকিব তেতিয়ালৈকে মানুহৰ আশা বাচি থাকিব।” নো’ৰে ইয়াকে কৈ গভীৰ প্ৰেমৰ দৃষ্টিৰে তাজমহল চাবলৈ ধৰিলে।

“মই মোৰ ফোটন-ৰকেটৰ সহায়ত তোমালোকৰ বাবে তাজমহলক দাঙি ড্ৰোমেদা গ্ৰহলৈ লৈ যাব পাৰোঁ।”

“ইয়াতকৈ বেছি অন্যায় আৰু কি হ’ব পাৰে, প্ৰফেচাৰ?” ইয়েছে থত্ মত্ খাই ক’লে।

“তাজমহলক চোৰাঁ। এনে ভাৱ হৈছে, মানুহৰ হাতে তাক তৈয়াৰ কৰা নাই, ই যেন মাটি ফুটিহে ওলাইছে। প্ৰফেচাৰ, তাজমহল হ’ল এই পৃথিবীৰ স্বপ্ন। আৰু স্বপ্নক কোনেও চুৰ কৰিব নোৱাৰে।”

“কিন্তু এই সমতলত ঘৃণাৰ কিৰণ বৰ্ধিত হৈছে আৰু মানুহৰ হাড়ৰ মাজত সোমাই গৈছে।” প্ৰফেচাৰে চিএঞৰি ক’লে।

ইয়েছে প্ৰশ্ন কৰিলে, “তেনেহলে তাজমহল কেনেকৈ তৈয়াৰী হ’ল?

“ঘৃণাৰ সমতলৰপৰা প্ৰেমৰ এই আশ্চৰ্য্য প্ৰতিমা কেনেকৈ তৈয়াৰী হ’ল?” নো’ৰে প্ৰফেচাৰক প্ৰশ্ন কৰিলে আৰু ইয়েছৰ হাতখন খামুচি ধৰি ক’লে, “এই কথা নকৰা প্ৰফেচাৰ, এই কথা নকৰা! এদিনতো সুদিন আহিব! কোনোবা এদিনতো সুগন্ধ বলিব। কোনো এদিনতো প্ৰেম জাগি উঠিব! আৰু গাঁৱে গাঁৱে, গলিয়ে গলিয়ে এই দুনিয়াত সেই প্ৰেমে ৰাজত্ব কৰিব।”

আকৌ এটা হুমুনিয়াহ পেলাই নো’ৰে ইয়েছৰ বুকুত তাইৰ মূৰটো গুজি দিলে আৰু চকু মুদি খুব শান্তিৰে ক’লে, “মই মোৰ সন্তানক দেখিবলৈ পাইছোঁ।”

তাজৰ প্ৰেমৰ বাতৰি সমগ্ৰ বিশ্বতে বিয়পি যাবলৈ ধৰিলে।



# মিথুন

বজাৰ মন্দা হৈছিল নাইবা কাৰবাৰ সৰু। এনে লাগিছিল যে পশ্চিমৰফালে য'ত বাটটো অলপ ওপৰলৈ উঠি আকাশ চুইছে আৰু পাছত একেবাৰে তললৈ নামি গৈছে, তাতেই পৃথিবীৰ শেষ প্ৰান্ত, আৰু তাৰপৰা এটা জাপ মাৰিব লাগিব, জীৱনক বচাবৰ বাবেই প্ৰাণটো দিব লাগিব।

দিনৰ দিনটো মূৰ অফলিৱাৰ পাছত মদন টকলা (নানাৰকম বস্তু বেচোঁতা) ই মাত্ৰ দুটা বস্তু হাতত পালে। এক, ফ্লোৰেনচিনৰ মূৰ্ত্তিটো হয়তো কোনো বুৰ্বক ফিল্ম-প্ৰডিউচাৰে ভাড়াত নিব পাৰে, কিন্তু যামিনী ৰায়? কোনো খেদ নাই, আজি সি সেইটো লুকাই থৈ দিয়ে যদি, কাইলৈ নাতি-পুতিয়ে তাৰপৰা কোটি টকা দাও মাৰিব – যেনেকৈ পশ্চিমী দুনিয়াত আজিও কাৰোবাৰ হাতত যদি লিওনাৰ্ডৰ স্কেচ ওলায় তেনেহলে আৰ্টৰ বজাৰত নীলামত তাৰ দাম লাখটকালৈকে উঠিব। এই লাখ আৰু কোটি টকাৰ ভাবনাত মদনলালৰ দুচকুত বিজুলী চমকি ধৰিলে। এই কথা সি পাহৰিয়ে গ'ল যে তাৰ বয়স চল্লিশ বিয়াল্লিশ পাৰ হৈছে। তদুপৰি তাৰ নাই এদালিও চুলি, ইফালে তাৰ বিয়াও হোৱা নাই। গতিকে নাতি-পুতিৰ কথাই নুঠে। মগনে কিয়েই বা কৰে! সি এটা সাধাৰণ হিন্দু। ইমান ডাঙৰ এটা ফিলছফীৰ চিন্তাকাৰী তথাপি তাৰ মনৰপৰা বনিয়া ভাব যোৱা নাই। মুখৰে সি 'পইচাতো মায়াহে' – বুলি তাক দূৰলৈ ঠেলি দিয়ে, কিন্তু অন্তৰত ধনৰ প্ৰতি তাৰ আছিল প্ৰচণ্ড আসক্তি। দুনিয়াত যদি কোনোবাই পইচাৰ পূজা কৰে, তেনেহলে সি হিন্দু। আজি তাৰ ইয়াত দেৱালীৰ দিনা উজ্জল পূজাপাত্ৰৰপৰা গাখীৰ আৰু পানীৰে ধোৱা, সেন্দুৰ সনা টকা পোৱা যাব। দশেৰাৰ দিনা তাৰ গাড়ী নাৰ্জিফুলৰ মালাৰে ভৰি যাব আৰু স্ত্ৰী-পুৰুষ সকলোবোৰে মিলি লক্ষ্মীমন্দিৰত পূজা দিবলৈ যাব। পইচাৰ বাবে সি ইউচুফৰ নিচিনা ভাই আৰু পদ্মিনীৰ নিচিনা ভনীকো বেচি দিব পাৰে।

আৰু তাৰ সমুখত আছিল চিৰাজা-- ইবজ বেটাৰীৰ এজেণ্ট। আঁহত জোপাৰ ঘেৰটোৰ সিফালে তাৰ দোকানখন আছিল। দুখীয়া গোড়া হিন্দুৰে য'ত ৰাতিপুৱা আঁহতৰ গুৰিত পানী মিহলোৱা গাখীৰ ঢালে। দোকান আৰু আলিবাটৰ মাজৰ ঠাইডোখৰ বোকা হৈ থাকে। দেশ-বিভাজনৰ পাছত হিন্দুস্থানত ৰৈ যোৱা চিৰাজাই দুখীয়া হিন্দুৰ এই প্ৰথাক মানি চলিব লাগিছিল। অঁ তাকে নকৰিলে সিটো দুভঁচীয়া কুকুৰবোৰৰ দৰে হ'লহেঁতেন যিবোৰ দিনৰ দিনটো ঠেং দাঙি দাঙি সেই গছৰ গুৰিত পেছাব কৰে। সেই গছৰ বিষয়েইতো

ভগৱানে কৈছে, 'আৰু গছৰ ভিতৰত মই হ'লো আঁহত।' সেই কুকুৰবোৰ পূৰ্বজন্মত নিশ্চয় মুছলমান আছিল, সাতচল্লিশ চনৰ সংঘৰ্ষত হিন্দুৰ হাতত মৰিছিল।

চিৰাজাই প্ৰায়ে আঁহত গুটি খোৱা দেখা গৈছিল। তাৰ কাৰণ বজাৰ-মন্দা হোৱা নহয়, নাইবা পেটৰ ভোকো নহয়। চিৰাজাই সকলো সময়তে বীৰ্য গাঢ় কৰা বস্তু খায়। কাৰণ, তাৰ কামেই হ'ল খোৱা-পিয়া-ফূৰ্ত্তি কৰা। মানসিকভাৱে সি আছিল লাগবান্ধ নোহোৱা অঘৰী, সি হিন্দুস্তানত থাকি পাকিস্তানৰ কথা কয়। আকৌ পাকিস্থানত থাকিলে কয়, "হে আল্লা, মোক মদিনালৈ নিয়াঁ!" একোতেই তাৰ আসক্তি নাই। মগন টকলাই তাৰ বিষয়ে কেবাবাৰো ভাবিছে — তাৰ (চিৰাজাৰ) আল্লাই দুনিয়াত খুব আৰাম কৰি আছে। আৰু তাৰ (মগনৰ) ভগবানে তলৰ পৃথিৱীৰ সলনি ওপৰৰ ত্ৰিকূট পৰ্বতৰ কাষৰে-পাজৰে মজলিছ পাতে। চিৰাজাই নিজে নজনাকৈয়ে এক তান্ত্ৰিক হৈ বহি আছে। সি গৰ্বৰে তিৰোতা সমাজত অধিস্থান কৰে অথচ কোনোপধ্যেই জীৱনৰ পৰমতত্ত্বক (ৰত্নস্বৰূপ বীৰ্যক) কাকো জানিবলৈ নিদিয়ে। নিজ ইচ্ছাত এইদৰে মুক্তি প্ৰাপ্তিকাৰী, নাৰীক কেৱল এক মাধ্যমৰূপে ব্যৱহাৰকাৰী এই মানুহজনে কেতিয়াবা ভাবি চাইছে নে ইয়াৰ ফলত বেচেৰী তিৰোতাবোৰৰ কি অৱস্থা হ'ব পাৰে? সিহঁতক অতৃপ্ত ক্ৰন্দনৰতা অৱস্থাত ৰাখি নিজে কেনেকৈ মোক্ষ লাভ কৰিব পাৰে? আৰু বীৰ্যপাত নোহোৱাত যি মুক্তি তাৰদ্বাৰা নাৰী বা পুৰুষৰ কি মুক্তি ঘটিব? স্বাতী নক্ষত্ৰৰ জলবিন্দুৱেইতো মুকুতা নহয়। শামুকো মুকুতা নহয়। জলবিন্দু সৰি পৰি যেতিয়া শামুকৰ মাজত বন্ধ অৱস্থাত থাকে, তেতিয়াহে মুকুতাৰ জন্ম হ'ব পাৰে।

সোনকালেই নিশা হৈ আহিল। বাহিৰৰ জগত অন্ধকাৰ। তাৰ লগতে আৰু কিবাকিবি চাপি আহিল। ৰেচমৱালা বিলায়তীৰাম, কাশ্মীৰী বড়শ্বাহ, ইয়াৰে উড়পীৰ চক্ৰপাণিৰ দোকানো বন্ধ হৈ গ'ল। হয়তো, মাহৰ দ্বিতীয় শনিবাৰ হোৱা কাৰণে তাৰ গোটেইবোৰ ইড্‌লী, দোচা, চাম্ভৰ, ৰৱা, কেসৰী বিক্ৰী হৈ গ'ল। মাত্ৰ চিৰাজাৰ দোকানহে খোলা আছে। তাৰ মতলব কি কোনে জানে? বোধহয় বেটাৰীৰ প্ৰয়োজন ৰাতিহে হয় কাৰণেই। কিন্তু সি মিছাতেই ৰাতিপুৱাই দোকান খোলে — পুৱাতো ৰাতিৰেই অংশ — শেষ অংশ। নহলে ৰাতিপুৱানো ক'ৰপৰা কাৰ হ'ব! সেয়াতো কমিউনিষ্টবিলাকৰ কাৰণেহে আছে। চিৰাজা বোধহয় টুৰিষ্ট এজেণ্ট মাইকেলৰ অপেক্ষাত আছে। সিহঁত দুয়ো খাজুৰাহো বা আগ্ৰা ভ্ৰমণ-সূচী ঠিক কৰিব চাগে', লগতে কিছু ধন ঘটাৰ ব্যৱস্থা। চিৰাজাই পইচা খেদি নুফুৰিলেহেঁতেন। সি দৌৰিলেহেঁতেন পশ্চিমীয়া তিৰোতাৰ পাছত। বহুতো বাৰ বিয়া কৰাই আৰু তালাকৰ বাবে সিহঁত থাকে অতৃপ্ত, ইয়ালৈ আহি মমতাজৰ প্ৰেমেৰে কোনোবা ছাজাহান-চেহেৰাৰ পুৰুষৰ ওপৰত ভাগ্য পৰীক্ষা কৰি লয় আৰু খাজুৰাহোৰ মিথুন-মূৰ্ত্তিক জীৱন্ত কৰি তোলে।

ঠিক এই সময়তে চিৰাজাৰ মাতে মগনলালক উচপ খুৱাই দিলে — 'হেল্লো, চুইটী পাই'।

চিৰাজা প্ৰায়- অশিক্ষিত। কিন্তু টুৰিষ্টৰ লগত থাকি থাকি সি এইবোৰ ইংৰাজী শব্দ

শিকি পেলাইছিল। তাৰ মাততে মগনে অনুমান কৰিব পাৰিলে যে কীৰ্ত্তি আহিছে।

সঁচাকৈয়ে কীৰ্ত্তিয়েই। চাপৰ, আটিল আৰু যথেষ্ট খলা-বমা শৰীৰ, বিষন্ন চেহেৰাৰ এজনী গাভৰু। গাৰ বৰণ ক'লা। তাই জামুৰঙৰ শাৰী পিন্ধে। তাই আহি থিয় হ'লত যেন এচপৰা আন্ধাৰহে সাকাৰ হৈ সমুখলৈ আহিল। তাই প্ৰায়ে নিশাহে আহে নিজকে তাই আঁৰত লুকুৱাই থবলৈ বিচাৰে। চিৰাজা তাৰ দোকানৰ সমুখত থিয় দি আছিল। কীৰ্ত্তিয়ে প্ৰায়েই কোনো মাত-বোল নকৰাকৈ তাৰ আগেদিয়ে গুচি যায়। তথাপি সি সুহুৰি মাৰে।

কীৰ্ত্তিয়ে কথাই নাপাতে। আৰ, তাৰ কাৰো লগতে তাই কথা নাপাতে। তাই এনে ধৰণে উত্তৰ তৈয়াৰ কৰিছিল যে 'হয়' বা 'নহয়' বুলিলেই হৈ যায়। ওপৰৰপৰা তললৈ, সোঁৰপৰা বাওঁলৈ মূৰ একটীয়া কৰিলেই কথা শেষ হয়। চিৰাজাই তাইক বিৰক্ত কৰাটো মগনলালৰ একেবাৰে পছন্দ নহয়। চিৰাজাই মাজে মাজে মগনক কৈছিল,

"ইয়াৰ, তুমি প্ৰেমৰ পাকত পৰি যোৱা নাইতো? গাভৰুজনীক পাক্ৰাও কৰা। বেছি ইফাল-সিফাল কৰিলে কিন্তু পাৰটোৰ দৰে উৰি যাব।"

মগনে উত্তৰত তাক দবিয়াইছে।

আচলতে মগন টাক্লাৰ ধান্দা আছিল বেলেগ। কীৰ্ত্তিয়ে কাঠৰ কাম বা মূৰ্ত্তি কৰি আনিলে মগনলালে সেইবোৰৰ ঢেৰ খুঁত উলিয়ায়। কেতিয়াবা কয়, সেইধৰণৰ বস্তুৰ আজিকালি মোল নাই, আকৌ কেতিয়াবা কয়, শিল্পকলাৰ কষটি শিলত এইবোৰ বস্তুৰ বহুত খুঁত ওলাব। কীৰ্ত্তিয়ে তাইৰ মুখখন আৰু তললৈ নমাই নিয়ে। এইবোৰ কথাৰ আচল উদ্দেশ্য আছিল যাতে কীৰ্ত্তিয়ে এশ টকাৰ বস্তু পাঁচ-দহ টকাতে দি থৈ যায় আৰু মগনলালে তাকে এশ টকাত বেচিব পাৰে।

এইবোৰ কাম কীৰ্ত্তিয়ে কোনো আৰ্টস্কুলত শিকা নাই। তাইৰ বাপেক নাৰায়ণ আছিল শিল্পী। ভাউ দাজী আৰু জেমচ্ বৰ্গেছ আদিৰ লগত সি নেপাল আৰু হিন্দুস্থানৰ অ'ত-ত'ত শিল্প-বস্তু বিচাৰি ঘূৰি ফুৰিছিল। আচলতে সেইবোৰ লণ্ডনৰ মিউজিয়াম, নিউয়ৰ্ক, আৰু চিকাগোৰ এণ্টিক দোকানবিলাকত শোভা কৰিছিলগৈ। বছৰি আমাৰ মন্দিৰ আৰু মূৰ্ত্তিঘৰৰ শ-শ মূৰ্ত্তি চুৰি হয় আৰু হাজাৰ হাজাৰ মাইল দূৰৰ কিউৰিঅ' আদি দোকানত ঠাই পায়গৈ। অনবৰতে ঘূৰি-পকি বিৰক্ত হৈ শেষত নাৰায়ণে ঘৰতে বহি শিল্পকৰ্ম তৈয়াৰ কৰাত মন দিলে। কীৰ্ত্তিয়ে গভীৰ মনোযোগেৰে বাপেকৰ কামবোৰ লক্ষ্য কৰিছিল আৰু মাজে মাজে খোদাই কৰাৰ যন্ত্ৰ আগুৱাই দি বাপেকক ৰাফ্ৰৰ্কত সহায় কৰিছিল। ঘৰত সোমাই কাম কৰি নাৰায়ণে পাহৰি গৈছিল যে লুপ্ত প্ৰাচীন-শৈলীৰ শিল্পকৰ্মৰ দাম যথেষ্ট বেছি আৰু তাৰ দাম দুই-চাৰিগুণ নহয়, শতগুণ দাম পোৱা যায়। হয়তো সি পাহৰা নাছিল, সি এলেহুৱা জাতৰ মানুহ যি পইচাৰ আশু প্ৰয়োজনহে বুজে, তাক জীৱনৰ বিস্তীৰ্ণ পটভূমিত চাব নাজানে। সি শিল্প-কৰ্মৰদ্বাৰা অতি কষ্টে ভাতমুঠি যোগাৰ কৰিছিল। শেষত এদিন ভাতমুঠিৰ পইচা যোগাৰৰ চেষ্টাতে মৃত্যু বৰণ কৰিলে। সি জগদম্বাৰ মূৰ্ত্তি তৈয়াৰ কৰি থাকোতেই হাতৰ বটালিয়ে হাত কটাত তাৰ ধনুষ্টংকাৰ হ'ল। ওচৰৰে সামৰিক হস্পিটালত সি মৰিল।

মানুহে ক'লে, সি কুকুৰৰ দৰে মৰিল। তাৰ মৃত্যু এনেকুৱাই নহব কিয়? সি যেতিয়া দেবী-মূৰ্ত্তি গঢ়িছিল তেতিয়া দিনৰ পাছত দিন, মাহৰ পাছত মাহ সি দেবীৰ স্তনযুগল, নিতম্ব আৰু ঊৰুৰ ওপৰ-তলত লাগি থাকে। সৰু মূৰ্ত্তিত স্তনযুগল শূন্যত ঘূৰি থকা লাটুমৰ দৰে দেখি, কিন্তু ডাঙৰ মূৰ্ত্তিত ভৰি আৰু স্তনযুগল সৰু কলহ একোটা যেন দেখি। আচল কথা, গাখীৰৰ ডাঙৰ ডাঙৰ বাটি যেন বুকুৰ ওপৰত থোৱা হৈছে আৰু হস্তিনীৰ মূৰৰ দৰে নিতম্ব, যাৰ তলত এডালৰ ঠাইত দুডাল শুড় ওলাইছে। সি দুৰ্গাৰ মূৰ্ত্তি সাজি আছিল। দুৰ্গা বৰ জাকজমকপূৰ্ণ দেবী। এনেকুৱা দেবীৰ মূৰ্ত্তি তৈয়াৰ কৰিবলৈ গৈ নাৰায়ণ কুকুৰৰ নিচিনাকৈ নমৰি আপোনাৰ মোৰ নিচিনাকৈ মৰিব নে?

"কি আনিছা?" মগন টকলাই কীৰ্ত্তিক সুধিলে। কীৰ্ত্তিয়ে নিজৰ শাৰীৰ আঁচলৰপৰা 'কাঠৰ কাম' উলিয়ালে আৰু লাহেকৈ মগনৰ সমুখৰ টেবুলৰ 'ৰোল টপ'ৰ ওপৰত থ'লে। কাৰণ ওপৰৰ লেম্পৰ পোহৰ তাতে কেন্দ্ৰীভূত হৈছিল। সেইটো চোৱাৰ আগতেই মগনে এখন পুৰণা নক্সা-কটা চকী তাইৰ ফালে ঠেলি দিলে, তাই পিছে থিয় হৈয়ে থাকিল।

"তোমাৰ মা কেনে আছে?"

কীৰ্ত্তিয়ে কোনো উত্তৰ নিদিলে। তাই এবাৰ পাছফালে ঘূৰি আলিবাটটো যিফালে তললৈ নামি গৈছে সেইফালে চালে। উভতি মগনৰ ফালে মুখকৈ থিয় দিওঁতে তাই চকু দুটা তললৈ নমাই থাকিল।

কীৰ্ত্তিৰ মাক সামৰিক হস্পিটালত পৰি আছে। তাইৰ বাপেক নাৰায়ণো তাতে মৰিছিল। বুঢ়ীৰ কিড়নীৰ বেমাৰ। তাইৰ পেট ফুটাই এডাল নল লগাই দিয়া হৈছে আৰু এটা বটল বান্ধি দিয়া হৈছে যাতে মলমূত্ৰ তললৈ নগৈ সেই বটলতে পৰে। বটলটো কিবা কাৰণত বেয়া হৈছে আৰু বেলেগ এটা কিনিবলৈ পইচাৰ দৰকাৰ। যদি তাই মগনক সেইটো কথা কলেহেঁতেন তেনেহলে তাৰ কথাৰ চেহেৰাই বেলেগ হ'লহেঁতেন। কিন্তু সেই কাঠৰ কাম দেখি সি একেবাৰে চমকিত হৈ গ'ল।

"আকৌ এইবোৰ?" সি ক'লে, "মই তোমাক কিমান দিন কৈছো যে এইবোৰ বস্তু আৰু আজিকালি কোনেও পছন্দ নকৰে......... অনন্ত-শয়নত বিষ্ণু, ওপৰত শেষনাগ, পদসেৱাত লক্ষ্মী........।"

কীৰ্ত্তিয়ে ডাঙৰ ডাঙৰ চকুৰে মগনৰ ফালে চালে, সেই দৃষ্টিত আছিল প্ৰশ্ন – 'তেনেহলে কি বনাম?"

'সেইবোৰ – আজিকালি যিবোৰ হৈছে।'

'আজিকালি কি হৈছে?' অৱশেষত কীৰ্ত্তিয়ে মুখ খুলিলে। তাইৰ মাত প্ৰায় শুনাই নাযায় কেনাৰী চৰায়ে যিদৰে ঠোঁট বেঁকাকৈ মাতে আৰু আৱাজ শুনাই নাযায়।

মগনে কথা কোৱাৰ বাট বিচাৰি পাই ক'লে, "আৰু একো নহলেও গান্ধী বনোৱা, নেহেৰু বনো.........." আকৌ কিবা এটা যেন ত্ৰুটিহে হৈছে এনে ভাৱ দেখুৱাই নিজকে চমভালি লৈ ক'লে, কোনো ন্যূড।"

"অ'। আজিকালি মানুহে ন্যুড পছন্দ কৰে।" কীৰ্ত্তি মনে মনে থাকিল। আবিয়ৈ ছোৱালী বুলি তাইৰ লাজ লাগিব লাগিছিল, সংকুচিত হ'ব লাগিছিল, কিন্তু তাইৰ দৰে অৱস্থাৰ ছোৱালীৰ এইবোৰ লাজ-সংকোচ বিলাসিতাহে। তাইৰ একমাত্ৰ চিন্তা মগনে সেই কাঠৰ কামটো কিনিবনে নাই, পইচা দিব নে নিদিয়ে? অলপ ভাবি-চিন্তি তাই ক'লে,

"মই তেনে মূৰ্ত্তি নাজানো।"

"তফাৎ কিনো? "মগন টকলাইক'লে, "দেবীওতো তিৰোতাহে ....... তুমি সেই মূৰ্ত্তি বনোৱা কিন্তু ভগৱান কৰিবলৈ তাত কোনো দেবমালা ওলোমাই নিদিবা ....... এইবোৰ কাৰণেইতো তোমাৰ পিতাৰাই সেইদৰে মৃত্যু বৰণ কৰিব লগা হৈছিল.......স্বৰ্গবাসী হ'ল........।"

কীৰ্ত্তিয়ে তাইৰ নিজৰ জীৱনটোলৈ উভতি চালে। তেতিয়া তাইৰ থিয় হৈ থাকিব পৰা শক্তি নোহোৱা হৈ গৈছে। কিবা এক বিপদৰ আশংকাত তাইৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে। সেই বিপদৰ কথা তাইৰ বাহিৰে দ্বিতীয় কোনেও নাজানে। তাই সেই চকীখনত বহা নাই। তাতে ভেঁজা দি থিয় দি থাকিল। তেনেদৰে থকাত তাইৰ শৰীৰৰ সুন্দৰ ৰেখাবোৰ আকৰ্ষণীয় হৈ উঠিছিল। ই **কোন শিল্প** যাক ওপৰৰ নহয়, তলৰ নাৰায়ণে বনাইছিল! মগনলালৰ অন্তৰত পছন্দ অপছন্দৰ দ্বন্দ চলিছিল। সি জনা নাই যে তাৰ সমুখত থিয় দি থকা ছোৱালীজনীৰ হৃদয়তো বশ আৰু বিবশৰ দ্বন্দ চলিছে। তাইৰ মুখ শুকাই গৈছে। সেপ ঢুকি অতিকষ্টে তাই ক'লে,

"মই? মোৰ ওচৰততো কোনো মডেল নাই......"

"মডেল?" মদনে তাইৰ ওচৰ চাপি গৈ ক'লে। – "শ শ পোৱা যায় ...... আজি কোনো সুন্দৰী যুবতীক পইচাৰ চমক্ দেখুওৱাঁচোন তাই একেবাৰে ........."

কীৰ্ত্তিয়ে একো কোৱা নাছিল কিন্তু মগনে শুনিলে 'পইচা' ....... মগনে নিজেই ক'লে,

"মানুহে পইচা খৰচ কৰিলেহে পইচা আহিব"

এই কথাই কীৰ্ত্তিক আৰু উদাস কৰি দিলে। তাইৰ আত্মা জীৱনৰ কঠিন হেঁচাত ছটফটাই উঠিছে। তাইৰ চকুযুৰি পানীৰে ভৰি পৰিল। নাৰীৰ এনে দশাই পুৰুষৰ অন্তৰৰ পিতা আৰু স্বামীক জগাই দিয়ে। আচলতে মগনে হাত মেলি তাইক আলিঙ্গনাৱদ্ধ কৰিবলৈ বিচাৰিছিল।

"মোৰ জানটো তুমি চিন্তা নকৰিবা........ মই আছোঁ নহয় ......."

কিন্তু কীৰ্ত্তিয়ে তাক ঠেলা মাৰি দিলে। মগনে থত্মত খালে। কিন্তু সি এনেকুৱা ভাৱ দেখুৱালে যেন একোৱেই হোৱা নাই। তুৰুপৰ তাচপাতখিলা তাৰ হাততেই আছে। টেবুলৰ ৰোল-টপৰ পৰা সি সেই কাঠৰ নক্সাটো দাঙি ল'লে আৰু কীৰ্ত্তিৰ ফালে আগবঢ়াই দি ক'লে,

"মোৰ এই বস্তুৰ প্ৰয়োজন নাই।"

ঠিক তেতিয়াই কীৰ্ত্তিয়েও কিবা এটা ভাবি লৈছিল। প্ৰথমতে তাই তললৈ চাই হঠাতে মূৰ তুলি ক'লে,

"অহাবাৰ বাৰু ন্যুড়কে লৈ আহিম। এতিয়া তুমি এইটোকে ৰাখা।"

"চৰ্ত্ত থাকিল।"মগনে মিচিকিয়াই হাঁহি ক'লে।

কীৰ্ত্তিয়ে মূৰ দুপিয়ালে। মগন টকলাই ভাবিছিল কীৰ্ত্তিয়ে হাঁহিব, কিন্তু তাই আৰু অলপ গহীনহে হ'ল! মগনে ৰোল-টপ দাঙি টেবুলৰ ভিতৰৰপৰা এখন সোঁত-মোছ দহটকীয়া নোট উলিয়াই কীৰ্ত্তিৰফালে আগবঢ়াই দিলে ....... 'নিয়া.......'

"দহ টকা?"কীৰ্ত্তিয়ে ক'লে।

"অঁ তাকো তুমি ক'লা কাৰণেহে। মোৰ কাৰণে এই মূৰ্ত্তি একেবাৰে অদৰকাৰী। মই আৰু বেছি দিব নোৱাৰোঁ..........।"

"ইয়াৰে তো ........" কীৰ্ত্তিয়ে তাইৰ কথা শেষ কৰিব নোৱাৰিলে। তাইৰ ভিতৰৰ কথা ক'ব পৰা শক্তি, শব্দ সকলো ৰুদ্ধ হৈ গৈছিল। কিন্তু তাইৰ ইচ্ছা স্পষ্ট আছিল। মগনে বুজি পালে।

"ইয়াৰেতো ঔষধৰ বটলো নহ'ব....... ঔষধৰ খৰচো পূৰা নহ'ব...... ৰুটীও নিমিলিব........" এনে ধৰণৰ কথাই সকলো দুখী আৰু অসহায় মানুহে কয়। সি কীৰ্ত্তিৰফালে চাই ক'লে।

"মোক খুচী কৰি দিয়াঁ, তেতিয়া তোমাক ভাল দাম দিম।" --এইদৰে কৈ সি তাৰ দুটা আঙুলিৰে বৃত্ত বনালে। চকুও মাৰিলে ডোমে ৰচক-পচককৈ সাজিকাচি থকা বেশ্যালৈ চাই যিদৰে চকু মাৰে।

কীৰ্ত্তি বাহিৰলৈ গুচি আহিল, দাঁতেৰে ওঁঠ চেপি ধৰি। উভতিবৰ সময়ত কীৰ্ত্তিয়ে বিপৰীতফালৰ বাটেৰে যায়, যদিও এইদৰে তাই দেড়মাইল বাট ঘুৰি যাব লাগে। চিৰাজাৰ লগত দেখা-দেখি হোৱাটো তাই নিবিচাৰে, কিন্তু আজি তাই সেইফালেৰেই গ'ল যাতে তাইৰ বিপদৰ আশঙ্কাৰ সমাধানৰ ইচ্ছা ফলৱতী হয়। মাইকেলো গুচি আহিছিল আৰু চিৰাজাৰ লগত একেলগে কিবা খাই আছিল। এই সময়তে কীৰ্ত্তিয়ে মুখ ওপৰলৈ তুলি নাক ফুলাই তাৰ কাষেদিয়েই গুচি গ'ল। চিৰাজাই কিবা এটা ক'লে, কিন্তু মগনে একোশুনা নাপালে। কীৰ্ত্তিৰ মনত বিদ্ৰোহৰ ভাব আছিল। শত্ৰুৰ লগতো সঙ্গ লৈ চলিব লগা হোৱা দুখ-দুৰ্দশা পীড়িত মানুহৰে এজনী তাই -- তাই এই কথাই ভাবিছিল। বোধহয় শত্ৰুৰপৰাও কিবা উপকাৰ হ'ব পাৰে -- নাইবা নাৰী-প্ৰকৃতিৰ হয়তো এয়েই বিশেষত্ব যে নিজৰ পাছত এনে এটা পুৰুবক ৰাখে যাৰ লগত তাইৰ কোনো হাত-বাট নাই মাত্ৰ সেই পুৰুষে তাইক দেখিলেই এবাৰ সুহুৰি মাৰিব আৰু নিজৰ বুকুত হাত থৈ আঃ বুলি হুমুনিয়াহ পেলাব।

চিৰাজাই নিশ্চয় কিবা আফোজিডিয়াক খাইছিল। বোধহয় মাইকেলেই তালৈ লৈ আহিছিল। সিহঁত দুয়োটাই মগন টকলাৰ ওচৰলৈ আহি তাৰ লগত চুপতা-চুপতি কৰাৰ মতলব কৰিছিল, কিন্তু মগনে তাৰ দোকান বন্ধ কৰিলে। ভিতৰৰপৰা দুৱাৰ বন্ধ কৰি সি কীৰ্ত্তিৰ সেই উড্‌ৱৰ্কটো লৈ চালে। সেইটো এটা উচ্চমানৰ শিল্পকৰ্ম। শেষনাগৰ তলৰ অংশ আছিল অতি সুন্দৰ, কিন্তু তাৰ ওপৰৰ অংশত চিত্ৰিত দেহত কীৰ্ত্তিয়ে উল্কি আঁকি দিছিল আৰু ৰঙেৰে ভৰাই দিছিল। বিষ্ণুমূৰ্ত্তিটো এনে ৰূপত তৈয়াৰ কৰা আছিল যিটো

কোনো নাৰীয়ে পুৰুষৰ মাজত পাবলৈ বিচাৰে। লক্ষ্মী একাষে হালি আছিল আৰু তেওঁৰ শৰীৰৰ ৰেখাবিলাক স্পষ্ট নাছিল। কীৰ্তিয়ে বোধহয় লক্ষ্মীৰ আন কোনো ৰূপ নাজানে, অথচ ৰুচিপূৰ্ণ কৰি তুলিবলৈ লক্ষ্মীৰ ৰূপ কিমান সহজ আছিল! যেতিয়া নাৰীয়ে ভৰি মোহাৰি দিবলৈ চাপৰে তেতিয়া তেওঁৰ হাতৰ বাজু দেখা যায়। শৰীৰৰ পৰা যেন সি বেলেগ হৈ আছে আৰু ৰমণীৰ সকলো বিশেষত্ব ৰূপ প্ৰকট হৈ পৰে। আকৌ কাষৰফালে বহি থকা ওপৰৰ নাৰীগৰাকী তলত বহি থকা গৰাকীতকৈ কিমান বেলেগ যেন লাগে! পুৰুষৰ দৃষ্টিতেতো নাৰীৰ শৰীৰৰ কিমান ওখ-চাপৰ স্পষ্ট হয়। আকৌ এই কথাও ক'ব পাৰি যে কীৰ্ত্তি নিজে নাৰী কাৰণেই নাৰীতকৈ পুৰুষৰ প্ৰতি বেছি আগ্ৰহী আছিল, সেইকাৰণেই লক্ষ্মীৰ মূৰ্ত্তি তৈয়াৰ কৰাত এই ত্ৰুটি। নাৰী আপোন সৌন্দৰ্য্যত আদিৰ পৰা শেষলৈকে আত্মৰতিত ডুবি থাকে আৰু তেওঁৰ এই আত্মৰতি যেতিয়া আয়ত্বৰ বাহিৰলৈ গুচি যায় তেতিয়াই কোনো পুৰুষৰ সহায়তাত তাৰপৰা মুক্তি পায়।

কীৰ্ত্তিৰ সেই উডৱৰ্ক এহাতত লৈ অন্য হাতেৰে ছুৰি লৈ তাৰ ওপৰত 'সিদ্ধম্ নমঃ' আখৰকেইটা খোদাই কৰিলে। তাৰপাছত পাছফালৰ কোঠাটোলৈ সোমাই গ'ল। কোঠাটোৰ মজিয়াখন কেঁচা। মাটি খান্দি সি তাৰ মাজত উড্‌ৱৰ্কটো থ'লে। আৰু এটা মূৰ্ত্তি উলিয়ালে সেইটোও কীৰ্ত্তিয়েই কৰা। আকৌ গাঁতত ভৰাই তাৰ ওপৰত খয়েৰৰ পানী ছটিয়াই দিলে। পুৰণা মূৰ্ত্তিৰ ধূলি জোকাৰি সি দেখিলে, তাত ডাঙৰ ডাঙৰ ফটা দাগ হৈছে আৰু দেখাত কে'বা শতাব্দীৰ পুৰণি যেন লগা হৈছে।পাছদিনা যেতিয়া সেইটো লৈ সি টুৰিষ্টৰ ওচৰলৈ গ'ল তেতিয়া সিহঁতে বৰ ভাল পালে। মগনে সিহঁতক বুজালে যে এই মূৰ্ত্তিৰ কথা কালিদাসৰ ৰঘুবংশমত আছে। ৰঘুৱে কোঙ্কন দেশত ত্ৰিকূট নামেৰে এখন চহৰ পাতিছিল। তাতে সেই মূৰ্ত্তিটো পোৱা গৈছে। তাৰে কিছু মূৰ্ত্তি মহীশূৰৰ চামৰাজা ৱাডিয়াৰৰ হাতত আছে আৰু কিছু আছে তাৰ হাতত। এইদৰেই মগন টকলাই সেই মূৰ্ত্তিটো চাৰে পাঁচশ টকাত বেচি দিলে। সি সেইটো মূৰ্ত্তিৰ বাবেই কীৰ্ত্তিক দিছিল মাত্ৰ পাঁচটা টকা।

এই ঘটনাৰ এসপ্তাহৰ পাছতে কীৰ্ত্তিয়ে 'ন্যুড' তৈয়াৰ কৰি লৈ আহিল।তাই আগৰ দৰেই চিন্তিত হৈ আছিল। মাকৰ অসুখ বেছি হৈছিল আৰু তাই নিজেও অসুস্থ হৈ পৰিছিল। তাইৰ নিউমোনিয়াৰ দৰেই হৈছিল। তাই খক্‌খক্‌কৈ কাহি আছিলআৰু ডিঙিত হাত ফুৰাইছিল। কপাহৰ পটি ডিঙিত দি ফটাকানি এডোখৰেৰে ডিঙিটো মেৰিয়াই লৈছিল।

কীৰ্ত্তিয়ে আনদিনাৰ দৰেই মগন টকলাৰ সমুখত মূৰ্ত্তিটো থলে। এইবাৰ কাঠত কটা নহয়, পাথৰেৰে তৈয়াৰী। তাই উৎকণ্ঠা আৰু শংকাৰে মগন টকলাৰ মুখলৈ চালে। মগনে যদি অপছন্দ কৰে তাইৰ সকলো অথলে যাব। সি সেইদেখি কেৱল পছন্দই কৰা নাই, বৰং উচ্ছাসিতভাৱে প্ৰশংসাই কৰিলে। একমাত্ৰ ত্ৰুটি দেখুৱাইছিল যে মূৰ্ত্তিটো খুব সৰু হৈছে। তাই যদি সেইটো মানুহৰ সমান ওখ কৰিলেহেঁতেন তেনেহলে অকল কীৰ্ত্তিৰে নহয়, মগনৰো বহুত উপকাৰ হ'লহেতেন — সেইখিনিতেই তাৰ আফচোচ।

সি মূৰ্ত্তিতো হাতত লৈ বৰ মনোযোগেৰে চালে। কীৰ্ত্তিয়ে সম্পূৰ্ণ 'ন্যুড' তৈয়াৰ কৰিব পৰা নাই। মূৰ্ত্তিটোৰ শৰীৰৰ ওপৰত আছিল তিতা কাপোৰৰ সাজ। এনেদৰে শিলত

কাটিছে যেন পানীৰ টোপালবোৰ এতিয়াও সৰি পৰি আছে। কোনো কোনো ঠাইত গাত লিপিত খাই আছে আৰু কোনো কোনো ঠাইত আঁতৰি আছে। ওপৰফালে শৰীৰটো ঢাকিবলৈ যত্ন কৰোঁতে যেন তিৰোতাজনীৰ নগ্ন-সৌন্দৰ্য্য আৰুহে প্ৰকাশ পাইছে।

মূৰ্ত্তিৰপৰা দৃষ্টি আঁতৰাই আনি মগন টকলাই কীৰ্ত্তিৰ মুখৰ ওপৰত থলে আৰু ক'ব নোৱাৰকৈয়ে তাৰ মুখৰপৰা ওলাই গ'ল— বাঃ! কীৰ্ত্তিয়ে লাজ পাই সংকোচতে তাইৰ জামুবৰণীয়া শাৰীখন আগলৈ পাছলৈ টানি-টুনি শৰীৰটো ঢাকিবলৈ চেষ্টা কৰিলে। কিন্তু মগনে ঠিক বুজি পালে, যে তাই আয়নাৰ সমুখত উদং হৈ থিয় দি নিজকে চাই সেইমূৰ্ত্তিটো সাজিছে। কতবাৰ যে কাপোৰ তিয়াই লৈ তাই গাত থৈ চাব লগা হৈছিল যাৰ ফলত ঠাণ্ডা লাগি তাইৰ নিউমোনিয়া হ'লগৈ। এতিয়াও কাহি আছে। ই কেৱল পইচাৰ কথা নহয়। নাৰীৰ মনততো আত্ম-প্ৰদৰ্শন আৰু আত্মসমৰ্পণৰ ভাৱো আছে। মগনে সকলো বুজি পালে। কিন্তু জানিও নজনাৰ ভাও জুৰি সুধিলে,

"মাৰা কেনে আছে?"

কীৰ্ত্তি খণ্ডত একেবাৰে জ্বলি উঠিল। তাইৰ কাহ উঠি উশাহ বন্ধ হোৱা যেন হ'ল। নিজকে চম্ভালিবলৈ তাইৰ অলপ সময় লাগিল। মগনে ভয় খাই গৈছিল, আৰু লাজো পাইছিল। তাৰ পিছত মূৰটো লৰাই যিটো প্ৰশ্ন কৰিলে সিও একো জৰুৰী নাছিল –

"তেনেহলে তুমি মডেল পাইছিলা?"

কীৰ্ত্তিয়ে প্ৰথমতে চকু তললৈ নমাইছিল। তাৰপিছত দোকানৰ বাহিৰলৈ চালে – য'ত আলিবাটটোৱে আকাশ ছুবলৈ গৈ লৰালৰিকৈ তলৰফালে নামি গৈছে। মগনৰ তাইৰ দুৰ্বল দেহাটো সাৱটি লবৰ মন আছিল। সি সেই দেহাটোৰ ওপৰত তাৰ দাবী আছিল বুলি ভাবিছিল। কিন্তু সি চিন্তা কৰিলে, তাৰ ফলত হয়তো মূৰ্ত্তিৰ দাম বাঢ়ি যাব পাৰে। সি মনতে কীৰ্ত্তিক এশ টকা দিয়াৰ কথা ভাবিলে। ভিতৰি ভিতৰি সি ভয়খাই আছিল কিজানিবা তাই বেছিকৈয়ে বিচাৰে।

"কিমান দাম দিম ইয়াৰ?"-- সি লঘু সুৰতে সুধিলে।

কীৰ্ত্তিয়ে তাৰফালে এবাৰ কেৰাহিকৈ চাই ক'লে, "ইয়াৰ দাম মই পঞ্চাশ টকা ল'ম।"

"পঞ্চাশ?"

"অ এক পাই কম নহয়।"

মগনে স্বস্তিৰ নিশ্বাস পেলাই হাতনি-পেৰাটো দাঙি চল্লিশ টকা উলিয়াই কীৰ্ত্তিৰ আগত থৈ ক'লে,

"তুমি যিয়েই নোকোৱা, এতিয়া মোৰ হাতত চল্লিশ টকাই আছে। দহটকা পাছত লৈ যাবা……"

কীৰ্ত্তিয়ে টকা কেইটা হাততলৈ ক'লে,

"বাৰু।"

তাই গৈছিলেই, মগনে ৰখাই ক'লে, "শুনা"।

কীৰ্ত্তিয়ে খোজ বন্ধ কৰি প্ৰশ্নবোধক দৃষ্টিৰে চালে। কীৰ্ত্তিৰ চেহেৰাত বিষন্নতা আছিল,

কিন্তু সি বিয়পি নগৈ যেন ৰৈ গৈছিল, যেতিয়া মগন টকলাই সুধিলে, "এই পইচাৰে তোমাৰ কাম চলিবনে?"

কীৰ্ত্তিয়ে 'নচলিলেই বা' – এনে ভংগীত মূৰটো লৰাই, হাতখন ঠেকেচা মাৰি নমাই থলে। – আকৌ ক'লে, "মাৰ অপাৰেশ্যন পালেহিয়েই .......... এশ টকা লাগে।" অলপ ৰৈ তাই আকৌ ক'লে, — "মইতো কৈছোৱেই, মা যিমান সোনকালে মৰে সিমান ভাল।" আৰু তাতে থিয় হৈ ভৰিৰ আঙুলিৰে মাটি খুচৰিবলৈ ধৰিলে।

অলপ পাছত নিজেই আকৌ ক্ষুব্ধ সুৰত ক'লে, "এনেকৈ লেলাত ভুঞ্জাতকৈ মৰাই ভাল।'

মগনে চকুৱে-চকুৱে নাচালে কীৰ্তিক ওঁঠৰ-উনৈশ বছৰীয়া ছোৱালীতকৈ পয়ত্ৰিশ-চল্লিশ বছৰীয়া আদহীয়া তিৰোতা যেন লাগে তাৰ, যি জীৱনে প্ৰত্যেকটো আঘাত মূৰ পাতি লৈ তাক ব্যৰ্থ কৰি ওফৰাই দিছে।

মগন টকলাই ওচৰ চাপি আহি ক'লে, "তুমি মিথুন-মূৰ্ত্তি বনোৱা, মই অপাৰেশ্যনৰ সকলো খৰচ দিম।"

"মিথুন?" বুলি কৈ কীৰ্ত্তি কঁপি উঠিল।

"অঁ মিথুনৰ বহুত চাহিদা। টুৰিষ্টৈতো তেনে মূৰ্ত্তি পালে স্বৰ্গ ঢুকি পায়।" মগনে ক'লে।

"কিন্তু.........."

"বুজিছোঁ।" মগনে মূৰ দুপিয়াই ক'লে। "তুমি নাজানা যদি এবাৰ খাজুৰাহো লৈ গৈ চাই আহাঁগৈ। মই তাৰবাবে অহা-যোৱাৰ খৰচ দিবলৈকো ৰাজী আছোঁ।"

"তুমি? তুমি দেখোন ক'লা তোমাৰ হাতত বোলে পইচা নাই।" কীৰ্ত্তিয়ে আচৰিত হৈ তাৰ ফালে চাই ক'লে।

মগনে লৰালৰিকৈ মিছা কথা এষাৰ সাজি লৈ ক'লে,

"মই দোকানৰ ভাড়া দিবলৈ অলপ টকা বেলেগে থৈছো।"

সি পুনৰ টকা দিবলৈ চেষ্টা কৰিলে কিন্তু কীৰ্ত্তিয়ে টকা নলৈ দেমাক দেখুৱাই তাৰপৰা গুচি গ'ল। মগন টকলাই উভতি লৈ যক্ষী-মূৰ্ত্তিটো চাবলৈ ধৰিলে। এটা সৰু হাতুৰীলৈ নাকটো ভাঙি দিলে। ভৰি এটাও ভাঙিলে। আৰু মূৰ্ত্তিটোৰ মূৰৰ আভৰণৰ ওপৰত পাতলকৈ টুকুৰিয়াই মাজে মাজে দাগ কৰি দিলে। তাৰপিছত ভিতৰৰ কোঠালীলৈ গৈ সেইটো ৰছিৰে বান্ধি নিমখৰ এচিড-পানীত ডুবাই দিলে। ধোঁৱা ওলাবলৈ ধৰিলে। মগনে আকৌ ৰচি টানি যক্ষীক তাৰপৰা উলিয়াই পানীত ডুবালে। এইবাৰ পানীৰপৰা উলিয়ালত দেখা গ'ল — যক্ষীৰ সাজৰ বৰণ বিবৰ্ণ হৈছে আৰু ঠায়ে ঠায়ে ফুটা-ফুটা হ'ল। এতিয়া সেইটো হেজাৰ টকাত বেছিব পৰা হৈ পৰিল।

ইয়াৰ পাছৰবাৰ কীৰ্ত্তিয়ে যিটো মূৰ্ত্তি লৈ আহিল সেইটো এটা মিথুন-মূৰ্ত্তি। আৰু সম্পূৰ্ণ মানুহৰ জোখৰ।সেইটো এটা বস্তাত বান্ধি ঠেলাগাড়ীত লৈ অহা হৈছিল আৰু চাৰিটামান মানুহে দাঙি আনি মগন টকলাৰ দোকানত সুমুৱাই থৈ ভাড়া লৈ গুচি গ'ল।

এইবাৰ কীৰ্ত্তি আৰু সি অকলশৰীয়া হলত মগন টকলাই বস্তাৰ ৰছি কাটি-কুটি বে'চ উৎসুকতা লৈ চট্‌কাপোৰখন মূৰ্ত্তিটোৰ পৰা গুচালে। এতিয়া উদং মূৰ্ত্তিটো তাৰ সমুখত। "পাৰফেক্ট" -- মগনে মূৰ্ত্তিটো চাই কৈ উঠিল। তাৰ খেয়াল হ'ল যে কীৰ্ত্তিয়ে হয়তো তাইৰ সমুখত মগনক মূৰ্ত্তিটো চাবলৈ দিবলৈ সংকোচ কৰিব। কিন্তু তাই তাতে থিয় দি ৰ'ল। তাৰ সমুখত ভাবাবেগশূন্য শিল্পৰ নাৰীয়ে পূৰ্ণতাৰ বিন্দু ছুইছেগৈ, আৰু পুৰুষে আত্মবিস্মৃত হৈ তাইৰ দুই কান্ধত ধৰি থিয় দি আছে। মগন টকলাই সেই যুগলমূৰ্ত্তি মনোযোগেৰে চালে। সি বোধহয় অৱসৰ সময়ত ভালদৰে চোৱাৰ কথাও চিন্তা কৰিলে।

"অপাৰেশ্যনত কিমান টকা লাগিব?"

"অপাৰেশ্যনৰ বাবে নহয়, নিজৰ বাবে।"

"নিজৰ বাবে? মাৰা.........."

"মৰিল। কে'বা সপ্তাহো হ'ল।"

মগনে মুখত দুখৰ আৰু অনুতাপৰ ভাব এটা আনিবলৈ যত্ন কৰিলে। কিন্তু কীৰ্ত্তিয়ে সেইবোৰ নিবিচাৰে। তাই ওঁঠদুখন কামুৰি ধৰি থাকিল। তাই সেই একেদৰে উদাসীন হৈ থাকি ক'লে। "মই ইয়াৰ বাবে এহেজাৰ টকা ল'ম।"

মগনে থত্‌মত্‌ খাই ৰৈ গ'ল। তাৰ কথাত ঠোঁটা-মোজা লাগিল — "এহেজাৰ টকা কোনে দিব পাৰিব?"

মই আন ঠাইত সুধি আহিছো। ইয়াতকৈ বৰং বেছিহে পাম। কিন্তু মই তোমাক কথা দিছিলোঁ........"

"মই ........ মইতো পাঁচশহে দিব পাৰিম।"

"ওহোঁ।" কীৰ্ত্তিয়ে ঠেলাৱালা বিচাৰি বাহিৰলৈ চাবলৈ ধৰিলে। মগন টকলাই তাইক ৰখাই ক'লে, "বাৰু, বাৰু আৰু দুশ লোৱাঁ।"

"এহেজাৰৰ কমত নহব।"

মগনে আচৰিত হৈ কীৰ্ত্তিলৈ চালে। তাইৰ আজি মেজাজেই বেলেগ। তাই খাজুৰাহোলৈ গৈছিল নেকি? কোনো টুৰিষ্টক লগ পাইছিল নেকি? যি কোনো মূল্যেৰে তাৰ শিল্পীক মাৰ্কেটৰপৰা আঁতৰাই ৰাখিবই লাগিব। কিন্তু....... কিন্তু...... সি হাতনি-পেৰাটো মেলি আঠ-শ টকাত নোট লেখি কীৰ্ত্তিৰ সমুখত থ'লে। কীৰ্ত্তিয়ে লৰালৰিকৈ হিচাপ কৰি তাৰ মুখলৈ দলিয়াই দিলে।

"মই কৈছো নহয়, এহেজাৰৰ কমত নহব।"

"বাৰু, বাৰু ন-শ লোৱাঁ।"

"ওহো। নহব।"

"চাৰে নশ।..........নশ পয়সত্তৰ ........." কিন্তু কীৰ্ত্তিৰ দৃষ্টিত গৰ্বিত ভঙ্গী দেখি তাইৰ হাতত এশটকীয়া দহখন নোট গুজি দিলে আৰু ৰাগী-ধৰা মানুহৰ দৰে মিথুন-মূৰ্ত্তিৰফালে আগুৱাই গ'ল। কীৰ্ত্তি থিয় দি আছিল। তাই তাইৰ শিল্প-কৰ্মৰ প্ৰশংসা শুনিবলৈহে যেন ৰৈ আছে। মগনে মিথুনৰ নাৰী-মূৰ্ত্তিটোৰ ফালে চালে। সেয়া কীৰ্ত্তি নিজেই। তাইৰ চকুত

পানী কিয়? সেয়া কি আত্মতৃপ্তিৰ গভীৰতাত নে কোনো জীৱন-পীড়নৰ বাবে? সেয়া দুখ নে সুখ, বেদনা নে বেদনা উপশমৰ লগত সম্পৰ্কিত। মগনে আকৌ পুৰুষমূৰ্ত্তিটোৰ ফালে চালে — ওপৰৰফালে কোমলতা আৰু তলৰফালে মলিন। কীৰ্ত্তিয়ে কিয় কোন পুৰুষৰ কঠোৰতাৰ ওপৰত জোৰ দিছে— সেয়া মিথুন-মূৰ্ত্তি, কিন্তু এইটোতো সেই মিথুন নহয়, যি মিথুন পুৰুষ আৰু প্ৰকৃতিৰ মিলনত হয় .......... ঠিক আছে, ......বৰং বেছিহে দাম পোৱা যাব.......

মগন টকলাই ওপৰৰ চাকিটো নমাই আনি পুৰষমূৰ্ত্তিটো চাই ক'লে,

"এই ....... এই মূৰ্ত্তিটোক ক'ৰবাত দেখিছো নেকি?"

কীৰ্ত্তিয়ে একো নামাতিলে।

"তুমি' " মগনে যেন চিনি পাই কৈ উঠিল, তুমি চিৰাজাৰ লগতেই বাহিৰলৈ গৈছিলা।"

কীৰ্ত্তিয়ে আগবাঢ়ি গৈ মগন টকলাৰ গালত জোৰেৰে এটা চৰ সোধাই, নোটখিনি হাতৰ মুঠিত লৈ দোকানৰপৰা ওলাই গ'ল।



# তোমাৰ দুখ মোক দিয়াঁ

মদনে যি ভাবিছিল বিয়াৰ নিশাটো তাৰ তেনে নহল।

চকলীবৌয়ে মদনক ফুচুলাই নি মাজৰ কোঠা এটাত সুমুৱাই দিলেগৈ। ইন্দুৱে ৰঙা কাপোৰত মেৰ লৈ এন্ধাৰৰেই এটা অংশ যেন হৈ বহি আছে। বাহিৰত চকলী-বৌ, দৰিয়াবাদী পেহী আৰু আন আন তিৰোতাবিলাকৰ হাঁহি ৰাতিৰ শান্ত-জলত মিছিৰিৰ দৰে ধীৰে ধীৰে গলি গৈছিল। মহিলা সকলে এই কথাই বুজিছিল যে বয়স হোৱা সত্ত্বেও মদনে একোকে নাজানে, কাৰণ তাক যেতিয়া নিশা এডোখৰত জগাই দিয়া হ'ল তেতিয়া সি আচৰিত হৈ সুধিছিল — "আৰে, মোক ক'লৈ লৈ যাব খুজিছা?"

এই মহিলাসকলৰ নিজৰ দিন গ'ল। বিয়াৰ প্ৰথম নিশা তেওঁলোকে তেওঁলোকৰ স্বামীসকলৰ আগত যিবোৰ কথা কৈছিল আৰু শুনিছিল তাৰ প্ৰতিধ্বনি আজি আৰু কাণত বাজি থকা নাই। তেওঁলোকে কেৱল ঘৰ-সংসাৰ কৰিলে আৰু এতিয়া আন এজনী ভনীক সংসাৰী কৰা স্থিৰ কৰিছে। পৃথিবীৰ এই নাৰীসকলৰ মানত পুৰুষবোৰ হ'ল একো চপৰা মেঘ — পানী বিচাৰি যাৰফালে মুখ তুলি চাব লাগে। যদিহে নবৰষে, তেনেহলে গোঁসাইলৈ আগ কৰিব লাগিব, দান-দক্ষিণা আগবঢ়াব লাগিব নাইবা আহুঁদি-চাহুদিকে কৰিব লাগিব। যদিও কালকাজীৰ এই নতুন ঘৰত মদনে ঘৰৰ সমুখৰ মুকলি ঠাইত শুইছিল, তথাপি তাৰবাবেই অপেক্ষা কৰি আছিল। অমঙ্গলীয়া লক্ষণৰ দৰে চুবুৰীয়া সিবতেৰ ম'হটো তাৰ খাটৰ কাষতে বন্ধা আছিল আৰু ম'হটোৱে বাৰে বাৰে ফোঁচফোঁচাই মদনক শুঙিছিল আৰু সি হাত দাঙি তাক আঁতৰাই ৰাখিবৰ চেষ্টা কৰিছিল — এনে অৱস্থাত টোপনিৰ প্ৰশ্নই নুঠে।

সাগৰৰ ঢৌ আৰু নাৰীৰ ৰক্তত চঞ্চলতা জগোৱাত পাকৈত জোনটোৱে খিৰিকীৰ ফাঁকেৰে ভিতৰলৈ সোমাই আহি দুৱাৰৰ কাষত থিয় দি থকা মোহনেনো পাছৰ খোজটো কোনফালে পেলায় চাই থাকিল। মদনৰ বুকুৰ ভিতৰত কিন্তু মেঘৰ গৰ্জনহে চলিছে। তাৰ এনেহে লাগিল যেন বিজুলী-খুটাত কাণ পাতিলে সোঁ-সোঁৱনি শুনাৰ দৰে তাৰ বুকুৰ শব্দও শুনা গৈছে। অলপ সময় থিয় দি থাকি মোহনে আগবাঢ়ি গৈ পালেঙখন জোনৰ পোহৰলৈ টানি আনিলে। ন-ছোৱালীৰ মুখখনতো দেখিব লাগিব। কিন্তু সি থমকি গ'ল। সি নিজকে ক'লে, ইন্দু মোৰ ঘৈণীহে, পৰস্ত্ৰীতো নহয়, পৰস্ত্ৰীক স্পৰ্শ নকৰিবলৈ সৰুৰেপৰা শিকি আহিছোঁ। ৰঙা কাপোৰৰ মাজত লিপিত খাই থকা প্ৰিয়তমাৰ মুখখন চাবলৈ সি হাতফুৰাই মুখৰ আন্দাজ কৰিবলৈ চেষ্টা কৰিলে আৰু হাত বঢ়াই দি টোপোলাটো ছুই বুজিলে যে

এইখিনিতে ইন্দুৰ মুখ লুকাই আছে। মদনে ভাবিলে ইন্দুৱে সহজে নিজৰ ইচ্ছাতে তাক মুখ চাবলৈ নিদিব। কিন্তু ইন্দুৱে তেনেকুৱা একো নকৰিলে, কিয়নো কাল্পনিক ম'হৰ ফোঁচ-ফোঁচনিত তাইৰো চকুত টোপনি অহা নাছিল। ঘুমতি ভগা আৰু বন্ধ চকুৰ যাতনা সত্ত্বেও এন্ধাৰৰ উপৰি সন্মুখত কিবা এটা দুটিয়াই থকা চকুত পৰিছে। থুঁতৰিলৈকে মুখখনৰ আকৃতি সাধাৰণতে দীঘলীয়া হৈ যায় কিন্তু ইয়াত সকলোবোৰেই ঘূৰণীয়া যেন দেখা গৈছিল। বোধহয় এইকাৰণেই যে জোনৰ পোহৰত গাল আৰু ওঁঠৰ মাজত ছাঁয়াঘন এটা গাঁতৰ দৰে দেখা গৈছিল — যিবোৰ সেউজীয়া পথাৰ আৰু সুন্দৰ টিলাৰ মাজত হয়। কপালখন সৰু, তাৰ ওপৰতে ঘন কুঞ্চিত কেশদাম।

ইন্দুৱে মুখখন তেতিয়াই আঁতৰাই নিলে। যেন সেই মুখখন চোৱাৰ অধিকাৰ দিছিল যদিও ইমানপৰলৈ নহয়। তদুপৰি লাজ বুলিওতো কথা এটা আছে। মদনে সামান্য অনিচ্ছাসূচক শব্দ কৰা ন-কইনাৰ মুখখন অলপ জোৰেৰেই ওপৰলৈ দাঙি আবেগভৰা মাতেৰে মাতিলে,

"ইন্দু"!

ইন্দুৱে অলপ ভয় খাইছিল। জীৱনত এই প্ৰথমবাৰ কোনো অপৰিচিত পুৰুষে তাইৰ নাম ধৰি মাতিলে আৰু সেই অপৰিচিত পুৰুষেই দৈবী অধিকাৰৰ দাবীত নিশাৰ এন্ধাৰত ধীৰে ধীৰে অকলশৰীয়া বন্ধুহীন সহায়হীন নাৰীৰ আপোনজন হবলৈ গৈছে। ইন্দুৱে এই প্ৰথমবাৰলৈ এপলক ওপৰলৈ চাই আকৌ চকুমুদি ইয়াকেহে মাথোন উচ্চাৰণ কৰিলে — 'জী'। ...... তাইৰ সেই ক্ষীণ মাততো পাতালৰপৰা অহা যেনহে লাগিছিল।

বে'চ কিছুপৰ এইদৰেই গ'ল। ধীৰে ধীৰে দুটা এটা কথা হবলৈ ধৰিলে। এতিয়া যি কোনো ধৰণেই কথা চলাব পাৰি! ইন্দুৱে কৈ গ'ল। ইন্দুৰ দেউতাক, ইন্দুৰ মাক, ইন্দুৰ ভায়েক, মদনৰ ভাই-ভনী-দেউতাক, তাৰ ৰেলৰ চাকৰি, তাৰ কাপোৰ-কানিৰ পছন্দ, খোৱাৰ ৰুচি— এইবোৰৰ লেখ লোৱা হ'ল। মদনে কিন্তু কথা-বতৰাৰ ফাঁকে ফাঁকে আন কিবা ক'ব খুজিছিল। কিন্তু ইন্দুৱে ফালৰি কাটি গৈছিল। একেবাৰে অসহায় অৱস্থাত মদনে তাৰ নিজৰ মাকৰ কথা ইন্দুক কবলৈ ধৰিলে— যিজনী মাকে তাক সাত বছৰীয়াতে এৰি গ'ল। খুব কষ্টত মৰিল। "বেচেৰী যিমানদিন জীয়াই আছিল," মদনে ক'লে, "সিমানদিন বাবুজীৰ হাতত ঔষধৰ বটলহে আছিল, মই হাস্পটালৰ ছিৰিত আৰু কাষৰ সৰু কোঠাটোৰ মজিয়াত পৰুৱাৰ মাজত শুই আছিলো। এদিন ২৪ মাৰ্চৰ সন্ধিয়া ........ " বুলি কৈ কৈ মদন নীৰৱ হৈ গ'ল। কিছু পৰৰ ভিতৰতে সি কান্দোন আৰু মাত থোকাথুকি হোৱাৰ ইপাৰ-সিপাৰতে থাকিল। ইন্দুৱে হতভম্ব হৈ মদনৰ মূৰটো বুকুত সুমুৱাই ল'লে। কান্দোনৰ মাজতেই তাই প্ৰায় তাক আপোন কৰি ল'ব পাৰিলে। মদনে ইন্দুৰ বিষয়েও আৰু কিবা জানিবলৈ বিচাৰিছিল কিন্তু ইন্দুৱে তাৰ হাতত ধৰি ক'লে, "মইতো লেখা-পঢ়া নাজানো। কিন্তু মোৰ আই-বোপাইক দেখি, ককাই-বৌক দেখি আৰু আন বহুতো মানুহক দেখি কিছু জ্ঞান মোৰ হৈছে। মই এতিয়া তোমাৰ। নিজৰ সলনি মই তোমাৰপৰা এটা বস্তু বিচাৰিছোঁ ..........."

কান্দোতে কান্দোতে ৰাগীলগাৰ দৰে মানসিক অৱস্থা এটা হয়। মদনে কিছু সংকোচ আৰু কিছু উদাৰ হৃদয়েৰে ক'লে,

"কি বিচাৰা তুমি? তুমি যিহকে বিচাৰা মই তাকে দিম।"

"পকা কথা?" ইন্দুৱে সুধিলে।

মদনে কিছু উতলা হৈ ক'লে,

"অঁ অঁ, একেবাৰে পকা কথা।"

মুখেৰে ক'লেও মদনৰ মনে মনে অলপ ভয়ো লাগিছিল। মোৰ কাজ-কাৰবাৰ এতিয়া মন্দা। ইন্দুৱে যদি মোৰ সাধ্যৰ বাহিৰৰ কিবা এটা খোজে কি হ'ব? কিন্তু ইন্দুৱে মদনৰ কঠিন হাতখন নিজৰ কোমল হাতৰ ওপৰত তুলি লৈ তাৰ ওপৰত নিজৰ গালখন থৈ ক'লে,

"তোমাৰ দুখ মোক দি দিয়াঁ।"

মদন মিছাতে ইমান হায়ৰাণ হৈছিল।

লগে লগে তাৰ মূৰৰ ওপৰৰপৰা এটা বোজা আঁতৰি গ'ল যেন অনুভৱ হ'ল। সি আকৌ জোনৰ পোহৰত ইন্দুৰ মুখখন এবাৰ চোৱাৰ চেষ্টা কৰিলে। কিন্তু একো বুজিব নোৱাৰিলে। সি মনতে ভাবিলে, তাইৰ মাক বা কোনোবা বান্ধবীয়ে কোৱা কথাকে বোধহয় ইন্দুয়ে ক'লে। মদনৰ হাতৰ ওপৰত এটোপাল তপত চকুপানী সৰি পৰিল। সি ইন্দুক সাৱটি ধৰি ক'লে, "দিলোঁ।" এইবোৰ কথা-বতৰাৰেই মদনে তাইৰ লাজ ভাঙিলে। সিও সহজ হ'ল।

এজন এজনকৈ আলহীবোৰ গ'লগৈ। চকলী বৌয়ে নিজৰ সৰু ল'ৰা-ছোৱালীহালক হাতত ধৰি পেটৰ তৃতীয়টোক চম্ভালি চিৰিৰ ওখ-চাপৰ ঢাপ পাৰ হৈ গুচি গ'ল। দৰিয়াবাদী পেহীয়ে তেওঁৰ ন-লাখটকীয়া হাৰ হেৰাল বুলি হুলস্থূল লগাইছিল। চিএৰ-বাখৰ কৰি বেহুঁচ হৈ পৰাৰ পাছত সেই হাৰ গাধোৱা ঘৰতে পোৱা গ'ল। যৌতুকৰ কাপোৰৰ তেওঁৰ প্ৰাপ্য তিনিখন শাৰী লৈ পেহী গ'লগৈ। তাৰপাছত গ'ল খুড়াদেৱেক -- যি জে. পি. হোৱাৰ খবৰ টেলিগ্ৰামত পাই একেবাৰে কাণ্ডজ্ঞানশূন্য হৈ মদনৰ সলনি ন-ছোৱালীৰ মুখতে চুমা খাবলৈ গৈছিল।

ঘৰত থাকিল মাত্ৰ বুঢ়া দেউতাক আৰু ভাই-ভনীকেইটা। সৰু দুলাৰীয়েতো নবৌয়েকৰ গাতে লাগি থাকে। গলি মহল্লাৰ কোন বোৱাৰীয়ে নতুন বোৱাৰীলৈ চাই থাকে বা নাচায়,যদিহে চায় কিমানপৰ চায় -- এইবোৰ খবৰ তাইৰ এক্তিয়াৰৰ ভিতৰত। অৱশেষত এই সকলোবোৰ শেষ হ'ল আৰু ইন্দু ক্ৰমে পুৰণা হবলৈ ধৰিলে। কিন্তু কালকাজীৰ এই নতুন বসতিলৈ অহা-যোৱা কৰা মানুহে এতিয়াও মদনৰ ঘৰৰ সমুখত ৰৈ যায় আৰু কোনো কোনোৱে কিবা এটা চেলু লৈ ভিতৰলৈকো সোমাই যায়। ইন্দুৱে তেওঁলোকক দেখা মাত্ৰকে ওৰণি টানি দিয়ে। কিন্তু সেই সামান্য অন্তৰালৰ পৰাই যিকণ দেখা গৈছিল সেয়া বিনা-ওৰণিত দেখা নগলহেঁতেন।

মদনৰ কাৰবাৰ আছিল দুৰ্গন্ধি বিৰোজৰ। কোনো ডাঙৰ চাপ্লাই দিব পৰা দুই-তিনিখন জঙ্ঘলৰ চিচু-গছ আৰু দেবদাৰু গছৰ জংঘলত জুই লাগি দপ্‌দপাই জ্বলি একেবাৰে এঙাৰ হৈ গ'ল। মহীশূৰ আৰু অসমৰপৰা মগোৱা বিৰোজ গছৰ বৰ দাম পৰে। ইমান দামত মানুহে ল'ব নোখোজে। একেই আমদানি কমি গ'ল তাতে মদনে তাৰ দোকান আৰু তাৰ লগতে থকা দপ্তৰ বন্ধ কৰি সোনকালে ঘৰলৈ গুচি যায়। আৰু ঘৰলৈ গৈ তাৰ একমাত্ৰ চেষ্টা যাতে সকলোৱে খাই বৈ নিজৰ নিজৰ বিছনাত পৰেগৈ। সিহঁতে খাবৰ পৰত সি নিজে কাঁহীবোৰ দাঙি আনি দেউতাক আৰু ভনীয়েকহঁতৰ আগত থয়হি আৰু খোৱা হৈ গ'লে সেইবোৰ বাকী চুৰা কাঁহী-বাচনৰ লগত তুলি নি কলৰ পাৰত থয়গৈ। সকলোৱে ভাবিলে বোৱাৰী বা বৌৱেকে মদনৰ কাণে কাণে কিবা মন্ত্ৰ পঢ়ি দিছে আৰু আজিকালি সি ঘৰৰ কামত বৰ মন দিছে। মদন সকলোতকৈ ডাঙৰ। কুন্দন তাতকৈ সৰু আৰু পাশী একেবাৰে নুমলীয়া। যেতিয়া বাপেক ধনীৰামে তাক ধমকি দিয়ে, "তই খা"-- কয়, "বোৱাৰীয়েও খাব।" ৰান্ধনিঘৰৰ ইফালে-সিফালে চাই বোৱাৰীয়েকৰ খোৱা-বোৱা হৈ গ'লে তাই কাঁহী-বাতিবোৰ ধোৱা-পখলাৰ যা-যোগাৰ কৰিলে বাবু ধনীৰামে কয়, "বোৱাৰী সেইবোৰ থোৱাঁ। ৰাতিপুৱালৈ ধুলেও হ'ব।" ইন্দুৱে কয়, "নাই, নাই দেউতা, মই এতিয়াই তৎক্ষণাত ধুইপেলাম।" তেতিয়া বাবু ধনীৰামে আবেগ-কম্পিত মাতেৰে কয়, "মদনৰ মাক থকা হলে এতিয়া তোমাক এইবোৰ কৰিবলৈ দিলেহেঁতেন নে?" ইন্দুৰ হাত ৰৈ যায়।

নুমলীয়া পাশীৰ বৌৱেকলৈ বৰ লাজ লাগে। চক্‌লী বৌ আৰু দৰিয়াবাদী পেহীয়ে কইনাৰকোলা সোনকালে ভৰি পৰক বুলি ধেমালি কৰি পাশীক ধৰি আনি ইন্দুৰ কোলাত বহুৱাই দিছিল।তেতিয়াৰ পৰাই ইন্দুৱে তাক দেওৰেক বুলি নাভাবি নিজৰ ল'ৰাৰ দৰে জ্ঞান কৰিছিল। তাই পাশীক দাঙি লৈ মৰম কৰিব খুজিলেই সি থত্‌মত্ খাই তাইৰ হাতদুখন এৰুৱাই আঁতৰলৈ গৈ থিয় হৈ তাইৰফালে চাই হাঁহে। কাষলৈ নাহে, দূৰলৈকো নাযায়, নপলায়ো। আৰু এক আচৰিত যোগাযোগত বাবু ধনীৰাম ঠিক সেই সময়তে সেইখিনিত হাজিৰ হয়গৈ আৰু পাশীক দবিয়াই কয়, "যা না......... বৌৱেৰে মৰমহে কৰিব খুজিছে ......... তই একেবাৰে ডেকাটো হৈ গলি নেকি?" আৰু দুলাৰীয়েতো তাইৰ পাছেই নেৰে। "মই বৌৰ কাষত শুম" — তাইৰ এই জিদে বাবুজীৰ মনৰ মাজত কোনো 'জনাৰধন'ক জগাই দিয়ে। এনিশা এই ধৰণৰ জিদতে দুলাৰীক জোৰকৈ চৰ এটা মাৰি দিয়াত তাই গৈ ঘৰৰ আধা পকা আধা কেঁচা নলাটোতে পৰিলগৈ। ইন্দুৱে দৌৰ মাৰি গৈ তাইক থাপ মাৰি ধৰিলে — তাইৰ মূৰৰপৰা দুপাট্টা উৰি গ'ল, চুলিৰপৰা ফুল আৰু চৰাই পৰি গ'ল। শিৰৰ সেন্দুৰ, কাণৰ ফুল চব ওলাই পৰিল। "বাবুজী"! ইন্দুৱে ফোঁপাই-জোপাই মাত লগালে। একেলগে দুলাৰীকো ধৰিবলৈ গৈ, ওপৰৰ দুপাট্টাও চম্ভালিবলৈ গৈ তাইৰ ঘাম ওলাই গ'ল। মাকৰ দৰেই কেঁচুৱা বুকুত লোৱাদি তাইক বুকুত সাৱটি ইন্দুৱে মূৰশিতানত য'ত এসোপামান গাৰু আছিল তাতে ঠাই উলিয়াই তাইক শুৱাই দিলে। খাটখনৰ কাঠৰ বাজু-চাজু একো নাছিল। আঘাততো একতৰফা বিন্ধি যোৱা বস্তু নহয়। দুলাৰীৰ গাৰ আঘাত পোৱা

ঠাইত ইন্দুৱে এনেদৰে আঙুলি বুলাইছিল যে তাত দুখৰ লগতে আৰামো অনুভৱ হৈছিল। দুলাৰীৰ গালত ডাঙৰ ডাঙৰ টোল পৰে। ইন্দুৱে সেই টোলৰ প্ৰশংসা কৰি ক'লে —

"তোৰ শাহুৱেৰ মৰিব ........ গালত কেনেকুৱা টোল পৰে দেখিছ!"

মুন্নীয়ে একেবাৰে মুন্নীৰ (শিশুৰ) দৰেই উত্তৰ দিয়ে— "বৌ,তোমাৰ গালতো টোল পৰে......"

"অঁ মুন্নী," বুলি ইন্দুৱে হমুনিয়াহ পেলায়।

মদনৰ কিবা কথাত খং উঠি আছিল। সি ক'লে,"মোৰ মতে এফালৰপৰা ভালেই হৈছে।"

"কিয় ? ভাল কিয় হৈছে?" ইন্দুৱে সুধিলে।

"অঁ। বাঁহ নহলে বাঁহী নাবাজে ........ শাহু নাথাকিলে কাজিয়াও নাথাকে।"

ইন্দু খঙত জ্বলি উঠিল। ক'লে, "তুমি যোৱাঁচোন, শুই থাকাগৈ। বৰটো ওলাইছে ..... মানুহ জীয়াই থাকে কাৰণেই কাজিয়া কৰে। শ্মশানৰ নিস্তব্ধতাতকৈ কাজিয়াও ভাল। যোৱাঁ ৰান্ধনিঘৰত তোমাৰ কি কাম?"

মদনৰ খং উঠিল। সি তাতে থিয় হৈ ৰ'ল। বাবু ধনীৰামৰ দাবি খাই বাকী ল'ৰা কেইটা আগতেই নিজৰ নিজৰ বিছনাত শুইছিলগৈ — যেন ডাকঘৰৰ চিঠি চৰ্ট কৰাৰ পাছত যি য'লৈ যাব লাগে গ'ল। কিন্তু মদন তাতে থিয় হৈ থাকিল। তাৰ প্ৰয়োজনে তাক উদ্ধত আৰু নিৰ্লজ্জ কৰি দিছিল। কিন্তু ইন্দুয়েও যেতিয়া তাক ধমক লগালে সি তেতিয়া কন্দনামুৱা হৈ ভিতৰলৈ গুচি গ'ল।

বিছনাত পৰি বহুত পৰলৈকে মদনে ধৰফৰাই থাকিল। কিন্তু বাবুজী আছে কাৰণে ইন্দুক চিঞৰি মাতিবও নোৱাৰে। তাৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গ'ল যেতিয়া মুন্নীক টোপনি নিয়াবলৈ ইন্দুৱে নিচুকণি গীত গাবলৈ ধৰিলে — 'টোপনি, টোপনি, ৰাণী আই টোপনি......"

ইন্দুৱে দুলাৰী মুন্নীক যি নিচুকণি গীত গাই টোপনি নিয়াইছিল সেই গীতে মদনৰ চকুৰ টোপনি খেদিছিল। নিজৰ প্ৰতিয়ে বিৰক্ত হৈ সি বিচনাৰ চাদৰখন টানকৈ খামুচি ধৰিলে। বগা চাদৰখন মূৰলৈকে টানি ল'লে আৰু এটা পুৰুষসুলভ খেয়ালি ভাৱ তাৰ মনলৈ আহিল। মদনে ভাবিবলৈ ধৰিলে, সি যেন মৰিল আৰু তাৰ নৱ-বিবাহিতা ইন্দুৱে তাৰ কাষত বহি জোৰে জোৰে মূৰ খুন্দিয়াইছে। দেৱালত কোবাই মৰ্মৰ্কৈ হাতৰ চুড়ি ভাঙিছে আৰু মাটিত বাগৰি বাগৰি পৰি কান্দিছে। কান্দি কান্দি ৰান্ধনীঘৰলৈ গৈ জুহালৰ ছাই মূৰত ঘঁহিছে আকৌ বাহিৰলৈ লৰ মাৰি গৈ হাত দাঙি দাঙি গলীৰ মানুহবিলাকক চিঞৰি চিঞৰি কৈছে, "চোৱাঁ চোৱাঁ মোৰ চব উদং হৈ গ'ল।" এতিয়া আৰু তাইৰ দুপাট্টাৰ চিন্তা নাই, শিৰৰ সেন্দুৰ, চুলিৰ ফুল আৰু চৰাই চব উদং হৈ পৰিছে। ভাৱৰ পখীয়ে উৰা মাৰিছে।

মদনৰ চকুৰপৰা অবাধ্য চকুপানীবোৰ ববলৈ ধৰিলে। কিন্তু ৰান্ধনীঘৰত ইন্দুৱে হাঁহি আছে। মুহূৰ্ত্তে তাৰ সৌভাগ্য ধ্বংস হ'ল আকৌ তাৰ অজ্ঞাতেই সৌভাগ্য উভতি আহিল।

বাস্তৱ জগতলৈ উভতি আহি মদনে চকুৰপানী মচি মচি নিজৰ কাণ্ডতে হাঁহিবলৈ ধৰিলে। সিফালে ইন্দুৱেওতো হাঁহিছিলেই, পিছে সৰু সৰুকৈ। বাবুজী থকা কাৰণে তাই কেতিয়াও জোৰে নাহাঁহে, খিলখিলাই হঁহাটোও এটা নিলাজৰ কথাহে। দুপাট্টা আৰু চেপা হাঁহিয়ে ওৰণিৰ কাম কৰিছিল। আকৌ মদনে ইন্দুৰ এক ৰূপালী কল্পমূৰ্ত্তি গঢ়ি লৈ তাইৰ লগত এশ-এবুৰি কথা পাতিবলৈ ধৰিলে। তাইৰ লগত এনে ধৰণৰ এক প্ৰেমৰ খেলা খেলিবলৈ ধৰিলে বাস্তৱত যিটো এতিয়াও হোৱা নাই। আকৌ দিঠকলৈ নামি আহি দেখিলে যে কাষৰ বিছনাখন এতিয়াও উদং। সি লাহেকৈ মাতিলে, 'ইন্দু'। তাৰপাছত মনে মনে থাকিল। সেই ইতস্ততঃ ভাবৰ মাজতে তাৰ চিল্মিলকৈ টোপনিও আহিছিল। কিন্তু সেই আবেশৰ মাজতে বিয়াৰ নিশাৰ দৰে সিব্‌তেৰ ম'হটোৰ ফোঁচফোঁচনি মুখৰ কাষত অনুভৱ কৰা যেন লাগিল। সি আকৌ এবাৰ বিচনাতে উঠি বহি ৰান্ধনীঘৰৰফালে জুমি জুমি চাই দুবাৰমান হামিয়াই শুই পৰিল।

মদনে কিবা শুনাৰ আশাত কাণ ঠিয়কৈ শুই আছিল। যেতিয়া বিছনাৰ চাদৰ ঠিকঠাচ কৰোতে ইন্দুৰ হাতৰ চুড়িবোৰ জুনুক-জানাককৈ বাজি উঠিল, তেতিয়া সি ধৰ্‌মৰ্‌কৈ উঠি বহিল। হঠাৎ সাৰ পালত তাৰ প্ৰেমৰ আবেশ আৰু কোবাল হ'ল। মদনৰ সমস্ত শৰীৰ ভিতৰৰ উত্তাপত জ্বলি উঠিল আৰু তাইৰ ওপৰত অভিমানো উথলি উঠিল। বিৰক্তিৰ সুৰত সি ইন্দুক ক'লে,

"আহিলানে কোনোমতে?"

"অঁ"।

"মুন্নী শুলে নে মৰিলেই?"

ইন্দুৱে চাপৰি থকা অৱস্থাৰপৰা একেকোবে পোণ হৈ থিয় হ'ল। "হায় ৰাম!" মুখত আঙুলি এটা দি তাই ক'লে, "কি কথা কৈছা? বেচেৰী মৰিব কেলেই? মাক-বাপেকৰএকেজনী ছোৱালী।"

"অঁ, মদনে ক'লে, "বৌৱেকৰ একেজনী ননদ। তাৰ পিছততেই কৃত্ৰিম হুকুমৰ সুৰত ক'লে, "সেইটোক বেছি মূৰত তুলি নলবা, একেই বুঢ়ী নাচনী....."।

"তাতনো কি অপৰাধ?"

"অপৰাধ এয়ে যে," মদনে খঙেৰে ক'লে, "তাই তোমাৰ পিছকে নেৰা হ'ল। যেতিয়াই দেখোঁ জোক লগাদি লাগি আছে।"

"হে ৰাম!" ইন্দুৱে মদনৰ খাটিয়াত বহি ক'লে, "ভনী আৰু জীক আওহেলা কৰিব নাপায়। বেচেৰীহঁত দুদিনৰ আলহী, আজি বা কাইলৈ, নহ'লে পৰহি – এদিনতো গুচি যাবগৈ ......" এই বিষয়ে ইন্দুৱে কিবা ক'ব খুজিছিল কিন্তু তাই মনে মনে থাকিল। তাইৰ মনৰ চকুত মাক, দেউতাক, ভাই, ভনী, খুৰা, খুৰী আটাইবোৰৰ ছবি ভাঁহি উঠিল। এদিন তায়ো তেওঁলোকৰ দুলাৰী আছিল। তাৰ পিছত হঠাতে চকুৰ পচাৰতে তাই তেওঁলোকৰ পৰা বিচ্ছিন্ন হৈ গ'ল, আৰু দিনে-নিশাই তাইক উলিয়াই দিয়াৰ কথাহে বিশেষকৈ যি ঘৰত

এজনী বুঢ়ী শাহুৱেকহে আছে। ক'ৰবাত যদি এডাল সাপ থাকে আৰু যেতিয়ালৈকে গাঁতত ধোৱাঁ দি তাক মাৰি পেলোৱা নহয়, তেতিয়ালৈকে ঘৰৰ মানুহে নিশ্চিন্ত হৈ শুব নোৱাৰে। দূৰদূৰণিৰপৰা সাপক মন্ত্ৰৰে বান্ধি পেলোৱা, ৰচিৰে বন্ধা, বিহদাঁত ভাঙি দিয়া ওজাবিলাক মাতি অনা হয়। ডাঙৰ ডাঙৰ ধন্বন্তৰী আৰু বেজ আহে — তাৰপাছত উত্তৰ-পশ্চিমৰ দিশৰপৰা এদিন গৈৰিক ধুমুহা আহে। সেয়া আঁতৰি যোৱাৰ পাছত এখন লৰী আহি দুৱাৰমুখত ৰয়হি — তাত জৰী-চুম্‌কী লগোৱা ৰঙা শাৰী মেৰিয়াই এজনী ন-কইনা বহি থাকে। পাছফালে ঘৰত এটা সুৰ বাজে — চানাইৰ মাত শুনা যায়। তাৰপিছত আকৌ এটা আঁজোৰত লৰীখন চলিবলৈ ধৰে।

মদনে অলপ খঙৰ সুৰতে ক'লে,

"তোমালোক মাইকীমানুহবোৰ বৰ টেঙৰ। কালি মাথোন ঘৰ সোমাইছাহে আৰু আজি ঘৰে-ঘৰোৱাহৰ প্ৰতি মৰম-চেনেহ মোতকৈ তোমাৰহে বেছি হ'ল!"

"অঁ।"ইন্দুৱে দৃঢ়তাৰে ক'লে।

"মিছা কথা। এইটো হ'বই নোৱাৰে।"

"তুমি ভাবিছা মই ........"

"এইবোৰ দেখুওৱা কথা ........."

"হয়, হয়!" ইন্দুৰ চকু সেমেকি গ'ল। ক'লে, "এইবোৰ চব মোৰ ভাও নহয়?" ইন্দুৱে উচাৎ মাৰি উঠি নিজৰ খাটিয়ালৈ উঠি গ'ল আৰু গাৰুত মুখ গুজি উচুপিবলৈ ধৰিলে। মদনে তাইৰ অভিমান আঁতৰাবলৈ বিচাৰিছিল কিন্তু ইন্দুৱে নিজেই উঠি আহি মদনৰ হাতদুখন জোৰেৰে চেপা মাৰি ধৰি ক'লে –

"তুমি দেখোন সকলো সময়তে খোচ্ মাৰি মাৰি কথা কৈ'ছা, তোমাৰ হৈছে কি?"

মদনে স্বামীসুলভ খং দেখুৱাবৰ সুযোগ পাই গ'ল – "যোৱাঁ, যোৱাঁ শুই থাকাগৈ," মদনে ক'লে, "তোমাৰপৰা ল'বলগীয়া মোৰ একো নাই।"

"তোমাৰ বাৰু একো ল'বলগীয়া নাই, মোৰতো আছে, "ইন্দুৱে ক'বলৈ ধৰিলে, "জীৱন ধৰি ল'ব লগা আছে।" তাই তাক সাৱটি ধৰিবলৈ গ'ল। মদনেও তাইক আঁতৰাই দিব খোজে, তাই তাক জোৰেৰে সাৱটি ধৰিলে। তাই সেই মাছৰ নিচিনা যি সোঁতৰ বিপৰীতে উজাই ওপৰলৈ যাব খোজে। তাই ঠাট্টা-তামাচা কৰি, হাতত ধৰি হাঁহি-কান্দি একাকাৰ হৈ ক'লে,

"আকৌ মোক মিছাকথীয়া ক'বানে?"

"আটাইবোৰ তিৰোতামানুহেই তেনে।" "চুপ কৰা। ..... তোমাৰতো......." ইন্দুৱে কিবা গালি দিব খুজিছিল যেন। তাই মুখৰ ভিতৰতে কিবা গুণগুণাইছেও। মদনে সুধিলে. "কি কৈছা?" আৰু ইন্দুৱেও সি শুনাকৈ আকৌ সেই কথা ক'লে। মদনে খিলখিলাই হাঁহিবলৈ ধৰিলে। পাছ পাকতে ইন্দুৱে মদনৰ বাহুৰ মাজত সোমাই ক'বলৈ ধৰিলে,

"তোমালোক মতামানুহবোৰে কি জানা-- যাক ভাল পোৱা যায় তেওঁৰ সম্পৰ্কৰ

সৰু-ডাঙৰ সকলোৰে প্ৰতি মৰম ওপজে। কি বোপাই, কি ভাই, কি ভনী—" দূৰত দৃষ্টি থৈ তাই আকৌ ক'লে,

"মইতো দুলাৰী মুন্নীৰ বিয়াও পাতিম।"

"পগলা হৈছা নেকি? তাই এহাত মানেই হোৱা নাই, বিয়াৰ চিন্তাও সোমালনে এতিয়াই?"

"তুমি এখন হাতহে দেখিছা"— বুলি কৈ কৈ ইন্দুৱে তাইৰ দুয়োখন হাতেৰে মদনৰ চকু ঢাকি থৈ কবলৈ ধৰিলে, "অলপপৰ চকু বন্ধ ৰাখি আকৌ মেলাচোন—"

মদনে সঁচাকৈয়ে চকু বন্ধ কৰিলে। বহুতপৰলৈকে নোখোলা দেখি ইন্দুৱে ক'লে, এতিয়া খোলাঁ আৰু। অতপৰে মই দেখোন বুঢ়ীয়ে হমগৈ। মদনে চকু মেলিলে। খন্তেকলৈ তাৰ ভাব হ'ল সমুখত যেন ইন্দু নহয়, আন কোনোবাহে বহি আছে। তাই যেন হেৰাই গ'ল।

"মইতো এতিয়াই চাৰি সাজ কাপোৰ আৰু কিছু বাচন-বৰ্ত্তন আঁতৰাই থৈছোৱেই তাইৰ কাৰণে," ইন্দুৱে ক'লে। মদনে কোনো উত্তৰ নিদিয়া দেখি তাই তাক জোকাৰ এটা মাৰি দি ক'লে, "তুমি আচৰিত হৈ গ'লা নেকি? নিজৰ কথা মনত নাই? তোমাৰ দুখ মোক দি দিছা দেখোন?"

"এঁ!" মদনে উচপ্ খাই উঠিল আৰু নিশ্চিত হৈ গ'ল। যেতিয়া সি ইন্দুক সাৱটি ধৰি নিজৰ মাজত লিপিট খুৱাই দিলে তেতিয়া সি আৰু এটা শৰীৰ হৈয়ে নাথাকিল — লগে লগে এক আত্মাও তাৰ আত্মাৰ লগত মিলি গ'ল।

মদনৰ বাবে ইন্দু তাৰ আত্মাৰো আত্মা। ইন্দুৰ এটা সুন্দৰ শৰীৰো আছিল, কিন্তু সদায় কিবা নহয় কিবা কাৰণে তাই মদনৰ চকুৰ আঁৰত থাকে। এখন পৰ্দা আছিল। সপোনৰ তাঁৰেৰে বোৱা, বুকুৰ হুমুনিয়াহেৰে ৰঙীণ, আশংকাৰ সোণালী গুণাৰে বুটাবছা! সেইখনে সকলো সময়তে ইন্দুক আঁৰ কৰি ৰাখে। মদনৰ দুঃশাসন-হাতে দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰিবলৈ আহিলেও সদায় আকাশৰপৰা থানে থানে, গজে গজে কাপোৰ তাইৰ নগ্নতা ঢাকিবলৈ তাইৰ ওপৰত পৰেহি। দুঃশাসন ইফালে সিফালে বাগৰি পৰে কিন্তু দ্ৰৌপদী স্থিৰ হৈ থাকে। ইজ্জৎ আৰু শুচিতাৰ শুভ্ৰ বস্ত্ৰ পিন্ধা দেবীৰ ৰূপত তাইক দেখা যায়। আৰু —

মদনৰ কোঁচ খাই অহা হাত লাজৰ ঘামত তিতি যায়। সেই হাত শুকুৱাবৰ কাৰণে সি হাত ওপৰলৈ তুলি হাতৰ তলুৱা মেলি এঙামুৰি দি হাত চকুৰ আগলৈ আনে। আঙুলিৰ ফাঁকেৰে, দেখে, ইন্দুৰ সুশুভ্ৰ কোমল শৰীৰ সমুখত পৰি আছে। ভোগৰ বাবে স্বত্বাধীন, বাসনাৰ বাবে সুদূৰ ...... কেতিয়াবা ইন্দুক বাট ভেঁটি ধৰিলে মন্তব্য কৰে,

"হায় জী, ঘৰত সৰু-ডাঙৰ সকলো আছে, সিহঁতে কি ভাবিব?"

মদনে উত্তৰ দিয়ে, "সৰুবোৰে নুবুজে........ ডাঙৰে বুজি গৈছে।"

ইতিমধ্যে বাবু ধনীৰাম চাহাৰাণপুৰলৈ বদলি হৈ গ'ল। তালৈ তেওঁ ৰেলৰে মেইল চাৰ্ভিচত চিলেকশ্যন গ্ৰেডৰ হেডক্লাৰ্ক হৈ গ'ল। কোৱাৰ্টাৰটো ইমান ডাঙৰ যে আঠোটা

পৰিয়াল থাকিব পাৰে। পিছে বাবু ধনীৰাম অকলশৰে এচুকত পৰি থাকে। ইমানদিনে তেওঁ ল'ৰা-ছোৱালী এৰি কেতিয়াও আঁতৰত থকা নাছিল। একেবাৰে ঘৰুৱা মানুহ তেওঁ। এনেদৰে হঠাতে অকলশৰীয়া হৈ পৰাত তেওঁৰ তাৰপৰা পলাওঁ-পলাওঁ যেনলগা হ'ল। কিন্তু উপায় নাই। ল'ৰা-ছোৱালীকেইটি মদন আৰু ইন্দুৰ লগত দিল্লীত। তাতে সিঁহতে স্কুলত পঢ়িছে। বছৰটো শেষ নোহোৱাকৈ মাজভাগতে স্কুলৰপৰা লৈ আহিলে ভাল নহব। বাবুজীৰ মনটো অস্থিৰ হৈ থাকিল।

গৰমৰ বন্ধত তেওঁ বাৰে বাৰে লেখাত মদনে ইন্দু, কুন্দন, পাশী আৰু দুলাৰীক চাহাৰাণ পুৰলৈ পঠিয়াই দিলে। ধনীৰামৰ সংসাৰ আকৌ মুখৰিত হৈ উঠিল। আগতে তেওঁৰ অফিচৰ কামৰ পাছত অফুৰন্ত অৱসৰ। ল'ৰা-ছোৱালীয়ে ল'ৰা-ছোৱালীৰ ধৰণৰেই য'তে কাপোৰ সলায় তাতে পেলাই থয় আৰু বাবুজীয়ে সেইবোৰ সামৰি ফুৰে। নিজে মদনৰপৰা আঁতৰত থাকি বিষন্ন হোৱা ইন্দু নিজৰ পিন্ধাউৰাৰ প্ৰতিও উদাসীন হৈ গৈছিল। তাই ৰান্ধনীঘৰত এনেদৰে ঘুৰা-পকা কৰিছিল যেন খোৱাৰৰ গৰুৱে বাহিৰলৈ মুখ উলিয়াই নিজৰ গিৰিহঁতকহে বিচাৰিছে। কাম-বন হৈ যোৱাৰ পাছত তাই কেতিয়াবা ভিতৰত ট্ৰাংকৰ ওপৰতে শুই থাকে, কেতিয়াবা আকৌ বাহিৰৰ একোণৰ ফুলগছ জোপাৰ কাষত নাইবা আমগছৰ তলত বহি থাকে। যি গছজোপাই হাজাৰজনৰ হৃদয়ত শীতলতা আনি আনি দিয়ে।

শাওন ভাদ মাহত আমৰ দিন গুচি যায়। চোতালৰপৰা বাহিৰৰ দুৱাৰ খোলা থাকিলে দেখা যায় যে কুমাৰী আৰু নব-বিবাহিতা ছোৱালীবোৰে দোলনাত দুলি দুলি গীত গাইছে— "আমৰ ডালত কোনে বান্ধি দিলে দোলনা"— আৰু গানৰ তালে তালে দুলি থাকে আৰু দোলা দিয়ে। আৰু যদি চাৰিজনী গোট খায় তেনেহলে একেলগে লুকাচুৰি খেলে। আদহীয়া আৰু বুঢ়াবোৰে একাষত বৈ চাই থাকে। ইন্দুৰ এনেহে লাগে যেন তায়ো সিহঁতৰ লগৰে এজনী হৈ পৰিছে। তেতিয়া তাই মুখ ঘুৰাই লৈ হুমুনিয়াহ কাঢ়ি শুই থাকে। বাবুজীয়ে কাষেৰে পাৰ হৈ গ'লেও তাইক জগাবলৈ বা তাৰপৰা উঠাবলৈ অকনো যত্ন নকৰে। বৰং তাইৰ চালোৱাৰ, যাৰ সলনি বোৱাৰীয়ে শাৰী পিন্ধে আৰু যিবোৰ তাই প্ৰায়েই শাহুৱেকৰ চন্দনকাঠৰ বাকচত ভৰাই থয়, সেইটো তুলি খুটিত ওলোমাই থৈ যায়। এই কামত তেওঁ সকলোৰে দৃষ্টি আঁৰকৈ চলিব লগা হয়। কিন্তু যেতিয়া চালোৱাৰ ঠিককৈ থবলৈ গৈ বোৱাৰীৰ চোলীৰ ওপৰত চকু পৰে, তেতিয়া তেওঁৰ সাহস নোহোৱা হয় আৰু তেতিয়া খৰখেদাকৈ কোঠাটোৰপৰা ওলাই পলাই যায়— যেন কোনো সাপৰ পোৱালিহে গাঁতৰপৰা ওলাইছে! তাৰ পাছত বাৰান্দাত তেওঁৰ মাত শুনা যায়— "ওম্ নমো ভগবতে বাসুদেৱায়"।

ওচৰ-পাজৰৰ তিৰোতাবিলাকে বাবুজীৰ বোৱাৰীয়েকৰ সৌন্দৰ্য্যৰ কথা বহুত দূৰলৈকে ৰজনজনা কৰি দিছিল। কোনোবা তিৰোতাই বাবুজীৰ আগত বোৱাৰীয়েকৰ মৰমলগা আৰু সুগঢ়ী চেহেৰাৰ কথা কয় তেতিয়া তেওঁ আনন্দত ওফন্দি পৰে। কয়, "মইতো ধন্য হৈ গ'লো, অমীচান্দৰ-মা,মোৰ ঘৰলৈ যে এটি সুস্থ সবল ছোৱালী আহিছে সেয়া ঈশ্বৰৰে দয়া।" কওতে কওঁতে তেওঁৰ দৃষ্টি কোনোবা সুদূৰলৈ গুচি যায়— যত আছিল বেমাৰী,

ঔষধৰ বটল, হাস্পটালৰ চিৰি, পৰুৱা আৰু ঔষধৰ বিল। দৃষ্টি যেতিয়া ওচৰ চাপি আহে তেওঁ শকত-আৱত শিশুবোৰক কোঁচত, কান্ধত, পিঠিত উঠোৱা-নমোৱা কৰাৰ অনুভূতিৰে মন ভৰি উঠে আৰু তেওঁৰ ধাৰণা হয় যে আৰু শিশু আহিব লাগিছে। কাষত শুই থকা বোৱাৰীয়েকৰ কঁকাল মাটিৰ লগত আৰু হাতৰ কিলাকুটি ছাতত লাগি থাকে আৰু সেই শিশুবোৰৰ বয়সৰ কোনো পাৰ্থক্য নাথাকে। কোনো ডাঙৰ নহয়, কোনো সৰুও নহয়— সকলো একে সমনীয়া ........ নমামি, ওম্ নমো ভগবতে .......।

ওচৰ চুবুৰীয়া মানুহবোৰে জানি গৈছিল যে ইন্দু বাবুজীৰ স্নেহৰ বোৱাৰী। গাখীৰ আৰু ঘোলৰ টেকেলি ধনীৰামৰ ঘৰলৈ আহিবলৈ ধৰিলে। এদিন চলামদীন গুজৰে আবেদন জনালে, "বীবী, মোৰ বেটাক তুমি আৰ. এম. এচ.ত কুলী কামত ভৰাই দিওৱাঁ। আল্লাই তোমাক ফল দিব।" ইন্দুৰ ইংগিততে অলপদিনৰ ভিতৰতে চলামদীনৰ পুতেক কুলী হৈ গ'ল— চৰ্টাৰি হ'ব নোৱাৰিলে—তাৰ ভাগ্য! তাৰ তেনে কোনো সম্পৰ্কীয়ও নাছিল।

বোৱাৰীয়েকৰ খোৱা-বোৱা আৰু তাইৰ স্বাস্থ্যৰ প্ৰতি বাবুজীয়ে ভালদৰে চকু ৰাখিছিল। গাখীৰৰ প্ৰতি ইন্দুৰ একেবাৰে বিতৃষ্ণা। তেওঁ ৰাতি নিজেই বাটিত ফেটি গিলাছত বাকি বোৱাৰীয়েকৰ খাটিয়াৰ কাষলৈ লৈ আহে। ইন্দুৱে লৰালৰিকৈ নিজকে সামৰি লৈ উঠি বহে আৰু কয়, "বাবুজী,মোৰ গাখীৰ খাবলৈ ভাল নালাগে।"

তেওঁ ধেমালি কৰি কয়,"আৰে তোৰ শহুৰেৰেও খাব।"

"তেনেহলে আপুনিয়ে খাওকচোন!"ইন্দুৱে হাঁহি উত্তৰ দিয়েআৰু বাবুজী কৃত্ৰিম-খঙত জলি-পকি উঠে—"তয়ো তোৰ শাহুৰেৰৰ দৰে অৱস্থা কৰিব খুজিছ নেকি?"

"হুঁ .... হুঁ" .... ইন্দুৱে অভিমান কৰে। কিয়বা নকৰিব? যাক অনুৰোধ-উপৰোধ কৰি ফুচুলাবলৈ কোনো নাই সিয়ে অভিমান নকৰে। কিন্তু ইয়াতযে সকলোৱেই অনুৰোধকাৰী অভিমানকাৰী এজনহে। ইন্দুৱে বাবুজীৰ হাতৰপৰা গিলাচটো নোলোৱাত তেওঁ তাইৰ খাটিয়াৰ কাষত মূৰশিতানৰ তলতে থৈ দিলে। "ল, ইয়াতে পেলাই থলোঁ, তোৰ মৰ্জি হয় খাবি, নহলে পেলাই দিবি।" বুলি গুচি যায়।

নিজৰ বিছনালৈ গৈ ধনীৰামে দুলাৰীৰ লগত ধেমালি কৰেগৈ। দুলাৰীয়ে বাবুজীৰ উদং পিঠিত গা ঘঁহি দিয়ে, তেওঁৰ পেটৰ ওপৰত মুখ থৈ ফু-ফু কৰে— এইটোৱেই তাইৰ অভ্যাস আছিল। আজি যেতিয়া বাবুজী আৰু মুন্নীয়ে এই খেলাটো খেলি আছিল আৰু হাঁহিছিল, তেতিয়া মুন্নীয়ে বৌৱেকৰফালে চাইক'লে, "গাখীৰ নষ্ট হৈ যাব বাবুজী, বৌৱেতো খোৱা নাই।"

"খাব, খাব, নিশ্চয় খাব মা।" বাবুজীয়ে আনটো হাতেৰে পাশীক সাৰটি ধৰি কাষলৈ আনি ক'লে—

"ছোৱালীবোৰে ঘৰত কোনো বস্তুকে নষ্ট হোৱা দেখিব নোৱাৰে।" বাবুজীৰ মুখৰপৰা এই মন্তব্য শুনা গ'ল। আনফালে "ছুঃ ছুঃ মৰতী" —এই আৱাজ শুনা গল। বুজা গ'ল বোৱাৰীয়ে মেকুৰী খেদাইছে। আৰু কোনোবাই ঘোট-ঘোটাই শুনাই দিয়ে আৰু আটায়ে

জানি যায় যে বোৱাৰী-বৌৱে গাখীৰ খাইছে। অলপ সময়ৰ পাছত কুন্দনে বাবুজীৰ কাষলৈ আহি কয়—

"বুজী ...... বৌৱে কান্দিছে।"

"হায়!" এইবুলি কৈয়ে বাবুজীয়ে আন্ধাৰতে উঠি যিফালে বোৱাৰীয়েকৰ খাটিয়া আছে সেইফালে চায়। অলপ সময় বহি থাকি তেওঁ আকৌ শুই পৰে। আৰু কিবা ভাবি কুন্দনক কয়, "যা তই শুই থাকগৈ। তাই নিজেই টোপনি যাব।"

তাৰ পিছত শুই শুই বাবু ধনীৰামে পৰমাত্মাৰ ফুলনীবাৰী চাবলৈ ধৰে আৰু নিজৰ মনতে ঈশ্বৰক সোধে— "ৰূপৰদৰে এই মুকলি হোৱা আৰু জাপ-খাই যোৱা ফুলৰ মাজত মোৰ ফুলপাহ ক'তা?" আকৌ সমস্ত আকাশ তেওঁৰ দৃষ্টিত এখন বেদনাৰ সাগৰ হৈ গ'ল আৰু কাণে অবিৰাম হায় হায় শব্দ শুনিবলৈ ধৰিলে,যিটো শুনি শুনি তেওঁ ক'লে,

জগৎ সৃষ্টি হোৱাৰেপৰা মানুহে কিমান কান্দিছে!"

তাৰপাছত কান্দি কান্দি তেওঁ টোপনি গ'ল।

ইন্দুহঁত যোৱাৰ বিশ-পঁচিশ দিন হওঁতেই মদনে জুলুম আৰম্ভ কৰি দিলে। সি লেখিলে, "দোকানৰ ৰুটী খাই খাই মোৰ বিৰক্তি লাগিছে। মই খীনাই গৈছো। পেটৰো বিষ হৈছে।" তদুপৰি চাকৰিয়ালে ছুটিৰ দৰ্খাস্ত দিয়াৰ দৰে বাবুজীলৈ তেওৰ এজন বন্ধুক কৈ-মেলি এখন চিঠি লেখাই পঠিয়াই দিলে। তেতিয়াও একো নহলত একেবাৰে ৰিপ্লাই-পে'ড টেলিগ্ৰাম।

সেইখন টেলিগ্ৰামৰ পইছা ডবল ভৰণি হ'ল, কি হ'ল পিছে! ইন্দু আৰু ল'ৰা-ছোৱালীকেইটা উভতি আহিল। মদনে দুদিনমান ইন্দুৰ লগত পোনপটীয়াকৈ কথাকে নাপাতিলে। ইন্দুৱেও মনতে দুখ পাই থাকিল। এদিন মদনক অকলে পাই ধৰি পেলালে আৰু ক'লে,

"ইমান যে মুখ ওফোন্দাই বহি আছা, মই কি কৰিলো?"

মদনে নিজকে এৰুৱাই লৈ ক'লে, "এৰি দিয়াঁ, এৰ, আঁতৰ মোৰ চকুৰ আগৰপৰা, বেটী!"

"ইয়াকে কবলৈ ইমান দূৰৰপৰা মাতি আনিছা?"

"অঁ।"

"খেদি দিয়াঁ এতিয়া।"

"খবৰদাৰ! তোমাক কোনে ধৰি ৰাখিছে। তুমি গুচি আহিব খুজিলে বাবুজীয়ে ৰখাই থ'লেহেঁতেন নেকি?"

ইন্দুৱে হতাশ হৈ ক'লে, "হায়, তুমি দেখোন কেঁচুৱাল'ৰাৰ নিচিনা কথা কৈছা?

মইনো তেওঁক কেনেকৈ কওঁ বাৰু? সঁচা কথা কবলৈ গ'লে, তুমি মোক মাতি আনি বাবুজীক খুব কষ্টত পেলালা।"

"কি কাৰণে?"

"কাৰণ আৰু কি! "ল'ৰা-ছোৱালীকেইটাক এৰিবলৈ তেওঁৰ বৰ বেয়া লাগিছিল।"

"আৰু মোৰ?"

"তোমাৰ? তুমিতো কিবাকৈ থাকিব পাৰিলাইহেঁতেন।" ইন্দুৱে দুষ্টালি কৰি ক'লে আৰু মদনৰ ফালে এনে দৃষ্টিৰে চালে যে মদনৰ আৰু ইন্দুৰপৰা আঁতৰি থকাৰ ক্ষমতাই শেষ হৈ গ'ল। সিও অৱশ্যে নিপুন ছলৰ প্ৰতীক্ষাত আছিল।

সি ইন্দুক নিজৰ বুকুৰ কাষলৈ টানি আনি ক'লে,

"বাবুজীয়ে তোমাক পাই খুব ভাল পাইছিল নহয়?"

"অঁ। এদিন মই সাৰ পাই দেখোঁ মূৰ শিতানত থিয় দি মোলৈ চাই আছে।"

"কেতিয়াও হ'ব নোৱাৰে!'

"মোৰে শপত।"

"ওঁহো, তোমাৰ নহয়, মোৰ শপত খোৱাঁ।"

"তোমাৰ শপততো মই নাখাওঁ! আন কিবা কোৱাঁ-"

"অঁ। কিতাপত ইয়াকে চেক্স বুলি কৈছে।"

"চেক্স? সেইটো আক' কি?"— ইন্দুৱে সুধিলে।

"পুৰুষ আৰু তিৰোতাৰ মাজত যি সম্পৰ্ক হয় সেয়ে।"

"হায় ৰাম!" ইন্দুৱে একেচাটে পাছুৱাই গৈ ক'লে, "লেতেৰা কথা কবলৈ তোমাৰ লাজ নালাগিল? বাবুজীৰ বিষয়ে তুমি এইদৰে ভাবিব পাৰিলা?"

"তোমালৈ চাই থাকিবলৈ বাবুজীৰ লাজ নালাগিল?"

"কিয় লাগিব? তেওঁ নিজৰ বোৱাৰীয়েকক চাই আনন্দ পাইছে।" —ইন্দুৱে বাবুজীৰ পক্ষলৈ ক'লে।

"পাবতো, কিয় নাপাব, তোমাৰ দৰে বোৱাৰী যেতিয়া!"

ইন্দুৱে খঙতে কবলৈ ধৰিলে, "তোমাৰ মন লেতেৰা। সেইদেখিয়েতো তোমাৰ কাৰবাৰো দুৰ্গন্ধ বিৰোজাৰ। তোমাৰ কিতাপবোৰো লেতেৰা কথাৰে ভৰা। তুমি আৰু তোমাৰ কিতাপে ইয়াতকৈ ভাল আৰু একো নেদেখে। মই যেতিয়া ডাঙৰ হৈ আহিলো, তেতিয়া মোৰ দেউতাই মোক আগতকৈ বেছিকৈহে মৰম কৰিছিল। তেনেহলে তাকো তুমি .... সেই কিবাটো- যিটো শব্দ এতিয়া কৈছিলা তাকে ক'বা নেকি?" তাই আকৌ ক'লে, "বাবুজীক ইয়ালৈ লৈ আহাঁ। তেওঁৰ তাত অকনো ভাল লগা নাই। তেওঁ অসুখী হ'লে তুমিও অসুখী নহবা জানো?"

মদনে তাৰ দেউতাকক বৰ ভাল পাইছিল। মাকৰ মৃত্যুৰ পাছত মদন ঘৰৰ ডাঙৰ ল'ৰা হোৱা বাবে তাৰ প্ৰভাৱেই ঘৰখনত বেছি আছিল।সেই কথা মদনৰ খুব ভালদৰেই

মনত আছে। মাকৰ বেমাৰ হোৱা দিন ধৰি মৰালৈকে কথাবোৰ মনলৈ আহিলেই সি চকু জপাই প্ৰাৰ্থনা কৰিবলৈ ধৰে, "ওম্ নমো ভগবতে বাসুদেবায় নমঃ, ওম্ নমো......" সি নিবিচাৰে যে তাৰ মূৰৰ ওপৰপৰা দেউতাকৰ ছত্ৰছাঁয়াও আঁতৰি যাওক। বিশেষকৈ এই কাৰণেই যে সি এতিয়াও তাৰ কাৰবাৰ ভাল কৰিব পৰা নাই। সি অবিশ্বাসৰ সুৰত ইন্দুক ইয়াকে ক'লে, "এতিয়া বাৰু বাবুজী তাতে থাকক। বিয়াৰ পাছত এই প্ৰথম আমি স্বাধীনভাৱে লগ পাইছো।"

তিনি-চাৰিদিনমানৰ পাছতে বাবুজীৰ চকুপানীৰে তিতা চিঠি আহিল। "মোৰ স্নেহৰ মদন" সম্বোধনৰ 'মোৰ স্নেহৰ' শব্দটো চকুৰপানীৰে ধুই গৈছে। তেওঁ লেখিছে, "বোৱাৰী ইয়াত থকাত মোৰ পুৰণি দিনবোৰ উভতি আহিছিল— তোমাৰ মাৰাৰ দিন, যেতিয়া আমাৰ নতুনকৈ বিয়া হৈছিলহে তেতিয়া তেৰোঁ এনেকুৱাই অভিমানী, জেদী আছিল। এইদৰে সলোৱা কানি-কাপোৰবোৰ এনে-তেনি পেলাই থৈছিল আৰু মোৰ পিতাজীয়ে সেইবোৰ সামৰি-সুতৰি থৈছিল। সৌটো মদনৰ পেৰা, সৌফালে এবুৰিমান বিশৃঙ্খলা— তাতেই শান্তি, ....... মই বজাৰলৈ যাওঁ- আন নহলেও দইবড়া আৰু ৰাব্ৰী লৈ আহোঁ। এতিয়া ঘৰত কোনো নাই। সেই ঠাই য'ত চন্দনকাঠৰ পেৰাটো আছিল, খালী হৈ আছে ...... কপালত লেখা আছে ....... কামৰপৰা উভতি আহি ইয়াৰ ডাঙৰ ডাঙৰ এন্ধাৰ কোঠাবোৰত সোমালে মোৰ মনটোৱে হাহাকাৰ কৰি উঠে— আৰু এটা কথা বোৱাৰীৰ যতন ল'বা। তাইক যেইসেই ধাই নলগাবা।"

ইন্দুৱে দুয়োহাতেৰে চিঠিখন খামুচি ধৰিলে। হুমুনিয়াহ পেলালে। লাজত তাইৰ চকু চলচলীয়া হ'ল— "মই ক'তে মৰোঁ, বাবুজীয়ে কেনেকৈ বুজিলে?"

মদনে চিঠিখন কাঢ়ি লৈ ক'লে,"বাবুজী কিবা কেঁচুৱা ল'ৰা নেকি? দুনিয়া দেখিছে, আমাক জন্ম দিছে ....."

"হয়।" ইন্দুৱে ক'লে, "এতিয়া কিমানদিন হ'ল!" তাৰপিছত তাই খৰধৰকৈ এবাৰ নিজৰ শৰীৰৰ ওপৰত চকু ফুৰাই এতিয়াও অকনো নবঢ়া পেটটোৰ ওপৰত শাৰীৰ আঁচলটো টানি ল'লে। অলপ ভাবিলে। তাৰপাছত দেহলৈ এটা চমক আহিল, তাই ক'লে,তোমাৰ শাহুৰেৰাৰপৰা উপহাৰ আহিব।"

"মোৰ শাহু? ........ অ', মদনে কবলৈ এটা বাট ওলাল, "কি যে লাজৰ কথা! বিয়া হ'বৰ আজি সাত-আঠমাহ মানহে হৈছে, আহিলেই, "— সি ইন্দুৰ পেটৰফালে ইংগিত দিলে।

"আহিলেই নে তুমি আনিলা?"

"তুমি ..... এই গোটেইবোৰ দোষ তোমাৰেই। আন কোনোবা তিৰোতা হ'লে ........"

"তোমাৰ পছন্দ হোৱা নাই?"

"একেবাৰে নাই হোৱা।"

"কিয়?"

"জীৱনৰ চাৰিটা দিনটো স্ফূৰ্ত্তি কৰিবলৈ পাব লাগে।"

"কিয় এয়া জানো জীৱনৰ আনন্দ নহয়?" —ইন্দুৱে বেজেৰুৱা মাতেৰে ক'লে। "তেনেহলে তুমি তাক হাতেৰেই নুচুবা। সি তোমাৰ নহয়, মোৰহে হ'ব। তোমাৰতো তাক প্ৰয়োজন নাই। কিন্তু তাৰ ককাকৰ আছে। মই সেইটো জানো।"

ইন্দুৱে বেজাৰ আৰু অৱসাদত দুয়ো হাতেৰে মুখখন ঢাকিলে। তাই ভাবিবলৈ ধৰিলে পেটত থকা এই এধানমান জীৱটোৰ কাৰণেতো যথেষ্ট সহানুভূতিৰ প্ৰয়োজন হ'ব, কিন্তু মদন মনে মনে বহি আছে। তাৰ মুখৰপৰা এটা কথাও নোলাল। ইন্দুৱে মুখৰপৰা হাত আঁতৰাই মদনলৈ চালে আৰু হ'ব লগা ন-পোৱাঁতীৰ আশঙ্কাৰে ক'লে, "যিবোৰ কথা ক'লো সেইবোৰতো পাছৰ কথা। প্ৰথম কথা, মইতো নাবাচিমেই। সৰুৰেপৰা এই কথাটোত মোৰ বৰ ভয়।"

মদনেও ভয় খোৱা যেন হ'ল। এই 'সুন্দৰ প্ৰাণী'টো গৰ্ভৱতী হোৱাৰ পাছত আৰু সুন্দৰ হৈছে। এই মৰি যাব? সি পাছফালৰপৰা ইন্দুক হেঁচুকি দি তাইৰ কথা বন্ধ কৰি দিলে। তাৰপাছত তাইক বাহুত সুমাই লৈ ক'লে, "তোমাৰ একো নহয় ইন্দু ....... তোমাক মই মৃত্যুৰ মুখৰপৰা কাঢ়ি আনিম ....... এতিয়া সাবিত্ৰী নহয় সত্যবানৰ দিন—!"

মদনক সাবটি ধৰি ইন্দুৱে তাইৰ নিজৰ দুখ পাহৰি গ'ল।

তাৰ পাছত বাবুজীয়ে আৰু কোনো চিঠি লেখা নাই। হঠাতে এদিন চাহাৰাণপুৰৰ পৰা এজন চৰ্টাৰ আহিল। সি কেৱল ইয়াকে জনালে যে বাবুজীৰ আকৌ হাৰ্ট-এটেক হৈছে। মদনে ভয় খাইগ'ল। ইন্দুৱে কান্দিবলৈ ধৰিলে। চৰ্টাৰ গুচি যোৱাত মদনে চকুমুদি সৰ্বান্তঃ কৰণে গাবলৈ ধৰিলে, "ওম্ ভগৱতে ..........."। পাছদিনা মদনে দেউতাকলৈ চিঠি লেখিলে, "বাবুজী আপুনি গুচি আহক। ল'ৰা-ছোৱালীবোৰে আপোনাৰ কথা কৈ আছে, আপোনাৰ বোৱাৰীয়েও—" কিন্তু চাকৰি আছে যে! ওপৰৱালাৰ কথাওতো আছে। ধনীৰামৰ দৰখাস্ত পাই সেই অনুসাৰে তেওঁৰ ছুটিৰ বন্দবস্ত কৰিছিল। সেইদিনাৰপৰা দিনে দিনে মদনৰ মনত অনুতাপ বাঢ়িবলৈ ধৰিলে। "ইন্দুক তাত থাকিবলৈ দিয়াহেঁতেননো মোৰ কি ক্ষতি হ'লহেঁতেন!"

বিজয়া দশমীৰ আগদিনা ৰাতি মদনে ব্যাকুল হৈ মাজৰ কোঠাৰ বাহিৰৰ বাৰান্দাত টহলি আছিল। তেতিয়াই ভিতৰৰপৰা কান্দোনৰ শব্দ আহিল আৰু সি লৰালৰিকৈ দুৱাৰমুখলৈ গ'ল। ধায়ে ওলাইআহি ক'লে,

"বাবুজী স্ফূৰ্ত্তি কৰাঁ ....... ল'ৰা হৈছে।"

"ল'ৰা? "তাৰপাছত অলপ উদ্বেগেৰে সুধিলে, 'তেওঁ কেনে আছে?"

ধায়ে ক'লে, "ভালেই আছে। এতিয়ালৈকে তেওঁক ছোৱালী বুলিহে কৈছো। বেছি খুচী হলে আক' ফুল নপৰিব নহয় ....."

"অ"! মদনে বুৰ্বকৰ দৰে চকু টিপিয়াই আকৌ কোঠাটোলৈ বুলি আগবাঢ়িল। ধায়ে তাক বাধা দি ক'লে, "তোমাৰ ভিতৰত কি কাম?" তাৰপিছত লৰালৰিকৈ ভিতৰ সোমাই দুৱাৰ জপাই দিলে।

মদনৰ ভৰি দুখন এতিয়াও কঁপি আছে। এই অৱস্থা ভয়ৰ কাৰণে নহয়, অস্থিৰতাৰ কাৰণেহে। আৰু বোধহয় এই কাৰণেই যে কোনোবা নতুনকৈ পৃথিৱীলৈ আহিলে আশে-পাশে থকা মানুহৰ এনেকুৱা অৱস্থাই হয়। মদনে শুনিছিল যে ল'ৰা হলে হেনো ঘৰৰ বেৰবোৰ কঁপিবলৈ ধৰে। তেতিয়া ভয় হয় যে ডাঙৰ হৈ সেই ল'ৰাই মোক বেচি দিব নে ৰাখিব। মদনে অনুভৱ কৰিলে যেন সঁচাকৈয়ে ঘৰৰ দেৱালবোৰ কঁপিছে। প্ৰসৱৰ কোঠালৈ চক্‌লী-বৌ অহা নাই কাৰণ তেওঁৰ নিজৰ ল'ৰাই বৰ সৰু হৈ আছে। দৰিয়াবাদী পেহী অৱশ্যে আহি পালেহি। তেওঁ ল'ৰা উপজিবৰ সময়ত ৰাম-ৰাম ৰাম-ৰাম বুলি পদ গাবলৈ লাগিল।

মদনৰ আৰু জীৱনত আজিৰ নিচিনা ইমান বিৰক্তি আৰু নিজকে ব্যৰ্থ যেন লগা নাছিল। এনেতে আকৌ দুৱাৰ মেল খালে আৰু পেহী ওলাই আহিল। বাৰান্দাৰ বিজুলী-চাকিৰ পোহৰত তেওঁৰ চেহেৰা একেবাৰে ভূতৰ নিচিনা লাগিছিল। মুখখন গাখীৰৰ দৰে। মদনে তেওঁৰ বাট ভেটি ধৰি সুদিলে,

"ইন্দু ঠিকেই আছে নহয়নে পেহী?"

"ঠিকেই আছে, ঠিকেই আছে, ঠিকেই আছে।"পেহীয়ে তিনি-চাৰিবাৰমান কৈ নিজৰ কঁপি থকা হাতখনেৰে মদনৰ মূৰটো চপৰাই লৈ চুমা খালে। তাৰপাছত বাহিৰলৈ ওলাই গ'ল।

পেহীক বাৰান্দাৰ দুৱাৰেৰে বাহিৰলৈ ওলাই যোৱা দেখা গ'ল। তেওঁ লৰা-ছোৱালীকেইটা শুই থকা চ'ৰাঘৰত সোমালগৈ আৰু প্ৰত্যেকৰে মূৰত মৰমেৰে একোবাৰ হাতখন থৈ ওপৰলৈ চাই মুখৰ ভিতৰতে কিবা ক'লে। তাৰপাছত মুন্নীৰ কাষতে শুই থাকিল। তেওঁৰ ওঁঠ দুটা ওপৰৰ পৰা তললৈ উঠা-নমা কৰা দেখি বুজা গৈছিল যে তেওঁ কান্দিছে...... মদন আচৰিত হ'ল.......পেহীয়েতো বহুত এনেকুৱা ঠাইত ঘূৰিছে, তেনেহলে আজি কিয় তেওঁৰ আত্মা পৰ্য্যন্ত কঁপি উঠিছে।

আকৌ সিফালৰ কোঠাটোৰ পৰা ধূনাৰ গোন্ধ আহিল।ধোৱাঁ এসোপা আহি মদনক ঘেৰি পেলালে। তাৰ মূৰ ঘূৰাই গ'ল। তেতিয়াই বেগম ধায়ে কাপোৰেৰে কিবা মেৰিয়াই বাহিৰলৈ ওলাল। মদন হতভম্ব হৈ গ'ল। তাৰ হুঁচেই নাছিল যে সি ক'ত আছে। দুইটা চকু মেলি চাই আছিল কিন্তু একোকে দেখিবলৈ পোৱা নাছিল। ইয়াৰ মাজতে ইন্দুৰ কাতৰ মাত আহি কাণত পৰিল— "হা-য়-"তাৰপিছত কেচুৱাৰ কান্দোন। তিনি-চাৰিদিনৰ ভিতৰত বহুতো কিবা-কিবি হৈ গ'ল। মদনে ঘৰৰ এফালে গাঁত খান্দি ফুল পুতি পেলালে। কুকুৰ ভিতৰলৈ আহিলেই খেদাইছিল। কিন্তু এতিয়া তাৰ একোৱেই মনত নাই। তাৰ এনেকুৱা লাগিছে যেন ধূনাৰ গোন্ধ তাৰ মনত বহি যোৱাৰ পাছত আজিহে তাৰ হুঁচ আহিছে। কোঠাটোত অকল সি আৰু ইন্দু। নন্দ আৰু যশোদা। আৰু আনফালে নন্দলাল। ইন্দুৱে কেচুৱাটোলৈ চাই ক'লে, "একেবাৰে তোমাৰ নিচিনা হৈছে ......"

"হব পাৰে।" মদনে ওপৰে ওপৰে এবাৰ কেঁচুৱাটোৰ ফালে চাই ক'লে, "ঈশ্বৰৰ দয়া! তুমি বাচি গ'লা।"

"অঁ। মই ভাবিছিলো এইবাৰ ....." ইন্দুৰ কথাখিনি শেষ হবলৈ নিদি মুখতে ধৰি মদনে ক'লে,

"অমঙ্গলীয়া কথা নকবা। ইয়াত যিবোৰহে হৈছে, মইতো তোমাৰ ওচৰলৈ নাহো।" কথাষাৰ কৈ মদনে দাঁতচেপি ধৰিলে।

"পস্তোৱা তেনেহলে!" ইন্দুৱে ক'লে।

মদনে তাইৰ কাণ দুখনত ধৰি লাহেকৈ পকাই দিলে। ইন্দুৱে মৃদু শব্দ কৰি হাঁহিলে।

ল'ৰা হোৱাৰ পাছত কে'বাদিনলৈকে ইন্দুৰ নাড়ী বহা নাছিল। তাই অৱশভাৱে কেঁচুৱাটো চোৱা-চিতা কৰিছিল। কেঁচুৱাটোৱে বাহিৰৰ জগতলৈ আহি নিজৰ আচল মাকক যেন পাহৰিয়ে পেলালে।

এতিয়া চব ঠিক হৈ গ'ল। আৰু ইন্দুৱে শান্তিৰে সংসাৰখন চাব-চিতিব পৰা হ'ল। তাই যেন অকল মদনকে নহয় পৃথিবীৰ সকলো দোষীকে ক্ষমা কৰি দিছে। দেবী হৈ যেন সকলোকে কৰুণা আৰু ক্ষমা বিতৰণ কৰিছে। মদনে ইন্দুৰ মুখলৈ চাই ভাবিলে, 'ইমানবোৰ ৰক্তাৰক্তি কাণ্ডৰ পাছত সামান্য দুৰ্বল হৈ ইন্দু যেন আৰু ভাললগা হৈ পৰিছে। ইন্দুৱে তাইৰ হাতদুখন লৰালৰিকৈ বুকুৰ ওপৰত থ'লে।

মদনে সুধিলে, "কি হ'ল?"

"একো নহয়।" ইন্দুৱে অলপ উঠি বহিবলৈ চেষ্টা কৰি ক'লে— "ইয়াৰ ভোক লাগিছে।" আৰু কেঁচুৱাটোৰফালে ইংগিত কৰিলে।

"ইয়াৰ— ভোক?" — মদনে এবাৰ কেঁচুৱাটোৰ ফালে আৰু এবাৰ ইন্দুৰফালে চাই ক'লে, "তুমি কেনেকৈ জানিলা?"

"দেখা নাই," তলৰফালে চাই ইন্দুৱে ক'লে, —"চব তিতি গ'ল।"

মদনে সতৰ্কতাৰে ইন্দুৰ বুকুৰফালে চালে। বুকুত গাখীৰ ভৰি পৰিছে আৰু এটা বিশেষ ধৰণৰ গোন্ধ ওলাইছে। ইন্দুৱে কেঁচুৱাটোৰফালে হাত আগবঢ়াই মদনক ক'লে,

"ইয়াক মোৰ হাতত তুলি দিয়াঁ।"

মদনে হাতখন আগবঢ়াই কেৰাহীৰ জুইত সেকি ল'লে। তাৰপাছত অলপ সাহ কৰি কেঁচুৱাটোক মৰা এন্দুৰ দাঙি অনাদি দাঙি লৈ ইন্দুৰ কোলাত দি দিলে। ইন্দুৱে মদনলৈ চাই ক'লে,

"তুমি বাহিৰলৈ যোৱাঁ।"

"কিয়, বাহিৰলৈ যাম কিয়?" মদনে সুধিলে।

"যোৱাঁ না"......... ইন্দুৱে অলপ লাজ-লাজকৈ ক'লে, "তোমাৰ আগত তাক গাখীৰ খুৱাব নোৱাৰোঁ।"

"অ', মোৰ আগত খুৱাব নোৱাৰাঁ" —সি আচৰিত হৈ ক'লে আৰু তাৰপাছতে মূৰ জোকোৰাদি বাহিৰলৈ ওলাই গুচি গ'ল। দুৱাৰমুখ পাই লগে লগে উভতি ইন্দুৰফালে এপলক চাই মনতে ভাবিলে— ইন্দুক আগতে কেতিয়াও ইমান ধুনীয়া লগা নাছিল।

বাবু ধনীৰামে ছুটি লৈ ঘৰলৈ উভতি আহিল। তেওঁৰ শৰীৰ আগৰ তুলনাত আধা হল। যেতিয়া ইন্দুৱে তেওঁৰ কোঁচত কেচুৱাটো তুলি দিলে তেওঁ আনন্দতে হাঁহিলে। তেওঁৰ পেটৰ ভিতৰত এটা ডাঙৰ ঘা হৈছে। তাৰ এনে বিষ যে চৌৱিশ ঘণ্টাই যেন তেওঁক শূলতহে দি থৈছে। কেঁচুৱাটো নথকা হলে বাবুজীৰ অৱস্থা দহগুণ বেয়া হ'লহেঁতেন।

কেবাবাৰো চিকিৎসা কৰোৱা হ'ল। শেষৰবাৰ ডাক্তৰে বাবুজীক ডবল পইছা একোটা মানৰ সমান ডাঙৰ ডাঙৰ বড়ি পোন্ধৰ-বিশটাকৈ দিনে খাবলৈ দিলে। খাই প্ৰথম দিনা তেওঁ ইমানকৈ ঘামিবলৈ ধৰিলে যে তিনি-চাৰিবাৰ কাপোৰ সলাই দিব লগা হ'ল। প্ৰত্যেকবাৰেই মদনে কাপোৰ সলাই বাল্টি এটাত চেপি দিয়ে। ঘামেৰে বাল্টিটোৰ প্ৰায় সিকিভাগ ভৰি গ'ল। ৰাতিলৈ তেওঁৰ ভ্ৰমৰ দৰে হ'ল আৰু তেওঁ চিঞৰিবলৈ ধৰিলে —

"বোৱাৰী দাঁতোন এদাল দিয়াঁ, মুখখন বৰ অকটা লাগিছে।" বোৱাৰীয়েকে লৰ মাৰি দাঁতোন এদাল আনি দিলে। বাবুজী উঠি দাঁতোন চোবাই থাকোতেই হঠাৎ এটা উগাৰ আহিল আৰু লগে লগে তেজ ওলাবলৈ ধৰিলে। পুতেকে ধৰি শুৱাইদিলে। বাবুজীৰ চকুৰ মণি ইফালে সিফালে ঘূৰিবলৈ ধৰিলে আৰু এবাৰ আকাশৰ ফুলবাৰীৰ ফালে চকু পৰিলগৈ য'ত তেওঁৰ নিজৰ ফুলপাহ চিনি ল'লে।

কেঁচুৱাটো ওপজা বিশ-পঁচিশ দিনমান হৈছিল। ইন্দুৱে কপাল আৰু বুকু চপৰিয়াই কান্দি কান্দি শেঁতা পৰি গ'ল। মদনে সেইটো দৃশ্যকে দেখিবলৈ পালে, যিটো দৃশ্য সি নিজৰ মৃত্যুৰ কল্পনাত সদায় দেখিবলৈ পাইছিল। পাৰ্থক্য মাত্ৰ এইখিনিতেই যে ইন্দুৱে হাতৰ চুড়িবোৰ ভাঙি পেলোৱাৰ পৰিবৰ্তে খুলি থৈছে। শিৰৰ সেন্দুৰো মছা নাই। কিন্তু মজিয়াৰ মাটি লাগি আৰু চুলিবোৰ জপৰা হৈ পৰাত দেখিবলৈ ভয় লগা হৈ পৰিছে।

ঘৰৰ আৰু বাহিৰৰ কিমান বোজা যে তাৰ মূৰৰ ওপৰত পৰিল মদনে ভালদৰে বুজিবই পৰা নাই। পুৱালৈকে বুকুত মুখ গুজি সি বহি থাকিল। তাৰ মুখত কথা নাই। ঘৰৰ বাহিৰৰ নলাৰ ওচৰৰ জেকামাটিত উবুৰি খাই পৰি থাকিল। ধৰিত্ৰী আয়ে নিজৰ সন্তানক বুকুত সাৱটি লৈছে। সৰু লৰা কুন্দন, অকণমানি দুলাৰী আৰু পাশীয়েও চিঞৰিবলৈ ধৰিলে, যিদৰে ধুমুহাৰ সময়ত বজ্ৰপাত পৰিলে চৰাই পোৱালিবোৰে বিতত হৈ ডিঙি মেলি মেলি চী-চিয়াঁবলৈ ধৰে। তাক এতিয়া সামৰি লওঁতা কোনোবা যদি আছে সেয়া ইন্দু । নলাৰ কাষত পৰি সি ভাবিবলৈ ধৰিলে যে তাৰ পৃথিৱী এতিয়া শূন্য হৈ গ'ল। মই বাচিব পাৰিম নে? আকৌ হাঁহিব পাৰিম নে? সি উঠি ঘৰৰ ভিতৰলৈ গ'ল।

চিৰিৰ তলতে গা-ধোৱা ঘৰ। মদনে তাত সোমাই ভিতৰপৰা খিলিটো মাৰি দি আগৰ চিন্তাকে পাগুলিবলৈ ধৰিলে। ইফালে তাৰ দেউতাকৰ শ এতিয়াও কাষৰ বৈঠকখানাতে পৰি আছে।

দেউতাকৰ চিতাত অগ্নি সংযোগ কৰাৰ আগতে মদনে পৰি থকা দেহাটোৰ সমুখত সাষ্টাঙ্গে পৰি গ'ল। এয়া তাৰ আপোন জন্মদাতালৈ শেষ প্ৰণাম। এতিয়াও সি কান্দিব

নোৱাৰিলে। তাৰ এনে অৱস্থা দেখি তাৰ শোকৰ ভাগ-লওঁতা আত্মীয়-স্বজন, চুবুৰীয়া মানুহ সকলো আচৰিত হ'ল।

তাৰ পিছত হিন্দুৰীতিমতে সকলোতকৈ ডাঙৰ হোৱা বাবেই মদনেই চিতা জ্বলাব লগা হ'ল। জ্বলন্ত মূৰৰ ওপৰত কপাল -ক্রিয়াৰ লাঠিৰ কোবো দিব লগা হ'ল। মাইকী মানুহবোৰে শ্মশানৰ বাহিৰত থকা নাদৰ পানীত গা ধুই ঘৰলৈ গ'লগৈ। মদন যেতিয়া ঘৰ পালেগৈ তেতিয়া সি কঁপি আছিল। ধৰিত্ৰী আয়ে যিখিনি উত্তাপ কিছুপৰলৈ নিজৰ সন্তানক দিছিল, নিশা হৈ অহাৰ লগে লগে সি বিক্ষিপ্ত হৈ গ'ল। সি ক'ৰবাৰপৰা অলপ সহায় পোৱা প্রয়োজন হৈ পৰিছিল। এনে ধৰণৰ এক সাহায্য যি মৃত্যুতকৈও শক্তিমান। সেই সময়তে ধৰিত্ৰী-জননীৰ কন্যা জনক-তনয়া ইন্দুৱে যেন কোনো ঘটত জন্ম লৈ সেই ৰামক নিজৰ দুবাহুৰ মাজত ঠাই দিলে। সেই নিশা ইন্দুৱে মদনক যদি নিজৰ অস্তিত্বৰে আশ্বাস নিদিলেহেঁতেন, ইমান ডাঙৰ আঘাতে মদনকো ডুবাই দিলেহেঁতেন।

দহমাহৰ মূৰত ইন্দুৰ দ্বিতীয় সন্তানটোৰ জন্ম হ'ল। ঘৈণীয়েকক এই নৰকৰ জুইত পেলাই দি মদনে নিজৰ দুখ পাহৰি গ'ল। কেতিয়াবা সি ভাবে, মই যদি বিয়াৰ পাছত বাবুজীৰ কাষৰপৰা ইন্দুক মাতি নানিলোহেঁতেন তেনেহলে হয়তো ইমান সোনকালে বাবুজী গুচি নগলহেঁতেন। কিন্তু দেউতাকৰ মৃত্যুত যি লোকচান হ'ল তাক সি পূৰণ কৰাৰ কামত লাগি গৈছিল।পূৰ্বে অযত্নৰ ফলত তাৰ কাৰবাৰ বন্ধ হৈ গৈছিল— বাধ্যবাধকতা নোহোৱা হৈ গৈছিল।

এদিন ডাঙৰ লৰাটো ঘৰত মদনৰ লগত থৈ সৰুটোক লৈ ইন্দু বাপেকৰ ঘৰলৈ গৈছিল। লৰাটোৱে নানা ধৰণৰ জিদ ধৰে। মদনে কেতিয়াবা বলাব পাৰে, কেতিয়াবা নোৱাৰে। মাকৰ ঘৰৰপৰা ইন্দুৰ চিঠি আহিল, — "ইয়ালৈকে মই তাৰ কান্দোন শুনিবলৈ পাইছোঁ। তাক কোনোবাই মৰা নাইতো.........." মদন আচৰিত হ'ল। এজনী মূৰ্খ অশিক্ষিত তিৰোতা ...... এনেকুৱা কথা কেনেকৈ লেখিব পাৰিলে? ...... সি আকৌ নিজকে ক'লে, - 'এয়াও হয়তো কোনোবাই শিকাই দিয়া কথা।'

এবছৰ পাৰ হ'ল। ইমান আয় হোৱা নাই যে তাৰে কিবা আৰাম কৰিব পাৰে। কিন্তু সংসাৰ চলোৱাৰ প্রয়োজন নিশ্চয় পূৰণ হ'লহেঁতেন। তেতিয়াহে কষ্ট হয় যেতিয়া কোনো ডাঙৰ কিবা খৰচৰ কথা আহি পৰে। .......কুন্দনক কলেজত নাম লগাব লাগে, দুলাৰীৰ বিয়া পাতিব লাগে। সেইবোৰ মুহূৰ্ত্তত মদনে চিন্তিতমুখে বহি থকা দেখি মিচিকিয়াই হাঁহি ইন্দুৱে, সুধিলে, "মন মাৰি আছা দেখোন?" মদনে তাইৰ ফালে ভৰসাৰ দৃষ্টিৰে চাই ক'লে, "মন মাৰি নাথাকিম নে? কুন্দনক বি. এ.ত নামভৰ্ত্তি কৰিব লাগে ....... মুন্নী .......". ইন্দুৱে পুনৰ হাঁহি ক'লে, "মোৰ লগত আহাঁ" — মদনে ভেৰাপোৱালিটোৰ দৰে ইন্দুৰ পিছে পিছে যাবলৈ ধৰিলে। ইন্দুৱে চন্দনৰ পেৰাটোৰ ওচৰলৈ গৈ ৰ'লগৈ। পেৰাটোত মদনৰ হাত লগোৱাৰো অধিকাৰ নাছিল। কেতিয়াবা তাকে লৈ মদনে কয়, "মৰিলে সেইটো বুকুত বান্ধি লৈ যাবা"। ইন্দুৱে উত্তৰ দিয়ে, "অঁ, নিমতো!" তাৰপাছত ইন্দুৱে সেই পেৰাৰপৰা দৰকাৰী বস্তুটো উলিয়াই মদনৰ সমুখত থ'লে।

"এয়া টকা ক'ৰপৰা আহিল?"

"আহিছে আৰু ক'ৰবাৰপৰা। তোমাৰ আম খোৱাৰ মতলব আছে নেকি?"

"আৰু?"

"যোৱাঁ তোমাৰ কাম কৰাগৈ।"

মদনে বেছি পীড়াপীড়ি কৰিলত ইন্দুৱে ক'লে, "মোৰ এক সদাগৰ বন্ধু জুটিছে নহয় ......" বুলি হাঁহিবলৈ ধৰিলে। এনে ধেমালি মদনৰ ভাল নালাগে। ইন্দুৱে আকৌ ক'লে, "মই ডকাইত ...... তুমি নাজানা, খুব ডাঙৰ ডকাইত - যি এহাতে লুট কৰে আৰু আন হাতে গৰীব-দুখীক দান কৰে ........।" এনেকৈয়ে মণীৰ বিয়া হৈ গ'ল। লুটৰ গহনা বিক্রি কৰি। ধাৰো লাগিল, সিও শোধ হৈ গ'ল।

এনেকৈয়ে এদিন কুন্দনৰো বিয়া হৈ গ'ল। এইখন বিয়াত ইন্দুৱে দুহাতে খৰচ কৰিলে আৰু তাই তাৰ মাকৰ কাম কৰিলে। আকাশৰপৰা বাবুজী আৰু মায়ে দেখা দি পুষ্পবৃষ্টি কৰা কাৰো চকুত নপৰিল। তাৰপাছত এনেও হ'ল — স্বৰ্গত বাবুজী আৰু মা-জনীৰ মাজত কাজিয়াও হৈ গ'ল। মা-জনীয়ে বাবুজীক ক'লে, —"তুমি বোৱাৰীৰ হাতে খায়ো আহিলা, তাইৰ সুখো দেখিলা। আৰু মোৰহে পোৰা কপাল, একোকে দেখা নাপালোঁ।" — আৰু এই কাজিয়া গৈ বিষ্ণু আৰু শিৱৰ কাষ পালেগৈ। তেওঁলোকে মাৰ পক্ষে ৰায় দিলে— মাই এই মৰ্ত্যলোকলৈ আহি বোৱাৰীয়েকৰ কোলাত জন্ম ল'ব। ইন্দুৰ এজনী ছোৱালী হ'ল।

কিন্তু ইন্দুতো দেবী নহয়। যেতিয়া কোনো সিদ্ধান্তৰ প্ৰশ্ন উঠে তেতিয়া ননদ-দেওৰতো বাদেই স্বয়ং মদনৰ লগতেই কাজিয়া লগাই দিয়ে—মদনে সত্যনিষ্ঠাৰ এই প্ৰতিমাৰ ওপৰত খং কৰি তাইক কৈছিল হৰিশ্চন্দ্ৰৰ বেটী। ইন্দুৰ কথাত কোনো পাক নাছিল, সত্য আৰু ধৰ্মত সদায় স্থিৰ থাকে কাৰণে মদন আৰু পৰিয়ালৰ বাকী সকলোৰে দৃষ্টি তাইৰ সমুখত নত হৈ থাকে। কাজিয়া কিমান বাঢ়ি যায়, মদনে স্বামীত্ব দেখুৱাই ইন্দুক কিমান যে কথা শুনায়, কিন্তু শেষত সকলোৱে মূৰ তলকৈ ইন্দুৰেই শৰণ লয় আৰু তাইৰ ওচৰত ক্ষমা খোজে।

নতুন বোৱাৰী আহিল। কবলৈ গ'লে তায়ো বিবি আছিল, কিন্তু ইন্দুকেই সকলোৱে বিবি বুলিছিল। তাৰ বিপৰীতে ৰাণী বিবি হলেও তাই আছিল কেৱল তিৰোতাহে। ৰাণীৰ কাৰণে ভায়ে-ভায়ে কাজিয়া হ'ল। জে. পি খুড়াৰ মধ্যস্থতাত সম্পত্তি ভাগ বাটোৱাৰা হ'ল। পৈত্ৰিক সম্পত্তি এফালে, আৰু লগতে ইন্দুৱে অৰ্জা বস্তু-বাহানিও ভাগ-বাটোৱাৰত সোমাই পৰিল। ইন্দুৱে বুকু চপৰিয়াই চাই থাকিব লগা হ'ল।

সকলো পোৱাৰ পাছত আৰু বেলেগ হৈ গৈও কুন্দন আৰু ৰাণীয়ে ঠিকমতে সংসাৰ পাতিব পৰা নাছিল। সেই সময়খিনিত কিছুদিনৰ কাৰণে ইন্দুৰ সংসাৰ জকমকীয়া হৈ আছিল।

সন্তান হোৱাৰ পাছত আৰু ইন্দুৰ স্বাস্থ্য আগৰ দৰে নাথাকিল। কেঁচুৱাটো অনবৰতে

মাকৰ বুকুতে সোমাই থাকে। আটায়ে তাইক লেই-লেই -ছেই-ছেই কৰিলেও ইন্দুৱে তাইক বুকুত সাৱটি লৈ ফুৰায়। কেতিয়াবা ইন্দুও পৰিশ্ৰান্ত হৈ পৰে। তেতিয়া তাই দোলনাখনত কেঁচুৱাটোক পেলাই থৈ কৈ উঠে, "মা, তই মোক বাচি থাকিবলৈ নিদিবি নেকি অ'!"

কেঁচুৱাজনীয়ে টেঁটুফালি চিঞৰি চিঞৰি কান্দি থাকে।

মদনে ইন্দুক এৰাই চলে। বিয়াৰপৰাই সি ইন্দুৰ মাজত সি বিচৰা নাৰীজনীক এতিয়ালৈকে নাপালে। দুৰ্গন্ধ বিৰোজাৰ বিক্ৰী বাঢ়িছিল। আৰু ইন্দুৰ অজ্ঞাতে মদনে বহুত টকা বাহিৰে বাহিৰে খৰচ কৰিছিল। বাবুজীৰ মৃত্যুৰ পাছত সোধোতাও কোনো নাই। অবাধ স্বাধীনতা।

ওচৰ চুবুৰীয়া সিব্‌তেৰ ম'হে আকৌ মদনৰ মুখৰ ওচৰত ফুকাৰিবলৈ ধৰিলে। বাৰে বাৰে ফুকাৰিবলৈ ধৰিলে। বিয়াৰ নিশাৰ সেই ম'হটোতো বিক্ৰি হৈ গৈছিল, কিন্তু তাৰ মালিক বাচি আছিল। মদনে তাৰ লগত এনেবোৰ ঠাইলৈ যাবলৈ ধৰিলে য'ত এন্ধাৰ-পোহৰে আজব মূৰ্ত্তিৰ সৃষ্টি কৰে। কোনফালে কেতিয়াবা ত্ৰিকোণৰ তৈয়াৰ কৰে, আকৌ ওপৰৰ পৰা পোহৰৰ এটা চৌ-কোণ আহি তাক ঘপ্‌কৈ কাটি পেলায়। কোনো ছবিয়েই পূৰা নহয়। এনেহে লাগে যেন কাষৰপৰা এটা পায়জামা ওলাই— আকাশৰ ফালে উৰি গ'ল। কোনো এটা কোটে দৰ্শকৰ মুখ সম্পূৰ্ণ ঢাকি দিয়ে। যদি কোনোবাই উশাহ লবলৈ অস্থিৰ হৈ উঠে, তেতিয়া হঠাতে পোহৰৰ চৌ-কোণটো এটা খুপৰী হৈ যায় আৰু তাৰ মাজত এটা মূৰ্ত্তি আহি থিয় হয়হি। দৰ্শকে হাত বঢ়ালে সি আয়ত্বৰ বাহিৰলৈ যায়গৈ আৰু ঠাইডোখৰ শূন্য হৈ পৰে। পাছফালে ক'ৰবাৰ কুকুৰে কান্দে। ওপৰৰ তবলাৰ শব্দই সেই কান্দোনৰ ধ্বনি তল পেলায় .......

মদনে তাৰ কল্পনাৰ আকৃতি বিচাৰি পালে। কিন্তু প্ৰত্যেক ঠাইতে এনে যেন লগা হ'ল যেন আৰ্টিষ্টে এটা ভুল ৰেখা টানি দিলে। হাঁহিৰ শব্দ যেন প্ৰয়োজনৰ অতিৰিক্ত হৈ উঠে, আৰু মদন নিখুঁত শিল্পগত ভাৰসাম্যযুক্ত হাঁহিৰ সন্ধানত হেৰাই যায়।

সেই বিষয়ে সিব্‌তেই নিজৰ ঘৈণীয়েকৰ লগত কথা পাতিছিল। তাৰ বিবিয়ে মদনক আদৰ্শ স্বামীস্বৰূপ সিব্‌তেৰ আগত বখানিছিল। বখানাই নহয়, তাৰ মুখতে যেন মাৰিছিল। সিব্‌তেই সেইটোকে (আদৰ্শক) তুলি লৈ বিবিৰ মুখৰ ওপৰতে দলিয়াই দিছিল। আৰু সেয়া যেন এটা তৰমুজৰ ভিতৰৰ অংশহে, তাৰ আঁহবোৰ বিবিৰ নাক, চকু আৰু কাণৰ ওপৰত এটা প্ৰলেপৰ দৰে হ'ল। বিস্তৰ গালি পাৰি পাৰি বিবিয়ে মনৰ পাছিৰপৰা সেই জাবৰ-জোথৰবোৰ আৰু গুটিবোৰ তুলি নি ইন্দুৰ চিকুনাই থোৱা চোতালখনত দলিয়াই দিলে।

এজনী ইন্দুৰ ঠাইত দুই ইন্দু হৈ গ'ল। এজনী ইন্দুতো তাই নিজেই আৰু দ্বিতীয়জনী হ'ল কম্পিত ৰেখা— যি ইন্দুৰ শৰীৰটোক ঘেৰি আছিল আৰু যিটো চকুতেই পৰা নাছিল।

মদন কৰবালৈ গলে ঘৰলৈ আহিহে ওলাই যায়। গা-পা ধুই, ভাল কানি কাপোৰ পিন্ধি, খুছবুদাৰ কিমাম দিয়া এযোৰ মঘাই খিলিপান মুখত দি। কিন্তু সেইদিনা মদনে

ঘৰলৈ উভতি আহি যি ইন্দুক দেখিলে, তাইৰ চেহেৰাই বেলেগ। মুখত পাউদাৰ। গালত ৰ'জ। লিপষ্টিকৰ অভাৱত ওঁঠত শিৰৰ সেন্দুৰৰ ৰং আৰু চুলি-আঁচোৰাৰ ধৰণ দেখি মদন থৰ লাগিল।

"কি হ'ল আজি!" মদনে বিচূৰ্ত্তিহে সুধিলে।

"একো হোৱা নাই"। ইন্দুৱে মদনৰ দৃষ্টিৰ পৰা আঁতৰলৈ গৈ ক'লে, "আজিহে আজৰি পালোঁ।"

বিয়াৰ পোন্ধৰ বছৰ পাৰ হৈ যোৱাৰ পাছতহে ইন্দুৱে আজি আজৰি পালে। তাকো আক' সেই সময়তেহে যেতিয়া মুখৰ ওপৰত পাতলীয়াকৈ ছাই বৰণীয়া প্ৰলেপ পৰিছে। নাকৰ ওপৰত ক'লা আঁক পৰিছে আৰু ব্লাউজৰ তলত কঁকালৰ ওচৰৰ, উদং পেটত চৰ্বি দুই তিনি তৰপ জমা হৈছে। আজি ইন্দুৱে এনে ধৰণৰ ব্যৱস্থা কৰিছে যে এইবোৰৰ একোৱেই চকুত পৰা নাই। তাইক এজনী নিলাজ অভিসাৰিকা যেন লাগিছে। 'ই হ'বই নোৱাৰে।" মদনে ভাবিলে আৰু এই চিন্তাই হঠাতে তাক আঘাত কৰা যেন পালে। সি আকৌ এবাৰ উভতি ইন্দুৰ ফালে চালে- যিদৰে ঘোঁৰাৰ বেপাৰীয়ে কোনো নামী ঘোঁৰাৰফালে চায়। এয়া ঘুঁৰী আৰু ৰঙা লেকাম এদালো আছে ........ ক'ৰবাত কিবা ত্ৰুটি আছিল যদিও মদিৰ দৃষ্টিত সেইবোৰ একো ধৰা নপৰে।......... ইন্দু প্ৰকৃততেই সুন্দৰী। আজি পোন্ধৰ বছৰৰ পাছতো ফুলোঁ, ৰছিদা, মিছেছ ৰবাৰ্ট আৰু তেওঁৰ ভনীয়েক তাইৰ কাষত নিষ্প্ৰভ। মদনৰ মনত এক অনুকম্পাৰ ভাৱ অহাৰ লগতে ভয়ো লাগিবলৈ ধৰিলে।

আকাশত বিশেষ ডাৱৰ নাছিল তথাপি বৰষুণ পৰিবলৈ আৰম্ভ কৰিছে। ঘৰৰ গঙ্গা বাঢ়ি বাঢ়ি তাৰ পানীয়ে পাৰ উপচি গৈ পাৰৰ গাঁও আৰু নগৰকো বুকুত সামৰি ল'লে। এনে ধৰণে পানী ব'বলৈ ধৰিছে যেন কৈলাস পৰ্বতকো বুৰাইহে পেলাব। ........ ইফালে কেঁচুৱাটোৱে অবিৰাম কান্দিব লাগিছে। এই ধৰণে তাই আজিলৈকে কন্দা নাই।

মদনে তাইৰ কান্দোন শুনি চকু মুদি দিলে। চকু মেলিলত দেখিলে ছোৱালীজনী তাৰ সমুখত থিয় দি আছে পূৰ্ণ যৌৱনা নাৰী হৈ। নহয়, নহয়, এয়া ইন্দু। নিজৰ মাকৰ ছোৱালী, নিজৰ ছোৱালীৰ মাক— তাই তাক ওঁঠৰ কোণত মিচিকি হাঁহি লৈ, বেঁকা চাৱনিৰে চাই আছে।

এইটো কোঠাতে এদিন ধূনাৰ ধোৱাঁই মদনৰ মূৰ ঘূৰাই দিছিল, আজি সি সুগন্ধিৰে ভৰপূৰ হৈ পৰিল। পাতলীয়া বৰষুণ টান বৰষুণ কৈ বেছি বিপদজনক। সেইদেখি বাহিৰৰ পানী ওপৰৰ কোনোবা ফালেদি সোমাই ইন্দু আৰু মদনৰ ওপৰত পৰিবলৈ ধৰিলে।....... কিন্তু মদন যে নিচাত মাতাল হৈ গৈছে। এই নিচাই তাৰ চকু মুদ খুৱাই আনিছে আৰু নিশ্বাস দ্ৰুততৰ কৰি তুলিলে।

মদনে মাতিলে, 'ইন্দু' ......... তাৰ মাত বিয়াৰ নিশাৰ মাততকৈ দুই পৰ্দা ওপৰত আছিল আৰু ইন্দুৱে তাৰফালে চাই উত্তৰ দিলে, "কি?" ......তাইৰ মাত দুই পৰ্দা তলত ....... কিন্তু আজি জোনাকৰ ঠাইত অমাৱস্যা।

মদনে ইন্দুৰফালে হাত আগবঢ়াই দিলে। ইন্দু মদনৰ গাত উবুৰি খাই পৰিল। মদনে হাতেৰে তাইক অলপ ওপৰলৈ দাঙি দি মুখলৈ চাবলৈ ধৰিলে,— সি কি পালে,কি হেৰুৱালে। ইন্দুৱে চকু মুদি পেলালে।

"সেয়া কি? তোমাৰ চকু দেখোন উখহিছে?" মদনে চিন্তিতভাৱে ক'লে।

"একো নহয়।" ইন্দুৱে ছোৱালীজনীক দেখুৱাই ক'লে, "ৰাতিটো এই দুষ্ট ছোৱালীজনীয়ে উজাগৰে ৰাখিছে।"

কেঁচুৱাজনী এতিয়ালৈকে মনে মনে আছিল। বোধহয় দম লৈ চাইছিল এতিয়া কি হ'ব পাৰে? আকাশৰপৰা পানী পৰা বন্ধ হৈ গৈছিল। মদনে পুনৰ সযত্নে ইন্দুৰ চকুৰফালে চাই ক'লে, "বাৰু, পিছে এই চকুপানী?"

"আনন্দত।" ইন্দুৱে উত্তৰ দিলে।

"আজিৰ নিশাটো মোৰ নিজা।" তাৰপাছত আকৌ এক অদ্ভুত ধৰণে হাঁহি মদনৰ গাত ঢলি পৰিল। এক আনন্দৰ আন্দোলনত মদনে ক'লে,"আজি বহু দিনৰ মূৰত মোৰ হেঁপাহ পূৰ্ণ হ'ল ইন্দু! মই সদায় বিচাৰিছিলো ........"

"তুমিতো কেতিয়াও একো কোৱা নাই।" ইন্দুৱে কবলৈ ধৰিলে, "মনত আছে নে বিয়াৰ নিশা তোমাৰ পৰা মই কিবা এটা বিচাৰিছিলো?"

"অঁ"- মদনে ক'লে,"তোমাৰ দুখ মোক দিয়াঁ।"

"তুমিতো মোৰপৰা একো নিবিচাৰিলা?"

"মই?" মদনে বিতত হৈ ক'লে, "মই কি বিচাৰিম? মই যিখিনি বিচাৰিব পাৰোঁ সেই সকলোখিনিয়েইতো তুমি মোক দিলা।মোৰ ভাই-ভনীৰ প্ৰতি স্নেহ, সিহঁতৰ পঢ়াশুনা,বিয়া-বাৰু— এই মৰমলগা ল'ৰা-ছোৱালী কেইটা- এই আটাইবোৰেইতো তুমি মোক দিছা।"

"সেয়া ময়ো বুজিছো। কিন্তু আজিহে বুজিছোঁ এয়াই সকলো নহয়।"

"কি কৈছা?"

"একো নহয়।" ইন্দুৱে অলপ ৰৈ আকৌ ক'লে, "ময়ো এটা বস্তু ৰাখি থৈছো।"

"কি বস্তু?"

ইন্দুৱে কিছু সময় মনে মনে থাকি তললৈ মু-কৈ কবলৈ ধৰিলে, "মোৰ লাজ ...... মোৰ আনন্দ ....... সেইদিনা যদি তুমি কৈ দিলাহেঁতেন "তোমাৰ সুখ মোক দিয়াঁ" তেনেহলে মই ......" ইন্দুৰ মাতথোকাথুকি হৈ আহিল।

কিছু সময়ৰ পাছত আকৌ ক'লে, — "এতিয়াতো মোৰ আৰু একো নাথাকিল!"

মদনৰ হাতৰ বান্ধোন শিথিল হৈ আহিল। যি যেন মাটিত মিলি গ'ল— এই কি অশিক্ষিত তিৰোতা— ইকি কোনো মুখস্থ কৰা কথা?"

নাই,নাই, ....... এয়াতো এতিয়াই তাৰ সমুখতে জীৱনৰ জুই-শালৰপৰা ওলাই আহিছে। এতিয়াতো তাইৰ ওপৰত বাৰে বাৰে হাতুৰিৰ কোব পৰিছে আৰু জুইৰ ফিৰিঙতি চাৰিওফালে উৰিছে ........

কিছুপৰৰ পাছত মদনৰ চেতনা আহিল। ক'লে, "মই বুজিছোঁ ইন্দু।"

তাৰপাছত কান্দি কান্দি মদন আৰু ইন্দু দুয়ো-দুয়োকে সাৱটি ধৰিলে। ইন্দুৱে মদনৰ হাত দুখনত ধৰি তাক এনে এখন জগতলৈ লৈ গ'ল য'লৈ মানুহ মৰাৰ পাছতহে যাব পাৰে।



# লাজৱন্তী

'হথ লাঈয়োঁ কুম্লান নী ......... লাজৱন্তী দে বুটে'
(এয়া নিলাজীবনৰ পাত, লগালেই জঁয় পৰি যায়)

দেশ বিভাজন হ'ল আৰু অগণন আহত মানুহে আকৌ থিয় দি নিজৰ শৰীৰত লাগি থকা তেজ মচি পেলালে। তাৰ পাছত আকৌ সকলোৱে মিলি যাৰ শৰীৰ অক্ষত অৱস্থাত আছে ...... কিন্তু হৃদয় আহত।

গলিয়ে গলিয়ে, মহল্লাই মহল্লাই 'পুনৰ্বাসন কৰক' কমিটি গঢ়ি উঠিল, আৰু আৰম্ভনিতে বহু যত্নেৰে 'কাৰবাৰত সংস্থাপন' প্ৰগ্ৰাম আৰম্ভ কৰি দিয়া হ'ল। কিন্তু এটা প্ৰগ্ৰামৰ প্ৰতি কোনোৱেই বিশেষ মনোযোগ দিয়া নাছিল। সেই প্ৰগ্ৰাম অপহৃতা নাৰীৰ সম্পৰ্কে; যাৰ শ্লোগান আছিল 'হৃদয়ত সংস্থাপন'। এই প্ৰগ্ৰামত নাৰায়ণ বাবাৰ মন্দিৰ আৰু তাৰ আশে-পাশে থকা পুৰণি ৰক্ষণশীল ধৰণৰ মানুহৰপৰা তীব্ৰ বাধা আহিছিল।

এই প্ৰগ্ৰাম কাৰ্য্যকৰী কৰিবৰ কাৰণে মন্দিৰৰ কাযৰ মহল্লা 'মুল্লা শকুৰ'ত এটা কমিটি গঠন হ'ল আৰু এঘাৰটা ভোটৰ সংখ্যা গৰিষ্ঠতাত সুন্দৰলাল বাবু তাৰ চেক্ৰেটাৰী নিৰ্বাচিত হ'ল। সভাপতি উকীল চাহেব, চৌকী কলাৰ মোহৰাৰ আৰু মহল্লাৰ আন আন মুখীয়াল মানুহবোৰৰ মতে সুন্দলালেহে এই কামত মনে-প্ৰাণে খাটিব পাৰিব। বোধহয় তাৰ কাৰণটো এয়ে যে সুন্দৰলালৰ নিজৰ ঘৈণীয়েকক লুট কৰি লৈ যোৱা হৈছিল। তাইৰ নাম লাজো-লাজৱন্তী।

প্ৰভাত-ফেৰীত যেতিয়া সুন্দৰলাল বাবু আৰু তেওঁৰ লগৰীয়া ৰিচালু, নেকিৰাম আদিয়ে সুৰ মিলাই গায়— "হথ লাইয়োঁ কুম্লান নী ........ লাজৱন্তী দে বুটে' — এয়া লাজৱন্তীৰ পাত হাতৰ পৰশতে মৰহি যায়। এইখিনি গাওঁতেই সুন্দৰলালৰ মুখৰ মাত হৰে। তেওঁ ভাবে— "ক'ত বা আছে, কি অৱস্থাত বা আছে, মোৰ কথা ভাবেনে, তাই বাৰু কেতিয়াবা উভতি আহিবনে?" শিলগুটি দিয়া বাটেৰে খোজ কাঢ়োতে তেওঁৰ ভৰি কঁপি যায়।

এতিয়া তেওঁ এনে এটা অৱস্থাত উপনীত হ'ল যে লাজৱন্তীৰ বিষয়ে চিন্তা কৰিবলৈকো এৰি দিছে। তেওঁৰ দুখ এতিয়া সমস্ত জগতৰ দুখ হৈ গৈছে। নিজৰ দুখৰ হাত সাৰিবলৈ তেওঁ লোকসেৱাত নিজকে ডুবাই দিছে। তথাপি অন্যান্য সংগীবিলাকৰ লগত কণ্ঠ মিলাবলৈ গ'লেই তেওঁৰ মনলৈ এই চিন্তা আহিবই যে, "মানুহৰ মন কিমান দুৰ্ব্বল। সামান্য কথাতে সি জঁয় পৰি যাব পাৰে। লাজৱন্তীৰ পাতৰ দৰে, হাতখন অকণমান আগবঢ়ালেই সি কুচি-

মুছি মৰহি পৰে।” কিন্তু তেওঁ নিজে লাজৱন্তীৰ লগত দুৰ্ব্যৱহাৰ কৰিবলৈ দ্বিধাবোধ কৰা নাছিল।

তাইক য'তে-ত'তে, উঠোতে-বহোঁতে, খাবৰ সময়ত দিয়া-থোৱাত অসাৱধান, ইত্যাদি নানান অজুহাতত সুন্দৰলালে তাইক ধৰি ধৰি কোবাইছিল।

লাজো আছিল চেঁই গছৰ লেহুকা শাখাৰ দৰে কোমল গাঁৱলীয়া ছোৱালী।চোকা ৰ'দত তাইৰ গাৰ বৰণ ক'লা পৰি গৈছিল। তাইৰ শৰীৰত আছিল এক অদ্ভুত ধৰণৰ অস্থিৰতা। তাইৰ চঞ্চলতা আছিল পদুমপাতত নিয়ৰৰ টোপালটো টলমলাই থকাৰ দৰে। তাইৰ শৰীৰৰ কৃশতা আচলতে স্বাস্থ্যহীনতাৰ কাৰণে নাছিল। বৰং তাইৰ যথেষ্ট শক্তি আছিল। শকত-আৱত সুন্দৰলালে প্ৰথমতে তাইক দেখি ভয়েই খাইছিল। পাছত যেতিয়া দেখিলে লাজোৱে সকলো ধৰণৰ বোজা, নানা ধৰণৰ দুখ-কষ্ট আনকি তেওঁৰ মাৰ-পিটো সহিব পাৰিছে তেতিয়া তেওঁৰ দুৰ্ব্যৱহাৰৰ মাত্ৰা বাঢ়িবলৈ ধৰিলে। তেওঁৰ খেয়ালেই নাথাকিল যে সকলোৰে এটা শেষ সীমা আছে, আৰু সেই সীমাত উপনীত হোৱাৰ পাছত মানুহৰ সহ্য ক্ষমতা নোহোৱা হৈ যায়। সেই সীমাক অস্পষ্ট কৰি দিবলৈ লাজৱন্তী সাহায্যকাৰিণী বুলি প্ৰমাণিত হৈছিল। তাই বেছি পৰ মন মাৰি থাকিব নোৱাৰে। সেইদেখি ‘ডাঙৰ ডাঙৰ যুদ্ধৰ’পাছতো সুন্দৰলালে এবাৰ মিচিক্‌কৈ হাঁহিলেই তাই হাঁহি ৰখাব নোৱৰা হয়। আৰু একে কোবেই তাৰ কাষলৈ গুচি আহে আৰু তাৰ ডিঙিত হাত থৈ কয়, ‘আকৌ মাৰিলে মই তোমাৰ লগত আৰু কথা নকওঁ।’ দেখিলেই বুজা যায় তাই ইতিমধ্যে মাৰ-পিট সকলোবোৰ পাহৰি গ'ল। গাঁৱৰ আন ছোৱালীবোৰৰ দৰেই তাই জানে যে মতা মানুহে এনেকুৱা ব্যৱহাৰ কৰেই। বৰং এনে কাৰ্য্যত তিৰোতা মানুহে বিদ্ৰোহ কৰিলে তিৰোতামানুহেই গালত হাত দি কয়, “বে'চতো, এইটিহে বৰ-মতা .........তিৰোতা এজনীকে বশ কৰিব নোৱাৰে .......” এই মাৰ-পিটৰ কথা সিহঁতৰ গীতৰ মাজতো সোমাই পৰিছে। “মই চহৰীয়া ল'ৰাক বিয়া নকৰোঁ, সিহঁতে জোতা পিন্ধে, ইফালে মোৰ কঁকাল লাহী।” কিন্তু প্ৰথম সুযোগতে লাজো এটা চহৰীয়া ল'ৰাৰে লগ লাগিল। ল'ৰাটো সুন্দৰলাল। এটা বৰযাত্ৰী-দলত সি লাজৱন্তীৰ গাঁৱলৈ আহিছিল। সি দৰাৰ কাণে-কাণে ক'লে, “তোৰ খুলশালীতো বে'চ ৰচকী, ঘৈণীয়েৰো বে'চ চটফটীয়াই হ'ব।” কথাটো লাজৱন্তীৰ কাণত পৰিছিল। কিন্তু তাই পাহৰি গ'ল যে সুন্দৰলালে কিমান গধুৰ আৰু আঁভজা জোতা পিন্ধে আৰু তাইৰ নিজৰ কঁকাল কিমান লাহী।

প্ৰভাত-ফেৰীৰ সময়ত এইবোৰ কথা সুন্দৰলালৰ মনলৈ আহে। সি ভাৱে, এবাৰলৈ, মাথোন এবাৰলৈ যদি সি লাজোক লগ পাই তেনেহলে সি সচাঁকৈয়ে তাইক বুকুত তুলি ল'ব আৰু মানুহক ক'ব— তাক এৰি পলাই যোৱাত তাই বেচেৰীৰ কোনো দোষ নাই। ছলনাৰ চিকাৰ হোৱা বাবে তাই দায়ী নহয়। যি সমাজে এই নিৰ্দোষী নাৰীক স্বীকাৰ নকৰে, সেইখন এখন নিষ্ঠুৰ সমাজ, তাক ধ্বংস কৰাই উচিত। “তেনে নাৰীক এখন ঘৰৰ তিৰোতা হিচাপে, ভনী হিচাপে, স্ত্ৰী হিচাপে স্থান দিব লাগে। তেওঁ আকৌ কয়, “কোনো ইংগিত

নাইবা কথাও এনে হ'ব নালাগিব যাতে তেওঁ অন্তৰত আঘাত পায়— কাৰণ তেওঁৰ হৃদয় ক্ষত-বিক্ষত, তেওঁৰ হৃদয় সুকোমল লাজুকীলতাৰ দৰে – হাত লগালেইতো মৰহি যায়।"

'হৃদয়ত সংস্থাপন' প্ৰগ্ৰামৰ ব্যৱহাৰিক ৰূপ দিবলৈ মহল্লা 'মল্লা শকুৰ'ৰ কমিটিটোৱে প্ৰভাত-ফেৰী উলিয়ালে। পুৱা চাৰি-পাঁচ বজাতে উলিওৱাটো ঠিক হ'ল। মানুহৰ হাই-উৰুমি নাই, ট্ৰেফিকৰ হুৰাহুৰি নাই। ওৰে নিশা চকীদাৰী কৰা কুকুৰবোৰেও পেটত মূৰ সুমুৱাই নিথৰ হৈ পৰি থাকে। নিজ নিজ বিছনাত শুই থকা মানুহবোৰে প্ৰভাত-ফেৰী কৰা সকলৰ মাত শুনি সেয়া সেই কমিটিটো— ইয়াকে কৈ কোনোৱে কাণ পাতি, কোনোৱে বিৰক্ত হৈ বাবু সুন্দৰলালৰ প্ৰচাৰ শুনে। যি নাৰী সুৰক্ষিত ভাৱেই এই পাৰ পালেহি আৰু ফুলৰ দৰে বিছনাত পৰি আছে তেওঁৰ স্বামীয়ে তেওঁক সাৰটি ধৰি প্ৰভাত-ফেৰীৰ ব্যাখ্যা কৰি নিজৰ মুখতে কিবা গুণগুণালে। কোনোবা শিশুৱে বহুতপৰ চকু মেলি থাকি 'হৃদয়ত সংস্থাপন'ৰ সপক্ষে আৰু কৰুণসুৰৰ প্ৰচাৰ ধ্বনি শুনি নিচুকণী গীত বুলি শুই পৰিল।

অৱশ্যে নিচেই পুৱাতে কাণত পৰা শব্দ অথলে নাযায়। ওৰে দিনটো মূৰৰ ভিতৰত পাক ঘূৰণি খাই থাকে। আৰু অৰ্থ নুবুজাকৈও মানুহে গুণগুণাই থাকে। সেইদিনা কুমাৰী মৃদুলা সৰাভায়ে ভাৰত আৰু পাকিস্তানৰপৰা পলাই অহা তিৰোতামানুহ কিছু আনিলে, 'মুল্লা শুকুৰ'ৰ কিছু মানুহে তেওঁলোকৰ পুনৰ্বাসনৰ ব্যৱস্থা কৰিবলৈ গাত ল'লে। সেইবাবে চহৰৰ বাহিৰৰ চৌকীকলাত তেওঁলোকৰ আত্মীয়সকলে তেওঁলোকৰ লগত দেখা কৰিবলৈ গ'ল। অপহৃতা নাৰীসকল আৰু তেওঁলোকৰ সাক্ষাৎপ্ৰাৰ্থী সকলে ইজনে সিজনক লগ পাই কিছু সময় চাই থাকি, মূৰ জোকাৰি পুনৰ নিজৰ বিধ্বস্ত ঘৰৰ সংস্থাপনৰ কামত আগবাঢ়িল। সুন্দৰলাল বাবুৱে ৰিচালু, নেকিৰামৰ সৈতে এবাৰ মহেন্দ্ৰ সিংহ জিন্দাবাদ, একোবাৰ চোহনলাল জিন্দাবাদ ধ্বনি দিছিল .......আৰু চিঞৰি চিঞৰি তেওঁলোকৰ টেটু শুকাইছিল।

অপহৃতা তিৰোতাবিলাকৰ মাজত এনে তিৰোতাও আছিল যাক স্বামী নাইবা মাক-দেউতাক, ভাই-ভনীয়েও চিনি পাব নুখুজিলে। সিহঁত মৰি নগল কিয়? নিজৰ শুচিতা আৰু ইজ্জৎ বচাবলৈ বিহ খাই নমৰিল কিয়? মৰিবলৈনো ইমানেই ভয় নে যে এনেকুৱা নেওচা-কেওচা খোৱা জীৱন এটা খামুচি থাকিল? শ শ, হাজাৰ হাজাৰ তিৰোতাই নিজৰ ইজ্জৎ হেৰুৱাই জীৱন দিলে। কিন্তু ইহঁতে জীয়াই থাকি কি বাহাদুৰিটো দেখুৱালে? পাথৰৰ দৰে দৃষ্টিৰে মৃত্যুৰ বুকুৰ পৰা উভতি আহিল এই দুনিয়ালৈ য'ত নিজৰ স্বামীয়েও চিনি পাব নোখোজে। তাতে আকৌ সিহঁতে নামবোৰ দোহাৰে— সোহাগবন্তী সেহাগৱালী ....."আৰু তয়ো মোক চিনি নাপালি বিহাৰী? মই তোক কোঁচত লৈ ওমলাইছিলো ঐ ....... " বুলি নিজৰ ভায়েকক ভীৰৰ মাজত শেষবাৰলৈ দেখি ক'লে। এই কথা শুনি বিহাৰীয়ে চিঞৰি দিব খুজিছিল। সি মাক-বাপেকৰ ফালে চায় আৰু মাক-বাপেকে চায় নাৰায়ণ বাবাৰ ফালে আৰু বিব্ৰত হৈ নাৰায়ণবাবাই আকাশৰফালে চায়, যি আচলতে কোনো সত্য ৰক্ষা নকৰে আৰু যি আচলতে আমাৰ দৃষ্টি-বিভ্ৰম মাত্ৰ, যি এটা সীমা মাত্ৰ, যিটোৰ সিপাৰে আমাৰ দৃষ্টি নচলে।

ফৌজী ট্ৰাকত ভৰাই স্থানান্তৰ কৰি যিবিলাক তিৰোতামানুহক সৰাভায়ে আনিলে তাৰ মাজত লাজো নাছিল। সুন্দৰলালে ভয় আৰু উৎকণ্ঠাৰে ছোৱালীবিলাক ট্ৰাকৰপৰা নমা চাই আছিল। তাৰপাছত নীৰৱে আৰু খুব গৰ্বেৰে নিজৰ কমিটিৰ কাম দুগুণে বঢ়াই দিলে। এতিয়া তেওঁ কেৱল ৰাতিপুৱা প্ৰভাত-ফেৰীৰ কামতে নোলায় আনকি গধূলিও মিছিল উলিয়াবলৈ ধৰিলে। সৰুসুৰা দুই-এখন সভাও কৰিবলৈ ধৰিলে। এই সভাবোৰত বুঢ়াসভাপতি কালকাপ্ৰসাদে চুফী ফকিৰবোৰৰ লগ লাগি ভাষণ দিয়ে আৰু ৰিছালুৱে তেওঁৰ মুখৰ আগত এটা পিকদানী আগুৱাই দিবলৈ সকলো সময়তে হাজিৰ থাকে। লাউড স্পীকাৰত অদ্ভুত-অদ্ভুত আৱাজ ওলায়। আৰু নেকিৰাম মোহৰাৰে কিবা কবলৈ থিয় হয়। কিন্তু তেওঁ যিমানেই শাস্ত্ৰ-বাক্য আৰু পুৰাণৰ উদ্ধৃতি দিবলৈ ধৰে সিমানেই আচল কথাৰপৰা ফালৰি কাটি যায়। শ্ৰোতাবোৰ আয়ত্বৰ বাহিৰলৈ গুচি যোৱা যেন দেখিলে সুন্দৰলাল বাবু থিয় হয়। কিন্তু দুটামান বাক্য কৈয়ে তেওঁ একো ক'ব নোৱৰা হয়। তেওঁৰ কণ্ঠ ৰুদ্ধ হয়। চকুৰপৰা পানী পৰিবলৈ ধৰে আৰু কান্দোনে চেপি ধৰাত ভাষণ দিবই নোৱৰা হয়। তাৰাপাছত তেওঁ বহি গলেও উপস্থিত মানুহবিলাকৰ মাজত এক অদ্ভুত নীৰৱতা বিয়পি পৰে। সুন্দৰলাল বাবুৰ সেই দুষাৰি-এষাৰি কথাই সিহঁতৰ হৃদয় ছুই যায়। উকিল কালাপ্ৰসাদ আৰু চুফীসকলৰ উপদেশবোৰ যুবকসকলৰ বিৰক্তি লগাৰ পাছত, সুন্দৰলালৰ বক্তব্য যথেষ্ট গুৰুত্বপূৰ্ণ হৈ পৰে। মানুহে কান্দি পেলায়। নিজৰ নিজৰ চিন্তাৰ লগত কথাবোৰ খাপ খাই পৰে আৰু শূন্য হৃদয় লৈ মানুহবোৰ ঘৰলৈ উভতি যায়।

এদিন কমিটিৱালাসকলে গধূলি বেলিকা প্ৰচাৰ কৰিবলৈ ওলাল আৰু গৈ গৈ পুৰণি ধৰণৰ মহল্লাৰ ওচৰ পালেগৈ। মন্দিৰৰ বাহিৰত এজোপা আঁহতৰ তলত পকা বেদীখনৰ ওপৰত বহি এজন সাধুৱে ৰামায়ণৰ কথকতা কৰিছে। নাৰায়ণ বাবাই সেই কাহিনী শুনিছে য'ত এজন ধোবাই ধুবুনীক ঘৰৰপৰা উলিয়াই দিছে আৰু তাইক কৈছে যে মই ৰাজা ৰামচন্দ্ৰ নহওঁ যে যি ইমানদিন ৰাৱণৰ লগত থকা সত্বেও সীতাক ঘৰলৈ নিছে। কিন্তু পাছত ৰামচন্দ্ৰই মহা সত্যৱতী সীতাক ঘৰৰপৰা উলিয়াই দিছে সেই অৱস্থাত যেতিয়া সীতা গৰ্ভৱতী আছিল ......।"

ৰামৰাজ্যৰ ইয়াতকৈ আৰু কিবা শ্ৰেষ্ঠ উদাহৰণ আছে নে? ......." নাৰায়ণ বাবাই ক'লে, "এয়াই আছিল ৰামৰাজ য'ত এটা সামান্য ধোবাৰ কথাকো গুৰুত্ব দিয়া হৈছিল।"

কমিটিৰ মিছিল তাত আহি ৰৈছিলহি। মানুহে ৰামায়ণ-কথা আৰু শ্লোকৰ ব্যাখ্যা শুনিবলৈ ৰৈ গৈছিল। সুন্দৰলালে শেষবাক্যষাৰ শুনি কৈ উঠিল,

"বাবা, এনেকুৱা ৰামৰাজ্য মোক নালাগে।"

"চুপ কৰাঁ। তুমি কোন হে?" "মনে মনে থাকাঁ" —ভীৰৰ মাজৰপৰা নানাজনে চিঞৰিবলৈ ধৰিলে। ভীৰৰ মাজৰপৰা সুন্দৰলালে ওলাই গৈ ক'লে,

"মোক কথা কোৱাত কোনেও বাধা দিব নোৱাৰে।"

আকৌ মিলিত কণ্ঠৰ আৱাজ উঠিল। — "চুপ, চুপ"।

"আমি কবলৈ নিদিওঁ" —এটা কোঠাৰপৰা কোনোবাই ক'লে, "মাৰ, মাৰ"—

নাৰায়ণ বাবাই মিঠামাতেৰে ক'লে, "সুন্দৰলাল তুমি শাস্ত্ৰৰ মান-মৰ্য্যদা নুবুজা।"

সুন্দৰলালে ক'লে, "বাবা মই এটা কথাতো বুজোঁ — ৰামৰাজ্যত এটা ধোবাৰ কথাতো কাণ দিয়াহৈছিল, কিন্তু সুন্দৰলালৰ নহয়।"

অলপ আগতে যিবোৰ মানুহে তেওঁক মাৰিবলৈ ওলাইছিল সেইবোৰ মানুহেই এতিয়া বহি লৈ চিঞঁৰি উঠিল — "শুনা, শুনা, শুনা।"

ৰিছালু আৰু নেকিৰাম বাবুৱে সুন্দৰলালক অলপ হেঁচুকি দিলে।সুন্দৰলালে কবলৈ আৰম্ভ কৰিলে— "শ্ৰীৰাম আমাৰ নেতা আছিল। কিন্তু বাবা, ই কেনে কথা তেওঁ ধোবাৰ কথা সত্য বুলি মানিলে ইমান ডাঙৰ মহাৰাণীৰ সত্যৰ ওপৰত বিশ্বাস ৰাখিব নোৱাৰিলে?"

নাৰায়ণবাবাই দাড়িত হাত বুলাই বুলাই ক'লে, "এই কাৰণেই যে সীতা তেওৰ নিজৰ পত্নী আছিল। সুন্দৰলাল, তুমি এই কথাৰ মহত্ব বুজা নাই।......"

"হয় বাবা," সুন্দৰলাল বাবুৱে ক'লে, "এই সংসাৰত এনে বহুত কথা আছে যিবোৰ মই বুজিব নোৱাৰোঁ।....... কিন্তু প্ৰকৃত ৰামৰাজ্য বুলিলে মই বুজোঁ— য'ত মানুহে আনকি নিজৰ ওপৰতো জুলুম কৰিব নোৱাৰে। নিজে নিজৰ অন্যায় কৰাতো আনৰ ওপৰত অন্যায় কৰাৰ সমানে ডাঙৰ পাপ। ভগৱান ৰামে সীতাক ঘৰৰপৰা বাহিৰ কৰি দিছিল কাৰণ তেওঁ ৰাৱণৰ কাষৰপৰা আহিছিল.......... ইয়াত সীতাৰ অপৰাধ কি? তেৰোঁ জানো আমাৰ মা, আমাৰ বহুতো বাই-ভনীৰ দৰে ছলনা আৰু কপটতাৰ চিকাৰ হোৱা নাছিল। ইয়াত সীতাৰ সত্য বা অসত্যৰ প্ৰশ্ন নে ৰাক্ষস ৰাৱণৰ ব্যভিচাৰিতাৰ প্ৰশ্ন— যাৰ দহোটা মূৰ মানুহৰ আৰু আটাইতকৈ ডাঙৰ মূৰটো গাধৰ?

"আজি মোৰ নিৰ্দোষী সীতাক ঘৰৰপৰা বাহিৰলৈ উলিয়াই দিয়া হৈছে ....... সীতা .......লাজৱন্তী ........" সুন্দৰলালে কান্দিবলৈ ধৰিলে। ৰিছালু আৰু নেকিৰামে সেই লালঝাণ্ডা তুলি ললে। লগে লগে স্কুলীয়া ল'ৰাই আৰু আনবোৰেও 'সুন্দৰলাল বাবু জিন্দাবাদ' ধ্বনি দিবলৈ ধৰিলে। হুলস্থূলৰ মাজতে কোনোবা এটাই চিঞৰিলে, 'মহাসতী সীতা জিন্দাবাদ' ....... আন এটা চুকৰপৰা আৱাজ আহিল ....... "শ্ৰীৰামচন্দ্ৰকী ........"

আকৌ চিঞৰ-বাখৰ। নাৰায়ণবাবাই মনে মনে থাকিবলৈ কৈ বিফল হ'ল। দলত বহুত মানুহেই যোগ দিলেগৈ। সকলোৰে আগত উকীল কালকাপ্ৰসাদ আৰু হুকুম সিং — হাতৰ লাঠিডাল মাটিত মাৰি মাৰি বিজয়ীৰ দৰে ধ্বনি দি দি। তেওঁলোকৰ চকুত এতিয়াও পানী লাগি আছে। আজি তেওঁলোকৰ মনত বৰ আঘাত লাগিছে। মানুহবোৰে পৰস্পৰৰ কণ্ঠ মিলাই গাইছে - "হথ্ লাইয়োঁ কুম্লান নী ........ লাজবন্তী দে বুটে........ " গীতৰ সুৰ এতিয়াও মানুহৰ কাণত বাজি আছে। এতিয়াও ৰাতি পুৱাবৰ হোৱা নাই। 'মুল্লা শকুৰ'ৰ ৪১৪ নম্বৰ ঘৰৰ বিধবাগৰাকীয়ে এতিয়াও দুখৰ বৰ কাপোৰ লৈ বিছনাত পৰি আছে। সুন্দৰলালৰ গাঁৱৰ লালচান্দে— যাক কষ্ট কৰি সুন্দৰলাল আৰু খলিফা কালিকাপ্ৰসাদে ৰেছনৰ দোকান এখন দিয়াইছিল, দৌৰি দৌৰি আহি নিজৰ চাদৰত হাত মচি ক'লে,

"সুন্দৰলাল, অভিনন্দন জনালোঁ।"

সুন্দৰলালে মলা ধপাত চিলিমত দি ক'লে, "কি কথাতনো অভিনন্দন জনাবলগীয়া হ'ল ?"

"মই লাজো বৌক দেখা পাইছোঁ।"

সুন্দৰলালৰ হাতৰপৰা চিলিম সৰি পৰিল। ধপাত মজিয়াত পৰি গ'ল। "ক'ত দেখিলা ?" লালচান্দৰ কান্ধত হাত থৈ সুধিলে। উত্তৰ পাওঁতে পলম হোৱা যেন পাই জোকাৰি দিলে।

"ৱাগা সীমান্তত"

সুন্দৰলালে লালচান্দক এৰি দি মাত্ৰ ক'লে, "আন কোনোবা হ'বলা!" লালচান্দে ক'লে, "নাই ভাই, সেয়া লাজো, লাজো, লাজোৱেই হয়।" "তুমি তাইক চিনি পাইছা ?" সুন্দৰলালে মিঠা ধপাতাখিনি মজিয়াৰপৰা তুলি লৈ হাতত মোহাৰি মোহাৰি ৰিছালুৰ চিলিমটো হোকাত বহুৱাই ল'লে। ক'লে,

"তাইৰ বাৰু চিন কি ?"

"ওঁঠত এটা তিল আৰু গালতো এটা।"

"হয়, হয়।" সুন্দৰলালে নিজেই কবলৈ ধৰিলে, "তৃতীয়টো মূৰত।" কিবা সন্দেহ থাকি যাওক সেইটো তেওঁ নিবিচাৰে। লাজৱন্তীৰ শৰীৰত য'ত যিমান উল্কি আছিল সকলোবোৰ তেওঁৰ মনত পৰিল, যিবোৰ তাই সৰুতেই শৰীৰত কৰি লৈছিল, যিবোৰ তেতিয়া পাতল শস্যৰ গুটিৰ দৰে আছিল। যিবোৰ লাজুকীলতাৰ গাত হয় আৰু যাৰফালে ইংগিত দিলেই জঁয় পৰি যায়। সেইদৰে এই উল্কিবোৰৰফালে আঙুলিয়ালেও লাজৱন্তী লাজতে জঁয় পৰি গৈছিল। একেবাৰে থৰ লাগিছিল। যেন তাইৰ সকলো ঐশ্বৰ্য্যৰে কোনোবাই সম্ভেদ পাই গ'ল। আৰু কোনোবাই যেন সেইবোৰ লুট কৰি নিলে—তাই দাল-দৰিদ্ৰ হৈ গ'ল। সুন্দৰলালৰ সমস্ত শৰীৰ এক অজান আতংকত, এক অজান প্ৰেমত কম্পিত আৰু তাৰ পবিত্ৰ অগ্নি প্ৰজ্বলিত হ'বলৈ ধৰিলে। তেওঁ আকৌ লালচান্দক খামুচি ধৰি সুধিলে,

"লাজো ৱাগা পালেগৈ কেনেকৈ ?" লালচান্দে ক'লে, "হিন্দুস্থান আৰু পাকিস্থানৰ অপহৃতা তিৰোতাবোৰ সালসলনি কৰা হ'ল ?" সুন্দৰলালে উত্তেজিত হৈ সুধিলে, "কি হ'ল তাৰপাছত ?"

ৰিছালুও তাৰ চাৰপাইৰ ওপৰত উঠি বহিল। ধপাত খাই কাঁহি-কাঁহি ক'লে,—

"সচাঁকৈয়ে লাজৱন্তী বৌ আছিল!"

লালচান্দে নিজৰ কথাত পতিয়ন নিয়াবলৈ ক'লে, "ৱাগালৈ যোল্লজনী তিৰোতামানুহ পাকিস্তানে ঘুৰাই পঠিয়াইছে। তাৰ সলনি ইয়াৰ পৰাও যোল্লজনী পঠিয়াইছে। কিন্তু এটা কন্দলৰো সৃষ্টি হৈছে। আমাৰ ভলন্টিয়াৰে আপত্তি কৰি কৈছে, "তোমালোকে যিবোৰ তিৰোতামানুহ পঠিয়াইছা তাৰে বেছিভাগেই আদহীয়া, বুঢ়ী আৰু বেমাৰী।" এই কাজিয়াত মানুহ জমা হৈ গ'ল। ঠিক সেই সময়তে সিফালৰ ভলন্টিয়াৰে লাজো-বৌক দেখুৱাই ক'লে— "তোমালোকে এওঁকো বুঢ়ী বুলি কৈছানে ? চোৱাঁ-চোৱাঁ, তোমালোকে যিমানবোৰ তিৰোতা আমাক দিছা তাৰ ভিতৰত এওঁৰ নিচিনা কোনোবা আছে নে ?" আৰু তাত লাজো-

বৌৰে সকলোৰে চকুৰপৰা নিজৰ উল্কি বিলাক লুকাই থৈছিল।

"কাজিয়া পুণৰ বাঢ়িছিল। দুই পক্ষই নিজৰ নিজৰ 'মাল' লৈ গুচি যাবলৈকে ওলাইছিল। মই চিঞৰিবলৈ ধৰিলোঁ— 'লাজো লাজো বৌ'। কিন্তু আমাৰ ফৌজী চিপাহীয়েই মোক মাৰি মাৰি খেদি পঠিয়ালে।

লালচান্দে তাৰ গাত লাঠীৰ কোব পৰা দাগবোৰ দেখুৱালে। ৰিছালু আৰু নেকিৰাম মনে মনে বহি থাকিল। সুন্দৰলালে দূৰৰফালে চাই আছিল। বোধহয় ভাবিছিল — লাজো আহিলো অথচ নায়ো অহা। ....... সুন্দৰলালৰ চেহেৰা এনেকুৱা লাগিছিল যেন সি বিকানীৰৰ মৰুভূমি খোজকাঢ়ি পাৰ হৈ আহিছে আৰু এতিয়া কোনো এক গছৰ ছাঁত জিৰাইছে। মুখৰপৰা আনকি, 'পানী অলপ দিয়াঁ' বুলি মাতষাৰো ওলোৱা নাই। সি অনুভৱ কৰিছিল বিভাজনৰ আগৰ আৰু বিভাজনৰ পাছৰ হিংসা এতিয়াও সক্ৰিয় হৈ আছে। মাত্ৰ তাৰ ৰূপহে সলনি হৈছে। মানুহৰ মাজত এতিয়া আৰু কোনো আঁৰ-বেৰ নাই। যি কোনো এজনক সোধা— চম্ভৰবালাত যে লহনাসিং নামে এজনলোক আছিল আৰু তেওঁৰ বৌৱেক বন্‌তো সিহঁতএতিয়া ক'ত–– তেওঁ তৎক্ষনাৎ কৈ দিব 'মৰি গ'ল।' তাৰপিছত মৃত্যু আৰু মৃত্যুৰ অৰ্থ সম্পৰ্কে সম্পূৰ্ণ নিৰ্বিকাৰ হৈ আগুৱাই গুচি যাব। তাৰপৰা এখোজ আগবাঢ়ি গৈয়ে একেবাৰে ঠাণ্ডা মগজুৰে ব্যৱসায়ী মানুহ হিচাপে মানুহৰ মঙহৰ ব্যৱসায় সম্বন্ধে কথাবতৰাত লাগি যায় আৰু তাৰ সলনা-সলনি কৰে যিদৰে গৰু-ম'হৰ বেপাৰীয়ে কোনো গৰু বা মহৰ মুখ ফালি দাঁতৰ হিচাপ কৰি তাৰ বয়সৰ আন্দাজ কৰে।

মানুহে এতিয়া যৌবনবতী নাৰীৰ ৰূপ, তাইৰ শুচিতা, তাইৰ আটাইতকৈ প্ৰিয় ৰহস্য, তাইৰ তিলবোৰ— সকলোবোৰেই মুকলি আলিবাটত প্ৰদৰ্শন কৰে। হিংসা এতিয়া ব্যৱসায়ীবোৰৰ আঁহে আঁহে সোমাই পৰিছে। আগে মণ্ডীত মাল বিক্ৰী হৈছিল আৰু দৰভাও কৰাসকলে হাতৰ ওপৰত হাত থৈ তাৰওপৰত এখন ৰুমাল পেলাই দিছিল আৰু গোপনে কথা-বতৰা শেষ কৰিছিল। এতিয়া গোপনতাৰ ৰুমাল আঁতৰাই পেলোৱা হৈছে আৰু পোনপটিয়াকৈয়ে বেচা-কিনা হৈছে এতিয়া মানুহে ব্যৱসায়ৰ ৰীতিকে সলাই পেলাইছে। এই সকলোবোৰ লেনদেন, এই সকলোবোৰ কাৰবাৰ পুৰণিযুগৰ কাহিনী যেন হ'ল— য'ত তিৰোতাৰ মুক্ত বেচা-কিনাৰ বৃত্তান্তৰ বৰ্ণনা আছে। উজবেকে অসংখ্য নগ্ন তিৰোতাক সমুখত থিয় কৰাই লৈ সিহঁতৰ শৰীৰ টিপি টিপি চাইছিল। সি যেতিয়াই কোনো তিৰোতাৰ শৰীৰ আঙুলিৰে টিপি চাইছিল তেতিয়াই ঠাইডোখৰত গাঁত পৰি গৈছিল আৰু তাৰ চাৰিওফালে হালধীয়া শেঁতা দাগ হৈ গৈছিল, শেঁতা আৰু ৰঙচুৱা ৰঙে যেন ইটোৱে সিটোৰ ঠাই দখল কৰিবলৈ লৰি আহিছিল। উজবেক আগুৱাই গুচি যায় আৰু স্বীকৃতি নোপোৱা তিৰোতাই পৰাজয়ৰ আত্মস্বীকৃতি আৰু লাজত এখন হাতেৰে ইজাৰৰ ৰছিত ধৰি, আনখনেৰে মানুহৰ দৃষ্টিৰপৰা নিজকে আঁৰ কৰি উচুপিবলৈ ধৰে।

সুন্দৰলাল অমৃতসৰলৈ (সীমান্ত) যাবলৈ সাজু হৈছিল কাৰণ তেওঁ লাজো আহিছে বুলি খবৰ পালে। একেবাৰে এই ধৰণে খবৰ পাই তেওঁ স্তম্ভিত হ'ল। দুৱাৰৰ ফালে এখোজ

আগুৱাই গৈ আকৌ পিছুৱাই আহিল। তেওঁৰ মন গ'ল কমিটীৰ গোটেইবোৰ প্লেকাৰ্ড আৰু ঝাণ্ডা সিচঁৰতি কৰি পেলাইদি কান্দিবলৈ বহে। কিন্তু ইচ্ছাৰ প্ৰকাশ ইমান সহজ নহয়। তেওৰ পুৰুষত্বই এইদ্বন্দৰ এটা মোকাবিলা কৰিলে। তেওঁ চৌকীকঁলাৰফালে খোজ চলাই দিলে। সেই ঠাইতে ভগনীয়া তিৰোতাৰ ডেলিভাৰী লোৱা হৈছিল।

এতিয়া তেওঁৰ সমুখত লাজো থিয় দি আছে আৰু এক আতংকত কঁপিছে। সুন্দৰলালক তাই যিমান জানিছিল আন কোনেও নাজানে। সুন্দৰলালে প্ৰথমৰপৰাই তাইৰ লগত যেনেহে ব্যৱহাৰ কৰিছিল, এতিয়া এটা অজাতি পুৰুষৰ লগত দিন কটাই অহাৰ পাছত কোনে জানে কি কৰিব? সুন্দৰলালে লাজোলৈ চালে। তাই মুছলমানী ঢঙৰ ৰঙা দোপাট্টা লৈছে আৰু অভ্যাস বশতঃ বাওঁকান্ধৰ ওপৰেৰে পেলাই লৈছে। কেৱল অভ্যাসবশতঃ। আন তিৰোতাবোৰৰ মাজত মিলি যোৱাৰ আৰু শেষত নিজৰ নিজৰ চৰাই-চিকাৰীৰ জাল ফালি পলাই যোৱাৰ ভাৱ আছিল। আৰু লাজোৱে সুন্দৰলাল সম্পৰ্কে ইমানেই চিন্তা কৰি আছিল যে সাজপাৰ সলোৱাৰ নাইবা দোপাট্টাৰে নিজকে ভালদৰে ঢাকি-ঢুকি লোৱাৰ খেয়াল পৰ্য্যন্ত নাছিল। হিন্দু আৰু মুছলমানৰ শিষ্টতাৰ মাজত এইটোৱেই মৌলিক পাৰ্থক্য। সোঁফালে আঁচল আৰু বাওঁফালে আঁচলৰ মাজত পাৰ্থক্য থাকিবলৈ বাধ্য। তাই সেইবোৰ নাজানে। এতিয়া তাই সুন্দৰলালৰ সমুখত থিয় হৈ কঁপি আছে— উৎকণ্ঠা আৰু ভয়ত।

সুন্দৰলালৰ মনত এটা দোধোৰ-মোধোৰ ভাৱ আহিল। সি দেখিলে যে লাজৱন্তীৰ গাৰ ৰং কিছু পৰিষ্কাৰ হৈছে আৰু আগতকৈ স্বাস্থ্যৱতী যেন লাগিছে। তাই শকত হ'ল। — সুন্দৰলালে লাজোৰ বিষয়ে যি ভাবিছিল সকলো ভুল। তেওঁ ভাবিছিল চিন্তা-ভাবনাত অস্থিৰ হৈ লাজৱন্তী একেবাৰে মৃতপ্ৰায় হ'ব আৰু তাইৰ মুখৰ মাতেই নোলাব। দেখাত লাগিছে, তাই যেন পাকিস্তানত বৰ সুখত আছিল। তেওঁ মনে মনে বৰ দুখ পালে। কিন্তু ইমানেই যদি সুখত আছিল উভতি আহিল কিয়? সুন্দৰলালে বুজিব নোৱাৰিলে। তেওঁ ভাবিলে হয়তো হিন্দুস্থান চৰকাৰৰ দাবীত তাই চাগে' অনিচ্ছাসত্বেও আহিব লগাত পৰিল। কিন্তু এটা কথা সুন্দৰলালে বুজিব নোৱাৰিলে যে লাজৱন্তীৰ এই চেহেৰা আচলতে তেজ নোহোৱাৰ কাৰণেহে হৈছে আৰু চিন্তাই চিন্তাই তাইৰ মুখৰ মঙহ জহি গৈ হাড় ওলাইছে। দুখতো তাই দেখাত স্বাস্থ্যৱতী যেন হৈছে হয়, কিন্তু এই স্বাস্থ্য এনে স্বাস্থ্য যে দুখোজ ভৰি পেলালেই ফোঁপনি উঠে।

অপহৃতা তিৰোতাবিলাকৰ শৰীৰৰফালে দৃষ্টি দিয়াৰ প্ৰতিশ্ৰুতি আছিল অদ্ভুত। কিন্তু তেওঁ সকলো দুচিন্তাকে এক আদৰ্শৰ দ্বাৰা সৈমান কৰি ল'লে। তাত বহুতো মানুহ গোট খাইছিল। কোনোবাই কৈছিল, "আমাক মুছলমানৰ এৰেহা ছোৱালী নালাগে।"

সেই আৱাজ ৰিছালু আৰু নেকিৰামৰ চুঙা ফুকাৰ নিনাদত তল পৰি গ'ল। এইবোৰ আৱাজৰ পৰা পৃথক কালকাপ্ৰসাদৰ চিঞৰ শুনা গ'ল। তেওঁৰ কাহৰো বিৰাম নাই, চিঞৰৰো। তেওঁ এই নতুন পবিত্ৰতা, নতুন শুদ্ধিৰ কথা সজোৰে প্ৰচাৰ কৰিবলৈ ধৰিছে। শুনি এনেহে লাগিছে যেন আজি তেওঁ নতুন বেদ, নতুন কোনো পুৰাণ আৰু শাস্ত্ৰ পঢ়ি আহিছে আৰু

তেওঁক নতুন উপলব্ধি আনৰ মাজতো সঞ্চাৰিত কৰিব খুজিছে। সেই মানুহবোৰ আৰু সিহঁতৰ চিঞৰ-বাখৰেৰে পৰিবৃত্ত হৈ লাজো আৰু সুন্দৰলাল নিজৰ ঘৰৰফালে আগবাঢ়িল যেন হাজাৰ বছৰৰ আগৰ সীতা আৰু ৰামচন্দ্ৰহে কোনোবা বহুদিনীয়া সাংস্কৃতিক বনবাসৰ পাছত অযোধ্যালৈ উভতি আহিছে। কিছুমান মানুহেতো আনন্দ প্ৰকাশ কৰিবলৈ দীপাৱলী পাতিছে। আন কিছুমানে ইমান দীৰ্ঘদিন যাতনা পোৱা বাবে দুখ প্ৰকাশ কৰিছে।

লাজৱন্তী ঘূৰি অহাৰ পাছতো সুন্দৰলাল বাবুৱে 'হৃদয়ত সংস্থাপন' প্ৰগ্ৰামত জোৰ প্ৰচাৰ চলাবলৈ ধৰিলে। কথা আৰু কাম দুয়োটাকে তেওঁ সমানে চলাবলৈ ধৰিলে। যিবোৰ মানুহে সুন্দৰলালৰ কথাবোৰ ওপৰে ওপৰে চাইছিল সিহঁতে এইবাৰ তেওঁৰ মহত্ব চিনি পালে। বহুত মানুহৰ মনত আনন্দ হ'ল,আৰু তাতোকৈ বেছি মানুহৰ মনত অসন্তোষ। 'মুল্লা শকুৰ'ৰ ৪১৪ ঘৰৰ বিধবাৰ বাহিৰে বহুত তিৰোতাই 'ছছিয়েল ৱৰ্কাৰ' সুন্দৰলাল বাবুৰ ঘৰলৈ ফুৰিবলৈ যাবলৈ ভয় কৰিছিল।

কিন্তু সুন্দৰলালে কাৰো বিৰক্তি বা আনন্দলৈ কেৰেপ কৰা নাছিল। তেওঁৰ হৃদয়ৰ ৰাণী আহি গ'ল আৰু তেওঁৰ হৃদয়ৰ সকলো শূন্যতা পূৰ্ণ হ'ল। সুন্দৰলালে লাজোৰ স্বৰ্ণমূৰ্তি হৃদয় মন্দিৰত স্থাপন কৰি নিজে স্বয়ং সেই মন্দিৰৰ দুৱাৰমুখত বহি চোৱা-চিতা কৰিবলৈ লাগি গৈছিল। যি লাজো আগতে ভয়তে টেপা খাই আছিল, এতিয়া সুন্দৰলালৰ কোমল ব্যৱহাৰ দেখি লাহে লাহে মুকলিমুৰীয়া হবলৈ ধৰিলে।

সুন্দৰলালে এতিয়া লাজৱন্তীক 'লাজো' বুলি নমতা হ'ল। তেওঁ তাইক মাতে 'দেবী' বুলি। লাজো এক অজান সুখত উতলা হৈ পৰিল। তাই সুন্দৰলালক তাইৰ সকলো ঘটনা শুনাবলৈ বিচাৰে। সেই কাহিনী শুনাই শুনাই তাই ইমান কান্দিবলৈ বিচাৰে যে তাইৰ সকলো পাপ ধুই নিকা হৈ যাব। কিন্তু সুন্দৰলালে লাজোৰ সেই কাহিনী শুনিবলৈ ইচ্ছা নকৰে আৰু লাজোৱেও বহুখিনি মুকলি হোৱা সত্বেও একৰকম সংকুচিত হৈ থাকিল। সুন্দৰলাল যেতিয়া শুই পৰে, তেতিয়া তাই তাৰ ওচৰলৈ আহে, তালৈ চাই থাকে। নিজৰ চৌৰ্য্যবৃত্তিত তাই নিজেই ধৰা পৰে। সুন্দৰলালে তাইক তেনেকৈ চোৱাৰ কাৰণ সুধিলে, তাই লৰালৰিকৈ 'নাই, একো নহয়' ইত্যাদি শব্দবোৰ মাত্ৰ উচ্চাৰণ কৰে। আৰু ওৰে দিনটোৰ পৰিশ্ৰমত ক্লান্ত সুন্দৰলাল আকৌ টোপনি যায়। প্ৰথমতেই এদিন সুন্দৰলালে তাইক 'সেই কলংক দিন'ৰ বিষয়ে মাত্ৰ ইয়াকেহে সুধিছিল—

"সি কোন আছিল?"

লাজৱন্তীয়ে অধোমুখী হৈ কৈছিল— 'জন্মা'— তাৰ পিছত তাইৰ দৃষ্টি সুন্দৰলালৰ মুখৰ ওপৰত থৈ আৰু কিবা ক'ব খুজিছিল। কিন্তু সুন্দৰলালে এটা অদ্ভুত দৃষ্টিৰে লাজৱন্তীৰ মুখৰফালে চাই নিজৰ মূৰৰ চুলিবোৰ লিৰিকি-বিদাৰি থাকিল। লাজৱন্তীয়ে আকৌ চকু তললৈ নমালে। সুন্দৰলালে সুধিলে,—

"ভালদৰে যতন লৈছিল নে?"

"অঁ।"

"মৰা নাছিলতো?"

লাজৱন্তীয়ে সুন্দৰলালৰ বুকুত মুখ গুজি ক'লে,'নাই'। তাৰপাছত আকৌ কবলৈ ধৰিলে—

"সি মৰা নাছিল। কিন্তু মোৰ তালৈ বৰ ভয় লাগিছিল। তুমি মোক মাৰিছিলা কিন্তু তোমালৈ মোৰ ভয় লগা নাছিল। এতিয়াতো তুমি নামাৰা আৰু?"

সুন্দৰলালৰ দুচকু পানীৰে ভৰি পৰিল। বৰ লাজ আৰু অনুশোচনাত ক'লে,— "নাইদেবী ..... আৰু নহয় ...... নামাৰো......"

'দেবী!'— লাজৱন্তীয়ে মনতে দোহাৰিলে। আৰু তাইৰো চকুলো ববলৈ ধৰিলে।

তাৰপাছত লাজৱন্তীয়ে সকলো কথা উজাৰি কবলৈ বিচাৰিছিল, কিন্তু সুন্দৰলালে ক'লে,—

"যোৱা কথা যাবলৈ দিয়াঁ। তাত তোমাৰ কি দোষ আছিল? দোষ আছিল আমাৰ সমাজৰ যি তোমাৰ দৰে দেবীকো ইয়াত সন্মান দিয়া নাছিল। ইজ্জৎ ৰক্ষা কৰা নাছিল ...... সি তোমাৰ হানি কৰা নাই, হানি কৰিছে নিজৰ।"

আৰু লাজৱন্তীৰ মনৰ কথা মনতে থাকিল। একো কথাই তাই ক'ব নোৱাৰিলে। মনৰ কথা মনতে সামৰি থলে। নিজৰ শৰীৰলৈ চালে, যি শৰীৰ বিভাজনৰ পাছত এতিয়া দেবীৰ শৰীৰ হৈ পৰিল। লাজৱন্তীৰ নহয়। তাই সুখী— বহুত সুখী— এনে এক সুখত তাই ডুবি গৈছে য'ত এটা শঙ্কা আছে, সন্দেহ আছে। তাই থাকি থাকি হঠাৎ উঠি বহে, যিদৰে সীমাহীন সুখৰ ক্ষণত কোনো পদশব্দ শুনিলে তৎক্ষণাৎ সেইফালে চকু যায়।

বহুতদিন পাৰ হৈ যোৱাৰ পাছত সুখৰ ঠাই লৈছিল সংশয়ে। সুন্দৰলাল বাবুৱে আকৌ বেয়া ব্যৱহাৰ আৰম্ভ কৰিলে বুলি নহয়, বৰং এই কাৰণেহে যে তেওঁ লাজোক বৰ বেছি ভাল ব্যৱহাৰ কৰিবলৈ ল'লে। লাজোৱে যিমানখিনি আশা কৰিব পৰা নাছিল। তাই সুন্দৰলালৰ সেই আগৰ 'লাজো' হৈ যাবলৈ বিচাৰিছিল — যি হাঁহেৰেও ৰাজী, মাহেৰেও ৰাজী আছিল। এতিয়া যুঁজৰো প্ৰশ্ন নুঠে। সুন্দৰলালে তাইক এনেকুৱা কৰি পেলাইছে যেন লাজৱন্তী কাঁচৰহে বস্তু এটা। চুলেই ভাগি যাব। আইনাত নিজৰ মুখখন চাই লাজো এই সিদ্ধান্তলৈ আহিল যে তাই আন সকলো হ'ব পাৰিব কিন্তু আৰু কেতিয়াও 'লাজো' হ'ব নোৱাৰিব। লাজো চিৰকাললৈ হেৰাই গ'ল। তাইৰ চকুৰপানী দেখিবলৈ সুন্দৰলালৰ সেই চকুও নাই, কান্দোন শুনিবলৈ সেই কাণো নাই .......... প্ৰভাত-ফেৰী বাহিৰ ওলাইছে— মহল্লা 'মুল্লা শুকুৰ'ৰ ৰিছালু আৰু নেকিৰামৰ কণ্ঠত কণ্ঠ মিলাই সকলোৱে গাবলৈ ধৰিছে—

"হথ লাইয়োঁ কুম্লান নী ....... লাজৱন্তী দে বুটে ........"



# বব্বল

দৰবাৰীলাল সেই আবেলিৰে পৰা ঘৰতে বহি বহি আনমনা হৈ সীতাৰ ভাবনাতে ডুব গৈ আছে।

কাৰোবাৰ ভাবনাত ডুব গৈ থকাজনৰ অৱস্থা এনেকুৱা — মানুহজনে দেখাত 'ইভনিং নিউজ' বা গালিবৰ গজল পঢ়ি থাকে কিন্তু মনটো কোনো সীতাৰ ভাবনাত বিভোৰ।

সীতাই কৈছিল তাই ঠিক ছয় বজাত আৰোৱা চিনেমাৰ ফালৰপৰা অহা বাটটোৰ মূৰতে ৰৈ থাকিব। তাইৰ শাৰীৰ ৰং হ'ব — আকাশী, —কিন্তু .........

দৰবাৰী কিংচ চাৰ্কলত থাকে যাৰ নাম এতিয়া মহেশ্বৰী উদ্যান হৈছে। সি এটা লাউডস্পীকাৰৰ ফাৰ্মত কাম কৰে। দৰমহা বিশেষ শকত নহয় যদিও পইচাৰ নাটনিও নাই। দেউতাক গিৰিধাৰী লাল মেহতাই অলপ দিনৰ ভিতৰতে 'ফৰৱাৰ্ড ট্ৰেডিঙ'ত তিনি-চাৰি লাখ টকা ঘটি বহি গৈছিল। তাৰপিছত তেওঁ হাতৰ মুঠি যি টান কৰিলে, কৰিলেই। 'কটন এক্সচেঞ্জ'ৰ পুৰণা বন্ধু মেহেৰা চাহাবৰ লগৰ পৰা গিৰিধাৰীলাল তেল পিছলা দি পিছলি যোৱাৰ বাবে আজিও লগ পালে তেওঁ দুআষাৰ শুনাবই শুনাব। তাৰ উত্তৰত গিৰিধাৰীলালৰ ওঁঠৰ ফাঁকেৰে এনে এটা হাঁহি বাহিৰ হয় যিটো হাঁহি মানুহে তিনি-চাৰি লাখ টকা মুঠিত ৰাখিহে হাঁহিব পাৰে।

ডাঙৰটো ককায়েক বিহাৰীলালে বিয়া কৰালে এটা মাৰোৱাৰী পৰিয়ালত। বিহাৰীলালৰ বাছনি এজনী বিশসেৰীয়া ওজনৰ সোণ পিন্ধা ছোৱালীত পৰিল আৰু তায়ে দৰবাৰীলালৰ বৌৱেক হৈ আহিল। এবছৰৰ পাছত দৰবাৰীৰ ভনীয়েক সতবন্তী নাৰ এজন মুছলমান লাখপতি চালেহ মোহাম্মদৰ লগত পলাই গ'ল আৰু তাক নিকাহ কৰিলে। গলিয়ে-গলিয়ে, মহল্লাই আনকি গোটেই চহৰতে এটা হৈ-চৈ পৰি গৈছিল। এবছৰলৈকে মেহতা চাহাবে জীয়েক আৰু জোৱাঁয়েকক নিজৰ মহল 'প্ৰেম-কুটীৰ'ত সোমাবলৈ দিয়া নাছিল। পাছত অৱশ্যে মিট্‌মাট হৈ গ'ল। ল'ৰাৰ ঘৰৰপৰা কোৱা হ'ল যে সিহঁতে ছোৱালীক মুছলমানী নিয়মে শুদ্ধ কৰি লৈ কনীজ ফাতিমা নামকৰণ কৰিছে। ইফালে মেহতা চাহাবে কয় যে ল'ৰাক শুদ্ধ কৰি লৈ তাৰ নাম চৰদাৰী মোহন ৰাখিছে। কিন্তু চৰদাৰী মোহন বা চালেহ মোহম্মদে নিজৰ নাম সদায় এছ. এছ. নবাব বুলিহে কয়। ল'ৰাৰ এই আচৰণত কাৰো একো খং বা কাজিয়া কৰিবলগীয়া নাছিল। দৰবাৰীলালৰ বন্ধু-বান্ধৱে যেতিয়াই সতবন্তী নাৰৰ গিৰিয়েকক লগ পায় তেতিয়াই এনেয়ে চিঞৰি কয়,—' কি খবৰ এই চালে..... হ্?"

আজি চালেহে ওৰফে চৰদাৰী আৰু সতবন্তী ঘৰতে আছিল, লগত সিহঁতৰ সৰু ল'ৰা দুটা। অথনি চেগ বুজি ককায়েক বিহাৰী আৰু বৌয়েক গুণৱতীয়ে দৰবাৰীৰ বিয়াৰ কথা উলিয়ালে। আদৰ্শ পুৰুষ আৰু আদৰ্শ নাৰীৰ বিষয়ে আলোচনাই শেষত গৈ তৰ্কাতৰ্কিতে প্ৰায় পৰিণত হ'লগৈ। বাৰান্দাত বহি দৰবাৰীয়ে সকলো কথা শুনি আছিল। হুৰমূৰকৈ সি উঠি খিৰিকীৰে নিজৰ মুখৰ লাউড-স্পীকাৰটো ভিতৰলৈ সুমাই দি চিঞৰি ক'লে, "মই দৰবাৰীলাল মেহতা, পিতা গিৰিধাৰীলাল মেহতা,সাকিন বোম্বাই— কেতিয়াও কেতিয়াও বিয়া নকৰাওঁ।" সেই মাতত আটাইবোৰ চক খাই গ'ল। তিৰোতা কেইজনী আৰু সৰুকেইটাৰতো ধাতুৱেই উৰি যাওঁ যেন হ'ল।

দৰবাৰীলাল আকৌ আহি আগৰ ঠাইতে বহি পৰিল। ইভনিং নিউজৰ পাতবোৰ এনেয়ে এবাৰ লুটিয়ালে আৰু অৰোৰা চিনেমাৰফালৰপৰা আহি সিহঁতৰ ঘৰৰ আগেদি ঘুৰি যোৱা বেঁকা ৰাস্তাটোলৈ চকু দুটা ঘূৰাই আকাশী ৰঙৰ শাৰীৰ সন্ধান কৰিবলৈ ধৰিলে।

ভিতৰত হাঁহিৰ ৰোল। মাকেও সম্ভৱ আহি সিহঁতৰ লগত যোগ দিছে। দৰবাৰী ঘৰখনৰ ভিতৰত আটাতকৈ চৌখীন। যি এক মেহনতী কায়দাৰে হেয়াৰ টনিক সানি থোৱা ক'লা চুলিখিনি লিপিট খুৱাবৰ যত্ন কৰে বা যিটো লৰাই হাতত কেঁচি এখন লৈ আয়নাৰ সমুখত ঘণ্টাৰ পাছত ঘণ্টা ৰৈ গোঁফকোছাৰ তদাৰক কৰি থাকে তাক চৌখীন নকৈ কি ক'ব পাৰি? আচলতে বিয়াৰ আগতে এইটো সময়ত ল'ৰাবোৰ ছোৱালীৰ নিচিনা আৰু ছোৱালীবোৰ ল'ৰাৰ নিচিনাই হৈ উঠে। পাছত বিয়া-বাৰু হলে পৰস্পৰে পৰস্পৰক বুজিবৰ যত্ন কৰে আৰু শেষত নিজ নিজ কৰ্মক্ষেত্ৰত ব্যস্ত হৈ পৰে। .......... দৰবাৰীলালৰ এনেবোৰ লক্ষণ দেখি তিৰোতামহলে এইবোৰ বিয়াৰ লক্ষণ বুলি ক'লে আৰু পুৰুষে মন্তব্য কৰিলে— আগন্তুক অধঃপতনৰ আগজাননীহে।

বাৰান্দাখনত জাল লগোৱাৰ কাম তিৰোতাখনে আজিয়েই আৰম্ভ কৰিলে। গোটেই দিনটো বাৰান্দা সাৰি সাৰি কাঠৰ জাবৰেৰে গোটেইখন একাঠু হ'ল। সমুখত ডনবস্কো স্কুলৰ ঘণ্টা বাজিলত—বগা কামিজ আৰু নীলা পেণ্ট পিন্ধা লৰাবোৰ এটা পাছত এটা পৰোঁ-জৰোঁকৈ হোষ্টেলৰপৰা ওলাই আহিল। বোধহয় সিহঁতে সন্ধ্যাৰ প্ৰাৰ্থনাৰ কাৰণে গীৰ্জাৰ ফালে যাবলৈ ধৰিছে। স্কুলৰ ফিল্ডত হলৌচোলা পিন্ধা ফাদাৰে সৰু ল'ৰাবোৰক বল খেলাই আছিল। তেৰোঁ হুইছেল মাৰিলে। খেলা শেষ হ'ল। কিন্তু সীতা নাহিল তেতিয়ালৈকে।

চিনেমা হলৰপৰা অহা ৰাস্তাটোৰ ওপৰত তেতিয়াও দুজনীমান গাইগৰুৱে শুই শুই ঘাঁহ পাগুলি আছিল। ঠিক তেনেতেই সেইফালৰ পৰাই গাড়ী এখন আহি ৰাস্তাটোৰ সোঁফালৰ বিল্ডিং এটাৰ তলতে ৰ'লহি। এগৰাকী শকত মহিলা গাড়ীৰপৰা নামিল। মাদ্ৰাজী হোটেল 'ওড়পী'ৰ মালিক তেতিয়াও কফিৰ আড্ডাতে ব্যস্ত। বাৰান্দাত বহি থকা দৰবাৰীৰ এই সকলোবিলাক এক বিচিত্ৰ খেলা যেনহে অনুমান হ'ল। সীতাৰ সলনি সিফালৰপৰা হঠাৎ মিস্ত্ৰীহে আহি ওলালহি। আনদিনাৰ দৰে আজিও তাইৰ কোঁচত লৰাটো— বব্বল।

বব্বল বে'চ নিপোটল ল'ৰা। স্পঞ্জৰ দৰে কোমল-কোমল, গোল-গাল চেহেৰা। তাৰ কেইটামান দাঁত ওলাইছে। পিছে তাৰে তলৰ পাৰীৰ দুটা দাঁত অপেক্ষাকৃতভাৱে ডাঙৰ ডাঙৰ। হাঁহিলে তাক ৱাল্ট ডিজ্‌নীৰ শহাপহুটো যেন দেখি। বব্বলৰ হাঁহি দেখি, খন্তেক নৈ নহঁহাকৈ কোনো যাব নোৱাৰে।

'বব্বল', দৰবাৰীয়ে তাক মাতিলে। তাৰ অজানিতেই সি তাৰ হাত দুখন বব্বলৰ ফালে আগবঢ়াই দিলে। মিচিক্‌কৈ হাঁহি বব্বলে দৰবাৰীলৈ চালে আৰু তাৰ কিবা এটা আকৰ্ষণত হাত-ভৰি আচাৰিবলৈ ধৰিলে। মাক মিস্ৰিয়ে তাক চম্ভালিবই নোৱৰা হ'ল।

'ৰবি' বুলি দৰবাৰীয়ে কুৰমুৰা আনিবলৈ ভিতৰলৈ উঠি গ'ল। তাৰ মনতেই নপৰিল যে সীতা আহি যাবগৈ পাৰে। বব্বলৰ মুখৰ ওপৰেদি এটা নিৰাশাৰ ভাৱ বাগৰি গ'ল। আৰু সি এনেকুৱা এটা ভঙ্গী কৰিলে, যেন ক'ব খুজিছে— সমস্ত জগত ভুৱা। তাৰ মুখখনত যিদৰে এক নিৰাশাৰ ভাৱ ফুটি উঠিছিল, সেইদৰে দৰবাৰীক উভতি অহা দেখি হাঁহিয়ে নধৰা হ'ল।

বব্বলৰ মাক মিস্ৰি এজনী ভিক্ষাৰিণী। বয়স কম হলেও সি মাকৰপৰা ভিক্ষা খোজাৰ কিটিপটো সুন্দৰকৈ শিকি লৈছে। অৱস্থাই তাক শিকাইছে। বজাৰলৈ গৈ মিস্ৰী যি কোনো ভদ্ৰলোকৰ আগত থিয় হোৱা মাত্ৰকে বব্বলে এক নিখুঁত অভিনেতাৰ দৰে মানুহজনৰ চুৰিয়া বা কামিজত ধৰি টানি তাক লগা বস্তুটোৰফালে আঙুলিয়াই দিয়ে। মানুহজনে প্ৰথমতে হয়তো নেদেখাৰ ভাও জোৰে, কিন্তু শেষত উপায়বিহীন হৈ বস্তুটো কিনি তাৰ হাতত তুলি দিয়েহি। মানুহজন আঁতৰি যোৱাৰ লগে লগে মিস্ৰীয়ে বব্বলৰ হাতৰপৰা বস্তুটো কাঢ়ি লৈ দোকানীক ঘুৰাই দি পইছাখিনি ওভতাই আনে। বব্বলে চিঞৰি-বাখৰি, কান্দি-কাটি এসময়ত শান্ত হয়।

কিন্তু দৰবাৰীৰ লগত বব্বল আৰু তাৰ মাক মিস্ৰীৰ সম্পৰ্ক এনে ধৰণৰ নাছিল। দৰবাৰীয়ে দিয়া কুৰমুৰা বেচাৰ প্ৰশ্নই নুঠে। কুৰমুৰাৰ লগত দুই-চাৰি অনা পইছা দৰবাৰীয়ে তাক দিয়ে যদিও বব্বলৰ বাবে তাৰ কোনো মূল্য নাই। তাক মাত্ৰ কুৰমুৰাহে লাগে। মিস্ৰীয়ে তাৰপৰা কেতিয়াও কুৰমুৰা কাঢ়ি নলয় বা কোনো দোকানীকো নিদিয়ে। সি দাঁতেৰে কুটুৰ-কুটুৰকৈ চোবাই তাৰ স্ফূৰ্ত্তি জাহিৰ কৰে। আজি যেতিয়া দৰবাৰীয়ে তাক কোঁচত তুলি ললে তেতিয়া সি কুৰমুৰা এমুঠি হাতত লৈ মাকৰফালে উভতি উভতি চাই নামি যাবলৈ চেষ্টা কৰিলে। দৰবাৰীয়ে বব্বলক মৰম কৰি ধৰি ৰাখিবলৈ বহুত চেষ্টা কৰিলে কিন্তু সি একোতে সেও মনা ল'ৰা নহয়। উঁ উঁ কৰি সি মাকৰফালে হাউলি গ'ল।

দৰবাৰীয়ে ক'লৈ, 'বজ্জাত ........ চালা.......'

ভিতৰৰপৰা চালেহ ওৰফে চৰদাৰীৰ মাত শুনা গ'ল— 'কি হুকুম হুজুৰ?'

"আপোনাৰ ওচৰত কোনো আৰ্জি নাই দয়াৱতাৰ!" — দৰবাৰীয়ে ভিতৰৰফালে চাই উত্তৰ দিলে আৰু বব্বলৰ মৰম লগা গাল দুখনত থপৰিয়াই থপৰিয়াই তাৰ মাকৰ হাতলৈ ওভতাই দিলে। ক'লে, "বেইমান কটা! ........চালাম নিদিয়......ধন্যবাদ নজনাৱ

কাম হাচিল হ'ল বচ্ তই কোন মই কোন?"

ফুটপাথৰ জীৱনত লাজ-চৰম হেৰুওৱা মিস্ত্ৰীয়ে অপ্ৰস্তুত হৈ ক'লে, "এইবোৰ এনেকুৱাই হয় বাবুজী ......" তাৰপিছত বব্বলক কঁকালত লৈ হাতত গোট খোৱা সিকি-দুৱানীৰ হিচাপ কৰিবলৈ ধৰিলে!

বব্বল আনদিনাৰ দৰেই আজিও নাঙঠ। শৰীৰত একমাত্ৰ কঁকালত ক'লা আঁচুৰে বন্ধা এটা তাবিজৰ বাহিৰে একো নাই। সি মাকৰ ওচৰ পাই মিস্ত্ৰীৰ পুৰঠ বুকুৰ মাজত সোমাই লৈ এক বিজেতাৰ ভঙ্গীত মুখ ঘূৰাই চাবলৈ ধৰিলে যেন সি বৰ ডাঙৰ দুৰ্গতহে আশ্ৰয় লৈছে।

মিস্ত্ৰী কিচকিচিয়া ক'লা বৰণৰ যুৱতী আৰু বব্বল ঢকঢকীয়া বগা। কেনেকৈ হ'ব পাৰে? দৰবাৰীয়ে কেতিয়াও সোধা নাই। সি বুজে, এনেকুৱা দুখীয়া তিৰোতা কিমান সহায়হীনা হয়। হয়তো বাটৰ দাঁতিত পৰি থকা মিস্ত্ৰীক কোনো বাবুৱে আঁঠ অনা পইছাৰ সলনি বব্বলক দি গৈছে।

"আপোনাৰ ওচৰলৈতো সি যায়েই, বাবুজী। কিন্তু আন কোনো মতা-মানুহৰ কাষকে নাচাপে।"

"কিয়? কিয়?" দৰবাৰীয়ে আচৰিত হৈ সুধিলে।

"ক'ব নোৱাৰোঁ। "মিস্ত্ৰীয়ে ক'লে। আৰু বব্বলৰ মুখলৈ মৰমেৰে চাই আকৌ ক'লে,—

"মাইকীমানুহৰ ওচৰলৈ হ'লে যায়।"

দৰবাৰীয়ে দিল্ খুলি হাঁহিবলৈ ধৰিলে।—

"বদমাছ ..... এতিয়াৰ পৰাই তিৰোতাৰ মোহ হৈছে ...... ডাঙৰ হৈ কি কৰিবি? ......."

মিস্ত্ৰীৰ খুব লাজ লাগিল। তাইৰ এনেকুৱাহে লাগিল যেন তাই কোঁচত অগণিত গোপীনীৰ বালক-কানাইক লৈ আছে আৰু মিস্ত্ৰীৰ কল্পনাত যিবোৰ গোপীনী, তাৰ ভিতৰত তায়ো এজনী -- বব্বলৰ চাৰিওফালে ঘূৰি ঘূৰি নাচিব লাগিছে। ......বব্বল এতিয়ালৈকে এক গোপীনীৰ লগত আছে, পাছত বহুতৰ লগত থাকিব!

দৰবাৰী মিস্ত্ৰীবাইৰ লগত কিছু সহজ হ'ল। সি হঠাতে তাইক সুধিলে, —

"ইয়াৰ বাপেকে কি কাম কৰে মিস্ত্ৰী?"

"ইয়াৰ বাপেকে ?" মিস্ত্ৰীয়ে যেন ভাবিবলৈ ধৰিলে — "নাই।" সি মৰিল নাইবা এনেও হ'ব পাৰে যে তাৰ অৱস্থা মৃত্যুতকৈও শোচনীয়। মিস্ত্ৰীয়ে দূৰলৈ চাই পঠিয়ালে। আৰু পাছত দৰবাৰীৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ ক'লে, "এবাৰ তেওঁ আহিছিল....... মানে মোৰ ভাৱ হৈছিল তেৱেঁই হ'ব লাগে! কিন্তু মই কি ক'ম বাবুজী, ....... মইতো তেওঁক জীৱনত ভালদৰে দেখাই নাপালো...... তেতিয়ালৈকে মই এই ল'ৰাটোৰ কোনো নামেই ৰখা নাছিলো। কেতিয়াবা গোপু, কেতিয়াবা মাৰিয়াঁ বুলি মাতিছিলো। তেওঁ তাৰ হাতত পাঁচটকীয়া নোট এখন দি বৰ মৰমেৰে 'ববৱল' বুলি মাতিলে ...... তেতিয়াৰপৰাই ময়ো ইয়াৰ নাম বব্বল বুলিয়ে থ'লোঁ। .......

মিস্ত্রীয়ে আকৌ ক'লে, "ইয়াৰ বাপেক নহলেনো পাঁচটাকৈ টকা দিয়েনে?"

দৰবাৰীয়েও ভাবিলে, "— হয়তো তাৰ বাপেক কোনো মানুহ নহয় .....পাঁচটকীয়া নোটখনেই ইয়াৰ বাপেক!"

দৰবাৰীয়ে আজি আধলি এটা উলিয়াই মিস্ত্রীৰ হাতত নিদি বব্বলৰ হাতত দিলে। বব্বলে আধলিটো হাতত ল'লে। জোৰে জোৰে বাহু জোকাৰি এবাৰ সেইটো ঘপ্‌কৈ দলি মাৰি পেলাই দিলে।

আধলি ৰাস্তাৰ দাঁতিৰ নৰ্দমাৰ ফুটা এটাত সোমাব খুজি শুকান আমগুটি এটাত লাগি ৰৈ গ'ল। মিস্ত্রীৰেই কপাল ভাল আছিল চাগে'। তাই আধলিটো বুটলি লৈ বব্বলক সাৱটি ধৰি চুমা খাই দৰবাৰীক কলে, "সঁচা কথা কবলৈ গ'লে মোৰ 'মানুহ'টো ইয়েই।"

"তোৰ মানুহটো?"

"অঁ", মাকৰ মূৰৰ ওৰণি আজুৰি থকা বব্বলক চম্ভালি লৈ মিস্ত্রীয়ে ক'লে, — "ই ঘটে আৰু মই খাওঁ"।

মিস্ত্রী বৰ কথকী। তাই আৰু ঢেৰ বলকিলেহেঁতেন। বব্বলেও আৰু কুৰমুৰা বিচাৰিলেহেঁতেন। কিন্তু হঠাৎ মাটিৰ ওপৰত আকাশী ৰঙৰ লহৰ দৰবাৰীৰ চকুত পৰিল। সি তৎক্ষণাত মিস্ত্রীৰ আবলুছী সৌন্দৰ্য আৰু বব্বলৰ শিশুসুলভ দুষ্টালিৰ কথা পাহৰি— "মই আহিঁলো চালেহ ভাই, ....... আহোঁ বৌ........ " বুলি লৰালৰিকৈ বাহিৰ ওলাল। সি ৰাস্তা নৌ-পাওঁতেই দেখিলে পেণ্টৰ তলৰফালে কাঠৰ আঁহ লাগি আছে। চাপৰি সেইবোৰ গুচাই বাহিৰ ওলাই সীতাৰ কাষ পালেগৈ।

শিবাজী পাৰ্কৰ ক্লাবৰ কিছু আঁতৰলৈ গৈ দৰবাৰী আৰু সীতা এখন দেৱালৰ আঁৰত বহিলগৈ।

সীতা ওঠৰ-বিশ বছৰীয়া ছোৱালী। মাক আছে, দেউতাক ঢুকাল। ঘৰৰ অৱস্থা বৰ বেয়া নহয়। নিজৰ ঘৰ আছে। ভাড়াঘৰো। ভাড়াৰ টকা কেতিয়াবা তুলিব পাৰে, কেতিয়াবা তোলা টান হয়। সীতাৰ মাক লছমন দে'ই সীতাৰ বিয়াৰ কথা নভবা নহয়, পিছে তেওঁ বিয়াৰ বিষয়ত এটা বিশেষ কথাত বিশেষ গুৰুত্ব দিছে যে সীতাক বিয়া কৰাওতা জনে প্ৰতি মাহতে নিয়মিতভাৱে ভাড়াতীয়া কেইটাৰপৰা ভাড়াটো আদায় কৰিব পৰা হ'ব লাগিব । আন নহলেও সীতাৰ খবৰ লবলৈ অহা ভেড়াবোৰক খেদাব পাৰিব। তেতিয়াই তেওঁ সুখী হ'ব। লছমন দে'ইক সীতাই অৱশ্যে দৰবাৰীৰ কথা কৈছে। প্ৰথমতে তেওঁ চক খাই উঠিছিল আৰু নানা আপত্তি দেখুৱাইছিল। পিছত যেতিয়া তেওঁ গম পালে যে দৰবাৰীৰ পূৰা নাম দৰবাৰীলাল মেহতা তেতিয়া তেওঁ তৎক্ষণাৎ সন্মতি দিলে কাৰণ বোম্বাইত যিবোৰ মানুহ ঘৰ ভাড়া দি উপাৰ্জন কৰে তেওঁলোকক মেহ্‌তা বোলে।

সীতা মধ্যমীয়া ধৰণৰ ওখ ছোৱালী। কিন্তু শৰীৰৰ গঠনে যি কোনো ডেকাৰে মনত আলোড়ন তুলিব পাৰে। দেখিলে অতৰ্কিতে সুহুৰি মুখৰপৰা ওলাই যাব পাৰে। মুখৰ গঢ় কিমান লনী, ওচৰলৈ আহিলেহে গম পোৱা যায়। চকুৰপতা অলপ তললৈ নামি থাকে।

চকুদুটা অকণমান সোমোৱা, চকুৰপতাৰে কিছু ঢাক খোৱা। সেই সুন্দৰ দৃষ্টিৰে তাই পুৰুষৰ অন্তৰৰ তলীলৈকে মনিব পাৰে। মুখেৰে একো নকলেও তাই সকলো বুজিব পাৰে। তাইৰ দীঘল চুলিকোচাৰ কাৰণে দৰবাৰীয়ে সুধিছিল, "তোমালোকৰ ঘৰৰ কোনোবাই বঙালী ছোৱালী বিয়া কৰাইছিল নেকি?"

সীতাই কয়, "মই নিজেই দেখোন বঙালী। মোৰ নাম আচলতে সীতা মজুমদাৰ।" দৰবাৰীয়ে কয়, "সীতা মজেদাৰ।" সীতাই হাঁহে। তাইৰ নিয়মীয়া উচ্চতাৰ কাৰণে তাই ভালেই পায় কাৰণ আঁঠুলৈকে বৈ পৰা চুলিৰে মূৰটো তাই ঠিক দৰবাৰীলালৰ বুকুতে থৈ সুখী হ'ব পাৰে। সেইদৰে থাকি তাই তাইৰ সকলো দুখ পাহৰি যাব পাৰে। আৰু সামান্য পাৰ্থক্যৰ বাহিৰে তাই পিতা আৰু পতিক এক কৰিব পাৰে।

দেৱালত ভেঁজা দি বহি দৰবাৰীয়ে সীতাক মৰমেৰে সাৱটি ধৰিছিল। সীতাই সিহঁতৰ পবিত্ৰ প্ৰেম সীমা ছেৰাই যোৱাটো বিচৰা নাছিল সেইদেখি দৰবাৰীৰ হাতে তাইৰ কঁকাল এৰি তললৈ নামি যোৱা গম পাই তাই সচকিত হৈ উঠিল। আন কথা উলিয়াই দৰবাৰীলালৰ মনটো আনফালে ঢাল খুৱাবলৈ বিচাৰিলে। ব্লাউজৰ ভিতৰৰপৰা এটা ৰূপৰ সৰু টেমা উলিয়াই দৰবাৰীৰ মুখৰ ওচৰলৈ নি ক'লে, "চোৱাঁ তোমালৈ এইটো মই কি আনিছোঁ।"

"চাওঁ চাওঁ কি আনিছা?" বুলি দৰবাৰীয়ে সুধিলে আৰু অজানিতেই হাতখন সীতাৰ কঁকালৰপৰা গুচাই টেমাটোৰফালে আগবঢ়াই দিলে।

সীতাই টেমাটো আঁতৰাই আনিলে, "নাই, নাই, এনেকৈ নহয়— মই নিজে দেখুৱাম"। তাৰপাছত দৰবাৰীৰ নাকৰ ওচৰলৈ নি ক'লে, 'শুঙা'।

দৰবাৰীয়েও কৌতূহলত লৰালৰিকৈ শুঙি চালে। আৰু লগে লগে হাঁচিয়াবলৈ ধৰিলে।

প্ৰেমৰ খেলা বন্ধ হৈ গ'ল। হাঁচিৰ পিছত হাঁচি। জেপৰপৰা ৰুমাল উলিয়াই বাৰে বাৰে নাক মছিবলৈ ধৰিলে আৰু কাষত বহি সীতাই হাঁহিবলৈ লাগিল।

"এইবোৰ" বুলি দৰবাৰীয়ে আকৌ এটা হাঁচি মাৰিলে, "এইবোৰ কি ধৰণৰ তামাচা?"

"তুমি ইয়াক তামাচা বুলিছা? এই নস্যিৰ দাম কিমান জানা? এতোলাত বিশ টকা?"

"নস্যি?

"অঁ। তোমাৰ হাঁচি আহিলে মোৰ বৰ ভাল লাগে জানা?"

দৰবাৰীয়ে সীতাৰফালে এনেকৈ চালে যেন কোনোবা পগলালৈহে চাইছে। সীতাই মৰমৰ চাৱনিৰে তালৈ চাই ক'লে, "তুমি মোক প্ৰথম ক'ত লগ পাইছিলা মনত আছে?"

"মনত নাই!" দৰবাৰীয়ে মূৰ জোকাৰি ক'লে, "তোমাক যে মই প্ৰথম কত দেখিছিলো সেইটো মোৰ বে'চ মনত আছে।"

"সেই তাত", সীতাই মহাত্মা গান্ধী চুইমিং পুলটোলৈ আঙুলিয়াই ক'লে। "তুমি গা ধুই আছিলা আৰু মাজে মাজে হাঁচিয়াইছিলা। মোৰ লগত আৰু তিনি-চাৰিজনী ছোৱালী আছিল। সেইদিনা অফিচ হাফ হৈছিল। আমি ইফালে-সিফালে ঘুৰি-পকি ফুৰিছিলো। আৰু এসময়ত সেইখিনি পাইছিলোগৈ।" —

"সেইখিনিলৈ কিয় ?"

"এনেয়ে। ছুটি হলে আমাৰ কিবাখন লাগে। ঘৰত বহি থাকিবও নোৱাৰোঁ। এনেয়ে বাহিৰলৈ ওলাই যাওঁ। ইফালে-সিফালে ঘুৰি-পকি গৈ কোকাকোলাকে খাওঁগৈ।"

সীতাৰ হাঁহিৰ লগত দৰবাৰীয়েও যোগ দিলে। তাই আগৰ কথাৰ আঁত ধৰি কবলৈ ধৰিলে,

"আমি আটাইকেইজনীয়ে তোমালৈ চাই হাঁহি আছিলো। তুমি ফোয়াৰাটোৰপৰা ঘুৰি-পকি গৈ আকৌ ফোয়াৰাটোৰওচৰ পাই হাঁচিয়াবলৈ ধৰিছিলা আৰু তোমাৰ ভৰিৰপৰা মূৰলৈকে গোটেই গাটো জোকাৰ খাই খাই উঠিছিল। সৰু ল'ৰা-ছোৱালীক ধৰা-দি তোমাক ধৰি লবৰ মন গৈছিল মোৰ। আঁচলেৰে নাক-মুখ মছি দিম যেন, আৰু তাৰপিছত পিঠিত ঢকা এটা মাৰি কওঁ — যোৱাঁ এতিয়া খেলাগৈ।"

দৰবাৰীয়ে কথা এটা মনত পেলোৱাৰ দৰে সুধিলে, "তোমাৰ লগত আৰু কোন কোন আছিল ?"

"এজনী কুমুদ, এজনী জুলী — সৌ নৈৰ পাৰৰ মাউণ্ট মেৰীৰ ওচৰত থাকে। তৃতীয়জনী —" তাৰপাছত তাই হঠাতে ৰৈ গৈ সুধিলে, "কিয় সুধিলা ?"

"এনেয়েই," দৰবাৰীয়ে ক'লে, "তোমাৰ সখীহঁতে তোমাৰ জোতাৰো পৰোৱাই নকৰে —"

"তুমি দেখিছা ?"

"নাই দেখা।"

সীতাৰ মুখখনত যি উজ্জলতা প্ৰকাশ পাইছিল সি ম্লান হৈ গ'ল। দৰবাৰীৰ মুখলৈ চাবলৈ চেষ্টা কৰিও ৰৈ গ'ল। দৰবাৰীয়ে সমুখৰফালে চাই ক'লে, "আজি দিনটো নাযায়হে নাযায় !"

সাগৰত তেতিয়া জোৱাৰ আৰম্ভ হৈছিল। ঢৌৱে পাৰ ঢৌৱাই থৈ গৈছিল। বাদামৰ বাকলি, নাৰিকলৰ খোলা, বাকলি, ভেলপুৰীৰ পাত আদি পাৰত তুলিছিলহি। সেইবোৰৰ লগতে কয়লাৰ সৰু সৰু টুকুৰা বালিত পৰি জিলিকি আছিল। কয়লাবোৰ হয়তো ষ্টিমাৰ আৰু জাহাজবোৰে নিজৰ বোজা পাতলাবলৈকে পানীত পেলাই দিছিল। ডিজেল আৰু তেল পৰি পানী আৰু ক'লা হৈ পৰিছিল।

সীতাই উভতি চালে। দৰবাৰীয়ে এক অদ্ভুত দৃষ্টিৰে তাইৰ ফালে চাই আছে। তাৰ চেহেৰাৰ ওপৰত যেন এটা ক'লা ছাঁ পৰিছে।

বেলি বুৰিল। সূৰ্যই আকাশৰ শেষ প্ৰান্তলৈ গৈ গাঢ় ৰঙা ৰঙৰ বলটোৰ দৰে হৈ দূৰ পশ্চিমৰ গভীৰ পানীত সাঁতুৰিবলৈ ধৰিলে। অলপ পাছতে সূৰ্য্যৰ তেজ যেন পৃথিবীৰ গৰ্ভত বিলীন হৈ গ'ল। এতিয়া আশে-পাশে আৰু ঘৰে-বাহিৰে থকাবোৰৰ ওপৰত সেই ৰেঙণি বিয়পি পৰিল যি ৰেঙনি আকাশৰ অঘৰী ডাৱৰৰ ওপৰৰপৰা তলৰ মাটিৰ বুকুত পৰে, আৰু যি বৰ ধীৰে ধীৰে আলফুলে এন্ধাৰক ঠাই এৰি দিয়ে এই বুলি কৈ "লোৱাঁ

এতিয়া তোমাৰ ৰাজত্ব।যোৱাঁ আনন্দ কৰাগৈ —"

যি হাঁচিয়ে সীতাক দৰবাৰীৰপৰা আঁতৰাই দিছিল, সেই হাঁচিয়েই আকৌ তাইক ওচৰ চপাই আনিলে। সীতা কঁপিবলৈ ধৰিলে। দৰবাৰীয়ে ঘনাই উশাহ ল'লে।

আন্ধাৰ স্থিৰ হোৱাৰ লগে লগেই এফালে পুল-ক্লাব আৰু ৰাস্তাৰ চাকিবোৰ ঢিমিক-ঢামাক জ্বলিবলৈ ধৰিলে, আনফালে ফেৰীৱালা আৰু ঠেলাগাড়ীৰ তলৰ চাকিবোৰে দূৰে দূৰে কঁপিবলৈ ধৰিলে।

যেন দেৱালৰপৰাহে আৱাজ আহিল —

"দৰবাৰী কি কৰিছা?"

দৰবাৰীয়ে হাত কোঁচাই আনি ক'লে, "তাৰ মানে তুমি মোক ভাল নোপোৱা?"

"ভালপোৱাৰ অৰ্থ এয়ে নহয়।"

"মই সকলো বুজিছো.........."দৰবাৰীয়ে উঠি নিজৰ কানি কাপোৰ ঠিক-ঠাক কৰি লৈ যাবলৈ ওলাল।

সীতাই তাক অনুনয়ৰ সুৰত এইবুলি কৈ ৰখাবলৈ বিচাৰিলে, "হায় কি কৰিছা তুমি সোণটো!" .......এইবুলি কৈ তাই দৰবাৰীৰ ভৰিত পৰিল। সি খঙত কঁপি আছে।

সি আছাৰ মাৰি ভৰিখন আঁতৰাই ক'লে, "কুকুৰণী! বৰ ভালজনী ওলাইছে! বুজিছোঁ......."

সীতাই তাৰ ভৰিত মূৰ ঘঁহাই ঘঁহাই ক'লে, "মই একো বুজা নাই! মইতোমাৰেই ....... জনম জনম ধৰি তোমাৰেই ...... কিন্তু মই এজনী বিধবা মাৰ ছোৱালী ....... আগতে মোক বিয়া কৰাই লোৱাঁ......."

"বিয়া-চিয়া নহয় ..... তোমাক যি কথা দিছো সেয়াই জানো সঁচা নহয়? মন্ত্ৰপাঠৰ কি প্ৰয়োজন?" —দৰবাৰীলালে কবলৈ ধৰিলে। হয়তো তেতিয়াও তাৰ ক্ষীণ আশা এটা আছিল।

সীতাই কান্দি কান্দি উত্তৰ দিলে, "আছে ..... প্ৰয়োজন আছে সমাজখনতো তুমি মই পতা নাই।"

দৰবাৰীৰ শেষ আশাও নুমাই গ'ল। ক'লে "যি প্ৰেমত কোনো বাধা আছে, য'ত কোনো চৰ্ত্ত আছে, তেনে প্ৰেমত মোৰ বিশ্বাস নাই। আত্মাৰ মিলনৰ যিদৰে প্ৰয়োজন আছে, সেইদৰে শাৰীৰিক মিলনৰো। তাতেই সাক্ষাৎ ভগবান। শাস্ত্ৰতো তাকেইলেখা আছে।"

"লেখা থাকিব পাৰে", সীতাই ক'লে, "কিন্তু তুমি এই কথা মানিবই লাগিব ......."

মই কাকো পৰোৱাই নকৰোঁ" দৰবাৰীয়ে খঙতে মাটিত গোৰোহনি মাৰি যাবলৈ ধৰিলে।

সীতাই পাছে পাছে 'শুনা' 'শুনা' বুলি লৰি গ'ল। দৰবাৰীয়ে তেতিয়াও দেৱালৰ অন্ধকাৰখিনি পাৰ হৈ যোৱা নাছিল। এতিয়াও সি দেৱালৰ কাষত বহি আন্ধাৰক সাৱটি ল'ব পাৰিলেহেঁতেন।

দুটামান ল'ৰাই মুকলি ঠাইত সিহঁতক তেনে অৱস্থাত দেখি ৰৈ গ'ল। বাদামৱালা এটাও আহিল। তাৰ বাকচৰ চাকিটো সাগৰৰ পৰা অহা বতাহে মাজে মাজে টিমিক-টামাক কৰি দিছিল।

সীতাই এতিয়া দৰবাৰীৰ অকল ভৰিকে সাৱটি এৰা নাই, তাই তাইৰ 'বঙালী চুলি'খিনিও ভৰিৰ ওপৰত থৈ ওঁঠেৰেও স্পৰ্শ কৰিলে। দৰবাৰীৰ সৰ্বশৰীৰ যেন জ্বলিবলৈ ধৰিলে। ভৰিত চুমা খাই, চকুৰ পানীৰে ভৰি তিয়াই সীতাই ওপৰলৈ মূৰ তুলি দৰবাৰীলৈ চাই ক'লে, "তুমি ভাবিছা মই বৰফ আৰু পাষাণেৰে তৈয়াৰী। মোৰো জানো তোমাৰে সৈতে মিলি যোৱাৰ হেঁপাহ নাই? তোমাৰ স্পৰ্শত মোৰ সৰ্বদেহত শিহৰণ নাজাগেনে?........ কিন্তু তুমি এজনী ছোৱালীৰ দুখ কি বুজিবা?" তাৰপিছত আৰু কিবা এটা অজান আশংকাত কঁপি কঁপি ক'লে, "মই কোৱা নাই যে এই দুখ মোক তুমি দিছা। এই দুখ ভগৱানে দিছে। ভগৱানেও তিৰোতাৰ প্ৰতি অবিচাৰ ........"

"মই সকলো জানো" দৰবাৰীয়ে নিজকে এৰুৱাবলৈ যত্ন কৰি ক'লে,"মই চব বুজিব পাৰিছোঁ। পুৰুষে চব সহ্য কৰিব পাৰে কিন্তু অপমান নোৱাৰে।"

"কাৰ অপমান?"

দৰবাৰীয়ে উত্তৰ নিদি সীতাক ঠেলা মাৰি দিলে। তাই বালিত পৰি গ'ল। সি দীঘল দীঘল খোজ দি পোহৰৰ ফালে আঁতৰি গ'ল।

সীতা ভয়ত কঁপিবলৈ ধৰিলে। তাই জীৱনত এনে সমস্যাৰ সমুখীন কেতিয়াও হোৱা নাছিল। আজিৰ সমান দুখ আৰু আতংক তাইৰ দেউতাকৰ মৃত্যুৰ সময়তো হোৱা নাছিল। মাকৰ বুকুত মুখ লুকুৱাই সেইদিনা সকলো দুখ পাহৰি গৈছিল। যিদৰে ফোঁহা এটাৰ চাৰিওফালে আঙুলি বুলাই দিলে আৰাম পোৱা যায় সেইদৰে মূৰৰ ওপৰত মাকৰ হাতৰ স্পৰ্শই তাইৰ সকলো দুখ দূৰ কৰি দিছিল। সীতাই বালিত মুখ গুজি পৰি পৰি তেতিয়াও উচুপি আছিল। মাজে মাজে মূৰ তুলি চাইছিল কোনোবাই লক্ষ্য কৰি আছে নেকি বুলি। সহায় কৰিবলৈতো কোনো নাহে, কিন্তু সহায়হীনা নাৰীক সহায় কৰিবলৈ নিশ্চয় কোনো গুণ্ডা ওলাবহি। সমুখত কিবা এটা জিলিকি উঠিল। সীতাই তুলি লৈ দেখে সেই ৰূপৰ টেমাটো — মাটিত পৰি গৈছিল। তাৰ ভিতৰত বালি সোমাইছে।

দৰবাৰীয়ে সীতাক ভালপায় সন্দেহ নাই। কিন্তু সেই ভালপোৱা সীতাই ভালপোৱাৰ নিচিনা নহয়। সীতাইতো জগতত নিজৰ নাম সাৰ্থক কৰিবলৈকে আহিছে। সীতাই অশোকবনত অপেক্ষা কৰিছে দূতে কেতিয়া ৰামচন্দ্ৰৰ আঙঠি ওপৰৰপৰা পেলাই দিব। ....... কিন্তু সেই ৰামৰাজ্য আজি নাই। এতিয়া দেশত পাশ্চাত্য 'ফান'ৰ পয়োভৰ, যাৰ ৰস দৰবাৰীয়ে আকণ্ঠ পান কৰিবলৈ বিচাৰিছে।

ঘৰৰ বাৰান্দাত জাল লগোৱা হৈ গ'ল। তিনিদিন খুব পৰিশ্ৰম কৰি তিৰখানে ছুটি ললে। পৰিস্কাৰ-পৰিচ্ছন্ন বাৰান্দাখনত বহি দৰবাৰীয়ে ৰাস্তাৰ কেঁকুৰিটোৰফালে উদাস দৃষ্টিৰে চাই থাকিল। য'ত কেতিয়াবা আকাশী, কেতিয়াবা বগা, কেতিয়াবা হালধীয়া, আকৌ

কেতিয়াবা হয়তো গেৰুৱা ৰঙে ঢৌ খেলি থাকে। কাষতে দৰবাৰীৰ ভাগিন মাহমুদ ওৰফে বানোৱাৰী সৰকণ্ডে এটা টিনৰ আঁভজা পুতলা লৈ খেলি আছে। পুতলাটোৱে তাৰ হাত কটাৰ ভয় আছে। সেইদেখি ভিতৰৰপৰা সতৰন্তী ওৰফে কনীজে ল'ৰি আহি ল'ৰাটোৰ হাতৰপৰা পুতলাটো কাঢ়ি ল'লে। ল'ৰাটোৱে কান্দি বাগৰিবলৈ ধৰিলে।

"এই, এই, কি কৰিছ আপা?" — বুলি দৰবাৰীয়ে বাধা দিলে। তাই ক'লে, "তুমি মনে মনে থাকা বুজিছানে! তোক মই হাজাৰবাৰ কৈছো নহয়, মোক আপা বুলি নামাতিবি.......'বাইদেউ' বুলিবলৈ নাক কটা যায় নেকি?"

"ঠিক আছে।" দৰবাৰীয়ে ক'লে। "সেইটোতো আচল কথা নহয়। কেনেকৈ চিঞৰিছে দেখা নাই নে? পুতলাটো দি নিদিয় কেলেই?"

"কেনেকৈ দিওঁ? চকুটো ফুটাই ল'ক আৰু!"

"আটাইবোৰ লৰায়ে পুতলা লৈ খেলে। কেইটাৰ চকু ফুটিছে অ'?"

"ইয়াৰ সমান চয়তান আৰু কোনোবা আছে জানো?"

"সকলো মাকৰে নিজৰ ল'ৰাক আটাইতকৈ চয়তান যেন লাগে।"

মাহমুদ বা বনোৱাৰীয়ে বৰ করুণভাৱে কান্দি আছে। কান্দোনত গছৰ পাত সাৰিব লগা অৱস্থা। দৰবাৰীয়ে ৰেকৰ ওপৰৰপৰা জাপানী পুতলা এটা নমাই দিলে। মেকুৰী এটা। চাবি দিয়া মাত্ৰকে সি লৰি-ঢাপৰি, লুটি-বাগৰ খাই খেলা দেখুৱাবলৈ আৰম্ভ কৰি দিলে। সেই নাচোন দেখি ল'ৰাৰ কথা বাদেই ডাঙৰৰো হাঁহি উঠিব। কিন্তু ল'ৰাটোক সেই কাঢ়ি নিয়া পুতলাটোহে লাগে। উপায় নাপাই দৰবাৰীয়ে মুখ ভেঙুচালি কৰি খুঃ খুঃ খা-খা কৰি দেখুৱালে। মুখত আঙুলি ভৰাই হনুমান সাজিলে। জনী ৱাকাৰ, আগাৰ ভাও দেখুৱালে। ওঁহো তাৰ কান্দোন বন্ধ নহল। তাক সেইটো পুতলাহে লাগে। দৰবাৰীৰ তাক এপাত চৰ সোধাই দিবৰ মন গ'ল। সি আৰু বেছি ডেডাউৰিয়াই বুলিহে চম্ভালিলে। দৰবাৰীয়ে ধম্‌কি লগালে—

"মুখ বন্ধ কৰ চালা ........."

ভিতৰৰপৰা আৱাজ আহিল — "কান্দিবলৈ দে"। লৰাটোৱে কান্দি থাকিল। পিছে বায়েক সিফালৰপৰা ওলাই আহিল — "এ ৰাম!"

"হায় আল্লাহে।"

"ভগৱানৰ কথাত ধেমালি নকৰ।"

"ভগৱান নহয়। খোদা।"

সতৰন্তীয়ে যেনেকৈ খেলনাটো লৈ গৈছিল তেনেকৈয়ে ওভতাই দি ক'লে — "ল, বোপাই।" তাই খেলনাটো ল'ৰাটোৰ হাতত গুজি দিলে। তাৰ দুৰৱস্থা দেখিব নোৱাৰি যেন তাক কোঁচত তুলি ললে। কামিজটোৰে তাৰ নাক-মুখ পৰিস্কাৰ কৰি মচি চুমা খাই নিচুকালে। তাৰপিছত নিজকে নিজে গালি পাৰিলে

"এনেকুৱা মাক মৰি নাযায় কেলেই....... নালাগে আমাক এনেকুৱা মাক...... মৰি যক ....... সোনটোক ইমান কন্দুৱাই থাকে!"

তাৰ পিছত গিৰিয়েকৰ ফালে চাই ক'লে,

"চোৱাচোন এতিয়া কি স্ফূৰ্ত্তি কৈ বহি আছে।"

দৰবাৰীয়ে ক'লে, "এতিয়া হাত নালাগে ডিঙিকে কাটি ল'ব যেন পাইছো।"

"কাটি ল....... মই মৰিলে তহঁতৰনো কি ক্ষতি?"

দৰবাৰীয়ে ক'লে, "নহয়, কথাতে কয় নহয় বুদ্ধিমানে যি কৰে মূৰ্খয়ো তাকে কৰিবলৈ যায়....... প্ৰথমতেই কাঢ়ি নোলোৱা হলেনো কি হ'লহেঁতেন...... মূৰত ঘিউ হলেহে!"

"অঁ আমি বুৰ্ব্বকেই দে।" বায়েকে লৰাটো কান্ধত তুলি ললে। ভিতৰলৈ সোমাই যাওঁতে কৈ গ'ল — "মাক আৰু নিচৰীয়া মানুহ একে নহয়।"

কান্ধত উঠি দুষ্ট মাহমুদ ওৰফে বানোৱাৰীয়ে তাৰফালে চাই হাঁহি দিলে। তাৰ হাঁহিত যেন ক্ষমতা আৰু সাহসৰ পৰাকাষ্ঠা জিলিকি উঠিছিল।

অৰোৰা চিনেমাৰ ফালৰপৰা অহা ৰাস্তাটোত কমলা ৰঙৰ টৌ দুই-তিনিবাৰ দেখা গ'ল। দৰবাৰীয়ে লৰালৰিকৈ পিন্ধা কাপোৰখিনি ঠিকঠাক কৰি মূৰত টুপীটো পিন্ধি ওলাই গ'ল।

আলি-কেঁকুৰিটোত সীতা থিয় হৈ আছিল। তাই এবাৰ দৰবাৰীৰফালে চাই আকৌ সমুখলৈ চাবলৈ ধৰিলে। তাইৰ চকু আৰু অলপ সোমাই গৈছে। চকুৰ পতা আৰু অলপ তললৈ নামিছে।

"কি হুকুম আদেশ কৰক!" দৰবাৰীয়ে ক'লে।

সীতাই কোনো উত্তৰ নিদিলে। দৰবাৰীয়ে অনুমান কৰিছে সীতা যেন অলপ কঁপিছে। সি অলপ সময় তাইৰফালে চাই থাকি ক'লে,

"মনে মনে থাকিলে আকৌ......." দৰবাৰী উভতিব খুজিলে।

সীতাই লৰালৰিকৈ ক'লে, "শুনা, মোক ক্ষমা কৰা। সেইদিনা মোৰ দোষ হ'ল।"

দৰবাৰীয়ে তাইৰ কথা বন্ধ কৰি দি ক'লে,

"আৰুতো নহয়?"

সীতাই সন্মতিসূচক মূৰ লৰালে।

"মোৰ লগত যলৈকে যাবলৈ কওঁ যাবা?"

সীতাই মূৰ লৰাই সন্মতি জনালে। মুখ ঘূৰাই তাই শাৰীৰ আঁচলেৰে চকু দুটা মচি ল'লে। দৰবাৰীৰ মুখ ৰঙা পৰিল। সি তাৰ কঠুৱা হাতেৰে সীতাৰ কোমল হাতখন ধৰি ক'লে, "তোমাৰ ইমান ভয় সীতা...... তোমাক দেখি মোৰ এনেহে লাগিছে যেন মই অতি নীচ।" সীতাই যেন ইয়াকেহে শুনিবলৈ ৰৈ আছিল। ক'লে,

"নাই, কিয় ভাবিম?"

দৰবাৰী আৰু সীতা তালৈকে গ'ল। শিবাজী পাৰ্কৰ দেৱালৰ তলত....... বেলি ইতিমধ্যে মাৰ গৈছে। আজি আকাশত ডাৱৰ নাই, যি আকাশত প্ৰতিবিম্বিত হোৱা পোহৰ এইফালে মাটিৰ ওপৰত প্ৰতিফলিত কৰিব। সেইদেখি সোনকালে এন্ধাৰে পৃথিবী ঢাকি পেলালে।

দৰবাৰীৰ প্ৰেমৰ উদ্দামতাত সীতা লাজতে মৰহি যোৱা যেন হৈ বহি থাকিল। দৰবাৰীয়ে সীতাৰ হাঁহি নকল কৰি দেখুৱালে। এইবাৰ সীতাই সঁচাকৈয়ে হাঁহিলে। দৰবাৰীয়ে সুযোগ পাই কলে, "তোমাৰ সঁচাকৈয়ে মোৰ ওপৰত বিশ্বাস নাই নেকি?"

"সেই কথা নহয়," সীতাই উত্তৰ দিলে,

"তুমি মোক বিয়া কৰালেও ভাল চকুৰে চাব নোৱাৰিবা....... ভাবিবা, মই এনেকুৱাই......"

"নাই সীতা মই কেতিয়াও এনেদৰে নাভাবোঁ"

তেনেকুৱাতে কেইটামান মানুহে হাতত একোদাল লোৰ শলি লৈ তালৈ আহিল। দৰবাৰীয়ে চক খাই গ'ল। সিহঁতে শলিবোৰেৰে বালিত খুচৰিবলৈ ধৰিলে।

তেতিয়া সীতা নিশ্চিন্ত হ'ল। সিহঁতে জাহাজৰপৰা চুৰ কৰি লুকাই থোৱা মাল বিচাৰিছিল— হয়তো দুই-এদিনৰ আগতে তাত পুতি থৈ গৈছিল। এতিয়া সাগৰত জোৱাৰ অহাৰ আগতেই লৈ যাবলৈ আহিছে। সীতা আৰু দৰবাৰী উঠি গৈ দেৱালৰ আনটো মূৰত বহিলগৈ। তাৰপৰা উভতি চাই দেখে যে দেৱালৰ ওপৰত বোম্বাইৰ বাচন চাফা কৰা কাম কৰা নিম্নশ্ৰেণীৰ 'ৰামা'হঁতৰ কেইজনমান বহি আছে আৰু নিজৰ ভিতৰতে হাঁহি-ধেমালি কৰিছে। দৰবাৰীয়ে সিহঁতক দেখিও নেদেখাৰ ভাও জুৰিলে। সীতা দমি গ'ল। লাজ আৰু ভয়ত ঘামি-জামি একাকাৰ হ'ল। তাই যে ইমানপৰে দৰবাৰীৰ বাহুৰ মাজতে সোমাই আছিল! আজি তাইৰ নিজস্ব কোনো ভাবনা নাছিল। তাইৰ মাত্ৰ লক্ষ্য আছিল দৰবাৰীৰ অভিমান ভঙা আৰু তাৰ বাবে যি কোনো মূল্য দিবলৈকো তাই প্ৰস্তুত আছিল।

"এ' মেৰে দিল কঁহী" বুলি গাই গাই এটা ফালেঙী ডেকা পাৰ হৈ গ'ল। তাৰপাছত এটা পুলিছ আহি ওলাল। দৰবাৰীয়ে ঘপহ্‌কৈ উঠি দিলে। সি ৰঙা চকুৰে ইফালে-সিফালে চাই ইংৰাজীতে এটা দাঁতভগা গালি পাৰি সীতাক ক'লে,

"বলা সীতা, জুহুলৈকে যাওঁ।"

"জুহু?"

"অঁ। উঠা। কেডেল ৰোডৰপৰা টেক্সি ল'ম।" সীতাই নিমাতে উঠি দৰবাৰীৰ লগত যাবলৈ ধৰিলে। সীতা আৰু দৰবাৰীয়ে জুহুবীচত ইফালে-সিফালে ঘূৰা-পকা কৰিবলৈ সাহ নকৰিলে। তাত গুণ্ডা থাকে। সদায় এজন নহয় এজন খুন হয়েই। কিছুদিনৰ আগতেই এটা ঘটনা হৈ গৈছে। কেইটামান গুণ্ডাই এহাল দম্পতিক ধৰি নগুৰ-নাগতি কৰিছিল।

পিছে সেইদিনা জুহুৰ আটাইবোৰ হোটেল আৰু কটেজ ভৰ্ত্তি হৈ আছিল।

এঘণ্টা ডেৰঘণ্টাৰ পাছত দৰবাৰী আৰু সীতা ফোৰ্টৰফালে যাবলৈ ধৰিলে। বাটত সীতাই কিবা সুধিলে দৰবাৰীয়ে উত্তৰহে দি গৈছে তাকো অসংবদ্ধ, টুকুৰা-টুকুৰি। কথাবোৰো কিবা নিচা খোৱা মানুহৰ দৰে জড়তাসনা।

হাজী আলিৰে গৈ টেক্সি তাড়দেব পাৰ হৈঅপেৰা হাউচো এৰি হৰ্ণবাই ৰোড পালেগৈ। সেই ৰাস্তাৰ নাম এতিয়া মহাত্মা গান্ধী ৰোড। এটা হোটেল দেখি দৰবাৰীয়ে নামি গৈ

মেনেজাৰক সুধিলে,

"খালি কোঠা আছে নে?"

মেনেজাৰে দৰবাৰীৰ ভৰিৰপৰা মূৰলৈকে চালে। পাছফালে থিয় হৈ থকা সীতা থৰ্থৰ্কৈ কঁপিছে। দুয়োৰে পাপৰ অভিজ্ঞতা নাই। নিৰ্লজ্জ প্ৰকৃতিৰ হাতত বন্দী হৈ পগলাৰ দৰে হৈছে। মেনেজাৰে সুধিলে, "ক'ৰপৰা আহিছে?"

দৰবাৰীয়ে তৎক্ষণাত ভাবি লৈ ক'লে,

'ঔৰঙ্গাবাদৰ পৰা।'

"অ'।" মেনেজাৰে পাছফালে থকা সীতাৰ ফালে এবাৰ আৰু দৰবাৰীৰ ক'লা পৰি যোৱা চেহেৰাটোৰফালে চাই ক'লে,

"আপোনালোকৰ মাল-পত্ৰ ক'তা?"

"আমাৰ মাল-পত্ৰ নাই।"

"ক্ষমা কৰিব," মেনেজাৰে ক'লে, "আপোনাৰ কাৰণে কোনো ৰূম নাই।"

"কি কথা? এতিয়াতো টেলিফোনত........"

সাতাইশ নম্বৰ বেয়াৰাটোৱে এখন ট্ৰেৰ ওপৰত পাপৰ, মগু ডাইল, চৌদাৰ বটল আৰু চাহ লৈ গৈ আছিল,সি ক'লে,

"এই হোটেল ইজ্জৎ থকা মানুহৰ বাবেহে, চা'ব।"

দৰবাৰীয়ে একো ক'ব নোৱাৰিলে। যদিও সি জানে, আৰু নিশ্চয়কৈ জানে যে এই বেয়াৰৰ টিপচ্ এটকাতকৈ বেছি নহয় আৰু মাননীয় মেনেজাৰ চাহাবৰ ইজ্জৎ পাঁচ টকাৰ ওপৰত নহয়। আজি আটাইবোৰ ভাও আৰু ইজ্জতৰ জিম্মেদাৰ হৈ পৰিছে। কিন্তু যিয়েই নহওক, দৰবাৰীয়ে এটা কথা বুজিলে যে জীৱনত কিবা এটা কৰিবলৈ হ'লে মানুহ অভ্যস্ত হ'ব লাগিব। দৃষ্টিত এটা সাহস আৰু নিৰ্ভয়তাৰ প্ৰয়োজন যাতে তাৰ সমুখত বিৰোধীৰ শিষ্টতা, সাধুতা, এই সকলোবোৰ মিছা হৈ যায়। দৰবাৰীৰ মনটো কেতিয়াবা সবল, কেতিয়াবা দুৰ্বল। আজি যেন সি সাহস গোটালে।

উভতি আহোতে সি গালি পাৰি পাৰি আহিল— ইংৰাজীতে। সেইবোৰ সি হোটেলৰ কৰ্মচাৰীবোৰক শুনাই দিবলৈ বিচাৰিছিল।

"ব'লা সীতা। আকৌ কেতিয়াবা......."

দুয়ো টেক্সিত উঠি ঘৰমুৱা হ'ল।

জীৱন বিস্বাদ হৈ উঠিল। পৰাজয়ৰ এনে গ্লানিৰ অভিজ্ঞতা দৰবাৰীৰ আগতে কাহানিও হোৱা নাই। তাৰ চকুত বহুতো লোক 'হিৰো' হৈ গৈছিল আৰু বহুতো 'হিৰো' ভৰিৰ তলত বাগৰি পৰিল।

আজি তাৰ কলৈকো যোৱাৰ তাগাদা নাই। কোনো প্ৰোগাম নাই। অৱশ্যে এটা পৰিকল্পনা কাৰ্যকৰী কৰাৰ অভিপ্ৰায়ে সি সোনকালেই অফিচৰপৰা গুচি আহিছে। কিবা এটা ভাগৰ, কিবা এটা আলস্যই তাক হেঁচা মাৰি ধৰিছে।

সেই সন্ধ্যাৰ পৰাজয় আৰু অপমানৰ পাছত এক মনলৈ যি এক নিশ্চিন্ততাৰ অনুভূতি আহিছিল আচলতে সি নিশ্চিন্ততা নহয়। সি আছিল প্ৰকাশ নোপোৱা জুই একুৰা। এই কাৰণেই ডাঙৰ মানুহে বিচাৰবুদ্ধিক ইমান গুৰুত্ব দিয়ে। এনে কোনো মানুহৰ জন্ম হোৱা নাই, হলেও, আপুনি মানুহৰ সন্তানৰ দৰে তাক জোকাৰি পেলাই দিব নোৱাৰে, তাক ডিঙি চেপি মাৰিবও নোৱাৰে, কাৰণে এই দুয়োটা অৱস্থাতেই মৃত্যু আছে। এই মস্তিস্ক এটা চকুত পৰি থাকিব আৰু যেতিয়া আপুনি সম্পূৰ্ণ নিৰস্ত্ৰ হ'ব সেই সময়তে সি জাগি উঠিব— তেতিয়া আপুনি হ'ব একেবাৰে হাত-ভৰি নোহোৱা — শৰদেহক স্নান কৰোৱাৰ নিচিনা।

দৰবাৰীয়ে সেই সময়ত বাৰান্দাত বহি ডনবস্কোৰ দেৱালৰ গাতে লাগি থকা গছবোৰলৈ চাই আছিল। গছৰ ছাঁত মহল্লাৰ আমীৰী মানুহবোৰৰ গাড়ীবোৰ থৈ দিয়া আছিল। তাৰে কোনো আমীৰ হয়তো একালত মজদুৰেই আছিল— যি ঘৰৰপৰা কামলৈ আৰু কামৰপৰা চিধা ঘৰলৈ উভতি আহিছিল। আৰু ঘৈণীয়েকৰ লগত কাজিয়া কৰিছিল। তাৰে কিছুমান এনেকুৱা ডাঙৰ মানুহ যি আহোঁতে-যাওঁতে গাড়ীবোৰ ব্যভিচাৰী তিৰোতাৰ ঘৰ কৰি তুলিছিল আৰু নিজৰ ড্ৰাইভাৰক গধূলিৰপৰা গাড়ী চকচকীয়া কৰি ৰাখিবলৈ লগায় আৰু লগতে মুখ বন্ধ কৰিবলৈ পইছাও দিয়ে। সেই বেয়াৰাৰ নম্বৰ আছিল আঠাইশ।

দৰবাৰীয়ে সিদিনা হোটেলৰ ঘটনাই ওপজোৱা নিৰাশাক টানি-টুনি এখন গাড়ী লোৱাৰ আশালৈ ৰূপান্তৰিত কৰি ল'লে। কিন্তু তেনে আশাৰপৰা কি লাভ? ভাবিলেই জানো এখন চকচকীয়া গাড়ী পাই যাব পাৰি? বাপেক গিৰিধাৰীলালেতো পইছাকেইটাৰ বাহিৰে একো চিনি নাপালে। অহা জন্মতো সাপ হৈ টকাৰ চন্দুক পহৰা দি থাকিব।

চালেহ ভাই ওৰফে চৰদাৰীলাল নিজৰ ল'ৰা-তিৰোতা লৈ ঘৰলৈ উভতি গ'ল। ঘৰত সন্তানহীনা নবৌৱেক থাকিল। সন্তান নোহোৱাৰ বাবে কেতিয়াবা বৌয়েকে ককায়েকক আৰু কেতিয়াবা ককায়েকে বৌয়েকক দোষ দিয়ে। ইটোৱে সিটোক ডাক্তৰৰ ওচৰলৈ যাবলৈ কুটুৰি থাকে— অজাত সন্তানক কোলাই-পিঠিয়ে লোৱাৰ কল্পনা কৰি।

ঘৰতে থাকি দৰবাৰী একেবাৰে বিৰক্ত হৈ গৈছিল। সি জানে যে অলপ সময় ঘৰত থাকিলেই মাকে বিয়াৰ কথা উলিয়ায়। কিন্তু সি বিয়া কৰাব এতিয়া নোখোজে। মাকে তাৰ কথা অকণো ভাবি নাচায়। কেইদিনমান জীৱনটোত হাঁহি-মাতি ল'চোন! আৰু এদিন নহয় এদিনতো সকলোৰে বিয়া হবই।

কাৰ লগত বিয়া? সীতাৰ কথাই চাঁৎকৈ মনলৈ আহিল। সীতা নিশ্চয় ভাল ছোৱালী। কিন্তু তাই বিয়াৰ বাছনিত উঠা নাই। তাই বৰ লাজকুৰীয়া আৰু অলপতে মৰহি যোৱা ছোৱালী। প্ৰেম কৰিবলৈ বেয়া নহয়। কিন্তু ঘৈণী? ঘৈণী হবলৈ আৰু অলপ বেলেগ ধৰণৰ হ'ব লাগে। অলপতো চটফটীয়া হ'ব লাগে— ইফালে-সিফালে চুলুঙালি কৰিব খোজা, যাতে পুৰুষে তাইৰ কাণত ধৰি ক'ব পাৰে— "বিধবাৰ বেটি, আকৌ লৰক-ফৰক? এনেকৈ পুৰুষৰ গাত ঢলি পৰিছে যেন তাইৰ স্বামী নহয় বাপেক!" আৰু মই কি কেৱল ভাড়া আদায় কৰি ফুৰিম?

অৱশ্যে প্ৰেম কৰিবলৈ সীতাতকৈ আৰু ভাল কোনো হ'ব নোৱাৰে। দৈহিক সৌন্দৰ্য্য অনিন্দ্য। তেনেতে মিস্ত্ৰী আৰু বব্বলক দেখা গ'ল।

মিস্ত্ৰীয়ে দূৰৰপৰাই 'বাবুজী'ৰ ফালে আঙুলিয়াই দিলত বব্বলে গুঁ....গুঁ- গা-গা কৰি হাত-ভৰি আছাৰিবলৈ ধৰিলে। বব্বলৰ ছটফটনিত মিস্ত্ৰীয়ে তাক চম্ভালাই টান হৈ পৰিল।

আজি বব্বলৰ গাত দেবাঙ্গভূষণৰ সলনি মানুহৰ সাজ। এটা মলিয়ন বনিয়ন। অৱশ্যে তলৰফালে সেই একে দেবাঙ্গভূষণ।

ওচৰলৈ আহি ৰোৱাৰ লগে লগে সি হাতদুখন মেলি দিলে। "মই ইয়াৰ কাৰণে কুৰমুৰা লৈ আহোঁ ৰ", বুলি ভিতৰলৈ গৈ উভতি আহে মানে সি উত্ৰাৱল হ'ল।

দৰবাৰীয়ে কুৰমুৰালৈ বাহিৰলৈ ওলাই আহিল। সি ভাবিলে, মিস্ত্ৰী এজনী তিৰোতা আৰু বব্বল তাইৰ ল'ৰা। আৰু ইহঁত ইমান পবিত্ৰ! দুখীয়া মানুহৰো বাপেক থাকে। কিন্তু সি মানুহক দেখুৱাবলৈহে।

তেতিয়া দৰবাৰীৰ চিন্তাই দ্ৰুতগতিত কাম কৰিছিল। তাৰ মনত এটা কথা খেলালে আৰু ঘূৰিপকি সেই একেটা চিন্তালৈকে মনটো আহিবলৈ ধৰিলে। তাৰ সমুখৰ পৰ্দা এখন যেন লাহে লাহে আঁতৰিবলৈ ধৰিছে। দৰবাৰীয়ে আজি বব্বলক কুৰমুৰা দিয়াৰ এটা উদ্দেশ্য আছিল। আজি দৰবাৰীয়ে বব্বলক কোচত ল'ব নোৱাৰিলে। তাৰ সংকোচ হ'ল। কিন্তু বব্বল —সি যেন এটা ৰবৰৰ বল, দেৱালত খুন্দা খাই আকৌ উভতি আহে। আজি তাক যে আৰু কুৰমুৰা নালাগে সেইটো নহয়। তাক কুৰমুৰা ভজাও লাগে আকাশৰ তৰাও লাগে। বব্বল আচৰিত হৈ গৈছিল— আজি তাক বাবুৱে কোঁচত লোৱা নাই কেলেই?

"আজি তোমাৰ কিমান পইছা কামাই হ'ল মিস্ত্ৰী?" দৰবাৰীয়ে যেন কিছু লাজ লাজ ভাৱেৰে সুধিলে।

"এ চৈধ্য অনা।"

"কিয়, কেৱল চৈধ্য অনা কেলেই?"

"আজি মোৰ মৰদ নাগপাড়েলৈ গৈছিল,"

মিস্ত্ৰীয়ে অসংকোচে ক'লে।

"তোৰ মৰদ?" দৰবাৰীয়ে আচৰিত হৈ সুধিলে। "তই আকৌ এটা মানুহ গোটালি নেকি?"

মিস্ত্ৰীয়ে হাঁহি বব্বলক দুয়ো হাতেৰে ধৰি দৰবাৰীলালৰ ফালে দাঙি ক'লে,

"মোৰ মৰদ এইটো— মোৰ ধন-ঘটোতাঁ। আজি নাগপাড়েৰপৰা মোৰ মাহী এজনী আহিছিল। তায়ে ইয়াক লৈ গৈছিল। এই বনিয়নটো দিছে। সি পিছে পিন্ধিবই নোখোজে। যেনেকৈহে কান্ধ জোকাৰিবলৈ ধৰিছিল যেন গোটেই সংসাৰৰ বোজাটোহে তাৰ কান্ধত তুলি দিছে।"

দৰবাৰীয়ে বুজি পাই হাঁহিবলৈ ধৰিলে। এতিয়ালৈকে সি বব্বলক লোৱাই নাই আৰু বব্বলেও কুৰমুৰা শেষ হোৱাত মহা গোলমাল লগাই দিছে।

মিস্ত্রীয়ে ক'লে, "নাঙঠ হৈ থকা অভ্যাস হৈ গ'লে ডাঙৰ হলে কি কৰিবি?"

"তাক এনেকৈয়ে ভাল লাগে মিস্ত্রী।"

বব্বলে যেন কৈছে, মিছা কথা। ভাল লাগে যদি মোক লোৱা নাই কেলেই? সি এইবাৰ ভালকৈয়ে চিঞৰ-বাখৰ লগাবলৈ ধৰিলে।

"বব্বল থকা হলে তই আজি কিমান পালিহেঁতেন?" দৰবাৰীয়ে সুধিলে। বব্বলক কোঁচৰপৰা নমাই দি মিস্ত্রীয়ে ক'লে, "ই থকা হলে তিনিটকামান পালোহেঁতেন।"

দৰবাৰীয়ে নিজৰ জেপৰপৰা দহটকীয়া নোট এখন উলিয়াই মিস্ত্রীৰফালে আগবঢ়াই দিলে।

"এয়া কি বাবুজী?" কথাটো কৈয়ে তাইৰ মুখ ৰঙা পৰিল।

"তই লচোন বাৰু," ইফালে-সিফালে চাই দৰবাৰীয়ে ক'লে, "বেগতে ল কোনোবাই দেখিব আক'।"

মিস্ত্রীয়ে ইফালে-সিফালে চালে। তাইৰ মুখ তেতিয়াও ৰঙা পৰি আছিল। চাৰিওফালে চাই দহটকীয়া নোটখন থৈ কঁকালত খুচি থলে।

তাই একো বুজিব পৰা নাই। কি ক'ব সি বাৰু? কিন্তু দৰবাৰীৰ কথা শুনি তাইৰ মুখ ক'লা পৰি গ'ল।

"তইতো জানই মিস্ত্রী, মই ইয়াক কিমান মৰম কৰোঁ। তই ইয়াক এদিনৰ কাৰণে মোক দি দে।"

মিস্ত্রীয়ে একো বুজিব নোৱাৰিলে।

দৰবাৰীয়ে ক'লে, "মই ইয়াক বুকুত সাৱটি থাকিম। মাকৰ দৰে। তোৰ দৰে। ইয়াক মোৰ ইমান ভাল লাগে যে...... ইমান ভাল লাগে!" দৰবাৰীয়ে হাত মেলি তাক কোলাত ল'লে।

বব্বল ফূৰ্ত্তিতে উত্ৰাৱল হৈ পৰিল। দৰবাৰীৰ কাষলৈ আহি সি কুৰমুৰাৰ বাবে ডিঙিটো ইফালে-সিফালে ঘূৰাবলৈ ধৰিলে। যিদৰে বাটত যাওঁতে মূৰটো ইফালে-সিফালে লৰাই লৰাই যায়। দৰবাৰীয়ে তাৰ মুখত এমুঠি কুৰমুৰা ভৰাই দিলেই সি হাত মেলি মাকৰ ওচৰলৈ যাবলৈ তত হেৰুৱাই, আজি পিছে দৰবাৰীৰ বাহুৰ মাজত সোমাই দুষ্টালি কৰিবলৈ আৰম্ভ কৰি দিলে। আকাৰে-ইংগিতেৰে এবাৰ দেখুৱায় 'এৰি দিয়াঁ', এবাৰ 'মাটিত নমাই দিয়াঁ', এবাৰ 'কান্ধত তুলি লোৱাঁ'— মাজে মাজে আকৌ মাকৰফালে চায়। হাঁহেও। কিন্তু মুখ দৰবাৰীৰফালে। সি মাকক এৰিলেই যিদৰে আনদিনা দৰবাৰীক এৰে।

মিস্ত্রী তেতিয়ালৈকে হতভম্ব হৈ থিয় দি আছে। আৰু এক অবিশ্বাসৰ ভাৱেৰে বাপেক পুতেক যেন লগা দুয়োলৈকে চাই আছে।

"আপোনাৰ কানি-কাপোৰ লেতেৰা কৰি দিব।"

"পিছে কি হ'ল?" দৰবাৰীয়ে ক'লে, "লৰা-ছোৱালীৰ সকলোবোৰেই অমৃততুল্য।"

মিস্ত্রীৰ চকু তললৈ নামিল। আগতে তাই ভাবিছিল বহুত বস্তুৱেই তাইৰ কাৰণে দুৰ্লভ।

কিছুকালৰ কাৰণে মৰদক পাইছে। তাই এতিয়া ভাবিলে তাইৰ কেঁচুৱাৰ বাপেক পোৱা গৈছে, প্ৰথমটোতকৈ দ্বিতীয়টো বহুত ডাঙৰ।

"মই তাক খুৱাম, মিস্ত্ৰী"— দৰবাৰীয়ে কথা দিলে— "তুমি ৰাতি দহমান বজাত ইয়াক লৈ যাবাহি।"

"বাৰু," মিস্ত্ৰীয়ে মূৰ দুপিয়ালে।

মিস্ত্ৰীয়ে যাব খুজি আকৌ অলপ ৰ'ল। মুখ ঘুৰাই ল'ৰাটোৰফালে চালে। সি দৰবাৰীৰ হাতৰ মুঠি খুলিবলৈ চেষ্টা কৰি খুলিব নোৱাৰি চিঞৰিছে। মিস্ত্ৰীয়ে তাক মাতিলেও। বব্বলে ঘুৰিও চোৱা নাই। বাপেকৰ ধান্দাতো নায়েই, মাকৰো নাই।

মিস্ত্ৰী গ'লগৈ। কিন্তু তাইৰ হৃদয় তাতেই ৰৈ গৈছিল। আকৌ ৰৈ তালৈ চালে আৰু বব্বলে আমনি নকৰে বুলি বুজি গ'লগৈ। কিছুদূৰ গৈ তাই পেটিকোটৰ খোচনাৰ পৰা দহটকীয়া নোটখন উলিয়াই লৈ সেইখনৰফালে তিৰোতাই গিৰিয়েকৰফালে চোৱাদি চালে।

দৰবাৰীয়ে বব্বলকলৈ ভিতৰলৈ সোমাই আহিল। বব্বলৰ কোঠাটোৰ বহুত বস্তুৱেই ভাল লাগি গ'ল। আটাইবোৰ বস্তুৱেই তাৰ কাৰণে নতুন। আটাইবোৰ বস্তুকে সি মুখ দি নতুনৰ সোৱাদ লববলৈ বিচাৰিছে—এনে সোৱাদ যাৰ কোনো সীমা নাই। মাক ভিতৰলৈ সোমাই আহি দৰবাৰীৰ লগত সৰু ল'ৰাটো দেখি আচৰিত হ'ল। নাকত আঙুলি দি ক'লে, "হায় ৰাম! এইটো কোন?"

"বব্বল মা,মিস্ত্ৰীৰ ল'ৰা"— দৰবাৰীয়ে ক'লে। "মোৰ বৰ মৰম লাগে ইয়াক।"

"তাৰ মাকজনী গ'ল কলৈ?"

"গলগৈ। মই অলপ সময় ধেমালি কৰিবলৈ ৰাখি থলোঁ। এবাৰ জন্ম দিয়াৰ পাছত আৰু মাকৰ কি কাম!"

—দৰবাৰীয়ে মাকলৈ চাই ক'লে।

"যা, যা, ছয়-আঁঠমহীয়া নোহোৱালৈকে মাকৰ দৰকাৰ হ'বই। তাৰ পিছতহে নিজে নিজে ডাঙৰ হ'বগৈ পাৰে।" মাকে ক'লে।

দৰবাৰীয়ে ক'লে, "মই এতিয়া ইয়াক পোদ্দাৰ কলেজৰ সমুখৰ ময়দানলৈ লৈ যাওঁ। জগমোহনৰ কিতাপ এখনো ঘূৰাই দিবগৈ লাগে। তুমি অলপ ইয়াক ধৰাচোন।"

মাকে জেক্‌জেকাই উঠিল, "ছিঃ ছিঃ — ইমান লেতেৰা! "হাত জোকাৰি জোকাৰি ক'লে, "ওঁহো মইতো ইয়াক ছুব নোৱাৰোঁ।"

তেনেতে বৌৱেক আহি ওলালহি। তেওঁ ক'লে, "ইমানেই যদি ল'ৰাৰ লগত খেলাৰ চখ, বিয়াখনকে কৰাই নোলোৱা কিয়?"

দৰবাৰীয়েও বৌয়েকৰ কথাৰ সুৰতে ক'লে, "নাই মোৰ লোকৰ ল'ৰালৈয়ে ভাল লাগে।"

বৌৱেকে হুমুনিয়াহ পেলাই ক'লে, "ভগৱানে নিদিলে কোনে কি কৰিব?"

দৰবাৰীয়ে বব্বলক নমাই তলৰ কাৰ্পেটখনৰ ওপৰতে বহুৱাই দিলে। দৰবাৰী ভিতৰলৈ

সোমাই গ'ল। জৰ্মান চিলভাৰৰ চামুচ এখনৰ ওপৰত বব্বলৰ চকু। সি চামুচখন মুখত লৈ চুপিবলৈ ধৰিলে।

হঠাৎ তাৰ নিজকে বৰ অকলশৰীয়া যেন লাগিল। সি হাতদুখন প্ৰথমতে মাকৰফালে পাছত বৌয়েকৰফালে আগুৱাই দিলে। মাকে ছিঃ ছিঃ বুলি ভিতৰলৈ সোমাই গ'ল। বৌয়েক এক মুহূৰ্ত্তলৈ থমকি ৰ'ল। কিন্তু কিবা এটা ভাৱে মনটো উতলা কৰি দিলে আৰু তেওঁ ঘপ্‌কৈ উঠি বব্বলক কোলাত তুলি ল'লে। তাক বুকুত সাৱটি লৈ দুলিবলৈ ধৰিলে— এক অপাৰ সুখ আৰু শান্তিৰ দোলনিতহে যেন দুলিছে। বব্বলক আৰু তেওঁৰ লেতেৰা যেন লগা নাই। কল্পনাতে তেওঁ বব্বলক এজনী ভিক্ষাৰিণীৰ ল'ৰাৰ পৰা ৰাণীৰ কোৱঁৰলৈ ৰূপান্তৰিত কৰিলে। আৰু মনতে তালৈ শ-শ পাট আৰু কপাহী কাপোৰৰ চোলা সীবলৈ ধৰিলে। ....... ই ইমান ধুনীয়া! ইয়ালৈ ছোৱালীৰ পোচাক তৈয়াৰ কৰিম।........

ভিতৰলৈ গৈ দৰবাৰীয়ে এটা চুটকেছ উলিয়াই ল'লে। কেইটামান কাপোৰ ভৰাই ওপৰত কিতাপ দুখনমানো থ'লে। ধপ্‌কৈ বাকচ বন্ধ কৰি বহা-কোঠালৈ লৈ গ'ল। বব্বলে তেতিয়া সচৰাচৰ কৰাৰ দৰে বৌয়েকৰ কোলাত উঠি বুকুত মূৰ গুজি আছে। দৰবাৰীক দেখি তালৈ চাবলৈ ধৰিলে। তাৰপিছত কিবা ভাবি দৰবাৰীৰফালে গাটো হলাই দিলে। দৰবাৰীয়ে এহাতেৰে তাক টানি কোলাত তুলি ল'লে। আনহাতেৰে তাক চুটকেছটো লৈ বৌয়েকক মাত লগাই গুছি গ'ল।

দাদাৰলৈ গৈ ৰেডিমেড কাপোৰৰ দোকান এখনত সোমাই দৰবাৰীয়ে বব্বলৰ বাবে এটা কামিজ কিনিলে লগতে এটা জাঙিয়াও। কামিজটো যেনিবা যেনেতেনে পিন্ধোৱা হ'ল, কিন্তু জাঙিয়াটো পিন্ধাবলৈ লওঁতেহে কন্দাকটা হুলস্থূল লাগি গ'ল। হাত-ভৰি আচাৰিবলৈ ধৰিলে। দৰবাৰীয়ে এখন হাতত ধৰে যদি সিহাতেদি ঘুৰি যায়। মুখ তুলি দৰবাৰীৰফালে এক আশ্চৰ্য্য দৃষ্টিত চাই থাকে। সেই চাৱনিয়ে যেন কয়—

অদ্ভুত মানুহ! এটা ল'ৰাকো ধৰিব নোৱাৰে!

হঠাৎ বিজুলী-চাকি জ্বলি উঠাত তাৰ চকু সেইফালে গ'ল। তাৰপিছত চলি থকা টেবুল ফেনখনৰ ফালে চোঁচা লওঁতেই দৰবাৰীয়ে থাপ্ মাৰি নধৰাহেঁতেন বাছাধনৰ আঙুলি কেইটা উৰিয়ে গ'লহেঁতেন। হঠাৎ থাপ্ মাৰি ধৰাত সি কান্দিবলৈ ধৰিলে। দৰবাৰীলৈ, এবাৰ দোকানীজনলৈ চাই হাত দাঙি দেখুৱালে যেন ক'ব খুজিছে— এওঁ মোক মাৰিছে।

টেক্সিত বহি বব্বলক খং উঠা যেন লাগিল। আচলতে সেই জাঙিয়াটোৱে তাক অসুবিধাত পেলাইছে। 'জীৱনত' সি এইবোৰ গাত সুমুৱাই পোৱা নাই। দৰবাৰীয়ে তাক চীটৰ ওপৰত বহুৱাই দিয়াৰ চেষ্টা কৰিলে কিন্তু সি একোতেই নবহে। দৰবাৰীক বেছি জোৰেৰেহে সাৱটি ধৰিলে। তাৰ ভাৱটো— তুমি চীটৰ ওপৰত বহাঁ, মই তোমাৰ ওপৰত বহিম, নহলে মোক লৈ ব'লা বজাৰলৈ য'ত মানুহ অহা-যোৱা কৰি আছে। তাৰপাছত এপাকত সি টানি-আঁজুৰি জাঙিয়াটো খুলি পেলালে। তেতিয়াহে সি শান্তি পালে। এক অদ্ভুত ধৰণৰ স্বাধীনতা লাভ কৰি তেতিয়া সি খিৰিকীৰ মুখত থিয় হৈ বাহিৰৰ জগতখন চাবলৈ ধৰিলে।

দৰবাৰী যেতিয়া সীতাৰ ঘৰ পালেগৈ তেতিয়া তাই ঘৰত নাছিল। দৰবাৰীয়ে মনে মনে কপাল চপৰিয়ালে। মাকে ক'লে, তাই প্ৰভাদেবীলৈ কুমুদক লগ পাবলৈ গৈছে। প্ৰভাদেবী এলেকা তাৰপৰা বেছি দূৰত নহয় কিন্তু সি কুমুদৰ ঘৰ কেনেকৈ চিনি পাব? সুধিলে মাকে ক'ব, কি কাম আছে? গতিকে মনে মনে অপেক্ষা কৰাই ভাল।

তাতো মস্কিল। মাকে দুখৰ কথা কৈ যাবলৈ ধৰিলে, আগতে ম্যেলত যে আছিল সিন্ধী মানুহঘৰ— সি 'নোষ্ট' দি দিছে। নটিছতো দিছে, পিছে সি এতিয়া কি কৰিব? এতিয়াতো ভাগ্যই তাক নটীছ দি দিছে। অলপপৰ বহি থাকি দৰবাৰীয়ে মাকৰ আজে-বাজে কথাবোৰ শুনি থাকিবলৈ ধৰিলে। বব্বলক তাৰ ভাগিনীয়েক বুলি কৈ থ'লে। ইমান মৰম লগা লোদোৰ-পোদাৰ ল'ৰাটো, কিন্তু মাকৰ তালৈ কোনো আগ্ৰহ নাই! তেওঁ মাত্ৰ এবাৰহে মাত দিলে "কি অ'!" বব্বলেও তাৰ নিজৰ ভাষাত উত্তৰ দিলে "কি অ'! মাকে কিন্তু আৰু কথা আগনবঢ়ালে। বব্বলে মাকৰ ভাষা বুজি পাইছে কিন্তু বুঢ়ীয়ে বব্বলৰ ভাষা পাহৰি গ'ল। তেওঁ আকৌ নিজৰ পেনপেননি আৰম্ভ কৰিলে, "কমিটিয়ে কৈছে বছৰি ইমান টকাৰ মেৰামতি কৰিব লাগিব। এতিয়া ৰুটীয়ে খোৱানে মেৰামতিয়ে কৰা! কত কি আইন পাছ হৈছে। কংগ্ৰেছ চৰকাৰে চব ডুবাব যেন পাইছোঁ। অষ্টগ্ৰহ-সন্মিলনত বা আকৌ কি হয়?...... মইতো 'জগাধৰী'লৈহে যাম এতিয়া ....... তুমি কেতিয়া বিয়াখন পাতাঁ?"

কিছুপৰৰ পাছত বুঢ়ীৰ আমনি লাগিল। ক'লে, "জানো, সীতা আহে নে নাহে। তুমি টেক্সিলৈ আহিছা নহয়। মোক 'মাহিম'ৰ ওচৰতে নমাই দিবাগৈচোন।........"

"মই 'মাহিম'ৰ ফালেতো নাযাওঁ, মা।"

"কোনফালে যাবা?"

"চহৰৰফালে।"

"ঠিক আছে তেন্তে, "মাকে ক'লে, "তাতো ৰেলৰ ওচৰত মোৰ কাম আছে... হিন্দোল আহিছে, অলপ আঁচুসূতা কিনিব লাগে...... জানা নহয়....."

দৰবাৰীয়ে একো নামাতিলে। বব্বলৰ ইতিমধ্যে আমনি লাগিছিলেই। তাৰ উপৰি বাহিৰত টেক্সি ৰৈ আছে— মীটাৰ বাঢ়ি গৈছে। মুখেৰে একো কোৱা নাই যদিও মনতে মূৰ আফালিছে। ক'লে,—

"বলক মা, আপোনাক পাৰেলত নমাই দিম। বাটতে কুমুদৰ ঘৰ পৰে নহয় —"

"অঁ, "মাকে উঠি ক'লে, "জুই লাগক বোম্বাইৰ বজাৰত — বিশবাৰ গ'লো বিশবাৰেই ভুল কৰিলো—"

"ব'লক একৈশবাৰতো ভুল কৰিব।"

"পিছে তুমি সীতাক কলৈ নিব খুজিছা?"

"বাইদেউৰ তালৈ......কৈছো নহয়......"

"শুনিছোঁ তেওঁ হেনো মুছলমান হৈছে?"

"কি কথা কৈছে আপুনি মা?" দৰবাৰীয়ে যেন এটা খহিবলৈ ধৰা পাহাৰহে ধৰি

ৰাখিলে, "সতবন্তী নাৰ মুছলমানৰ নাম হ'ব পাৰে জানো?"

মাকে আৰু কিবা সুধি ব্যতিব্যস্ত কৰাৰ আগতেই সীতা আহি পালেহি— বসন্তৰ আৱেশৰ দৰে আঁচলত এবোজা ফুল-পাত লৈ। এটা ধোৱাঁ বৰণীয়া ব্লাউজৰ লগত মিলি যোৱাকৈ এখন পাতল ধোঁৱা বৰণীয়া হেণ্ডলুমৰ শাৰীৰে সৈতে তাইক বঢ়িয়া দেখিছিল। সোমোৱাৰ লগে লগে তাই যেন কেঠাটোৰ ভিতৰলৈ এজাক মুক্তিৰ বতাহ লৈ আহিল। তাই নিজে এটা বসন্তৰ আবেশ হৈ আহিলেও, দৰবাৰীৰ কাৰণে এতিয়া গছ-লঠঙা কৰা শীতহে। তাৰ মনৰ ফলবোৰ এটা এটাকৈ শুকাই সৰি পৰিবলৈ ধৰিছে আৰু তাৰে কিছুমান ধূলিৰ বতাহৰ লগত উৰিবলৈ ধৰিছে। যিখিনি ডালত ৰৈ গৈছে সি কেৱল বেজাৰ দিবলৈহে।

সীতাই সোমায়ে বব্বলৰ ওপৰত চকু পৰাত চকু ডাঙৰ-ডাঙৰকৈ সুধিলে, 'এইটো কাৰ ল'ৰা?" আৰু একেজাপে তাৰ ওচৰলৈ আহিল, "ইছ্..... ইমান মৰম লগা....... বব্বল

"অঁ, বব্বল ইয়াৰ নাম। তুমি কেনেকৈ জানিলা?" দৰবাৰীয়ে সুধিলে।

"মই কি জানো!" সীতাই হাত চাপৰি দি বব্বলক ওচৰলৈ আনিলে। "মুখ দেখিলেই চব ল'ৰা-ছোৱালীৰ নাম জানিব পাৰি। তুমি নোৱাৰাঁ।"

বব্বলে প্ৰথমতে আচৰিত হৈ সীতাৰ মুখলৈ চালে। তাৰপাছত হাঁহি দিলে। আৰু বহুত দিনৰ চিনাকিৰ দৰে হাত দুখন মেলি দিলে। সীতাই তাক কোলাত তুলি ললে। সকলো তিৰোতাৰ দৰে অলপ হাউলি বুকুত সাৱটি ল'লে। সৰু আলমাৰী এটালৈ চকুত পৰাত, তাৰ ভিতৰত থকা সৰু টুকুৰি এটালৈ আঙুলিয়াই উঁ উঁ কৈ চিঞৰিবলৈ ধৰিলে— ক'ব খুজিছে— "তাত কি আছে মোলৈ?'

দৰবাৰীৰ চকুলৈ চালে। তাৰপাছত আকৌ সীতাৰ চকুলৈ চাই ৰৈ গ'ল। দৰবাৰীয়ে কিবা কওঁ-কওঁ বুলি অস্থিৰ হৈ আছিল। ক'লে, "এঘণ্টামান তোমালৈ বাট চাই আছোঁ। বাইদেউৱে তোমাক মাতি পঠিয়াইছে।"

সীতাই মাকলৈ, চালে 'মা?'

"বাৰু যা"— মাকে অনুমতি দিলে।

"ৰবা, মই ইয়াৰ কাৰণে অলপ বিস্কুট —"

দৰবাৰীয়ে অধৈৰ্য্য হৈ বাধা দি ক'লে,......

"নালাগে দিয়াঁ। তুমি ব'লা এতিয়া। মোৰ বৰ দেৰী হৈ গৈছে।......" সীতাই বব্বলৰ গালত ঠোকৰ এটা দি "লোদোৰ-পোদোৰ বব্বল ঐ" বুলি ভিতৰলৈ সোমাই গ'ল। সেই সাজেৰেই তাই ওলাই আহিল। বাহিৰৰ টেক্সিখন দেখুৱাই ক'লে, "এইখনত যাম?"

দৰবাৰীয়ে মূৰ জোকাৰিলে। বিৰক্ত হৈ থকা টেক্সি ড্ৰাইভাৰটো এইবাৰ উৎফুল্লিত হৈ উঠিল। পাছফালে ঘুৰি সি টেক্সিৰ দুৱাৰ খুলি দিলে। বব্বল, সীতা আৰু দৰবাৰী বহিলগৈ। চুটকেছটোত চকু পৰাত সীতাৰ মুখত এটা আশ্চৰ্য্যৰ ভাৱ বিয়পি পৰিল। "চুটকেছ?"

"অঁ।"

"বাইদেউৰ তালৈ গৈছাতো?"

"ক'ৰবালৈ যাম আৰু! তোমাৰ তাতে কি?" তাৰপাছত সীতাৰ ফালে অভিমানৰ চাৱনিৰে চাই ক'লে, "তুমি কোৱা নাছিলা জানো য'লৈকে নিয়া তালৈকে যাম বুলি?"

সীতাৰ যেন কিবা কথা মনত পৰিল। দৰবাৰীৰ মনৰ আনন্দ...... চুটকেছ...... ল'ৰা এটা....... তাই ভয় খোৱাৰ দৰে হৈ বব্বলক ছীটৰ ওপৰত বহুৱাই দিলে আৰু মুখ ওফোন্দাই ক'লে, "অঁ, কৈছিলোতো!"

সীতাই এক অদ্ভুত দৃষ্টিৰে দৰবাৰীলৈ চালে। তাই নিজকে ধিক্কাৰ দিলে। শাৰীৰ আঁচলেৰে নিজৰ ৰঙা পৰা মুখখন মছিলে। দৰবাৰীয়ে মাদকতা ভৰা দৃষ্টিৰে সীতালৈ চাই ক'লে, "সীতা তুমি আকৌ সিদিনাৰ নিচিনা কৰিছা!"

সীতাই ভয় খাই গ'ল।" —নাই, নাই কৰাতো!"

টেক্সি হাজী আলিয়েদি গৈ আছে। আজি সমুদ্ৰৰ ৰং মৌচুমী বতৰৰ আগমণিৰ দৰে। ঘোলা, কুঁৱলীভৰা....... লেতেৰা....... বোধহয় দূৰত ক'ৰবাত বৰষুণ দিছেই। অগণন লেতেৰা নলা আৰু নদীৰ পানী আহি সাগৰত পৰিছেহি।

আকৌ সেই যাত্ৰা। তাড়দেবী, অপেৰা হাউচ, মহাত্মা গান্ধী ৰোড, ফ্লোৰা ফাউণ্টেইন— আৰু এটা হটেল। এই সিদিনাৰ হটেলটো নহয়।

সমুখত এটা বেয়াৰা থিয় দি আছিল। দৰবাৰী, সীতা আৰু বব্বলক দেখি সি আগবাঢ়ি আহিল। বৰ আথেবেথে, সন্মান দেখুৱাই টেক্সিৰ দুৱাৰ খুলি দিলে। দৰবাৰী নামিল। টেক্সিৱালাক পইছা দি বেয়াৰাক চুটকেছটো নমাবলৈ ইংগিত দিলে। সীতা নামিল। তাইৰ চকু ঢুলঢুলীয়া প্ৰায়। বব্বলক দাঙি লবলৈ তাইৰ অলপ সংকোচ হ'ল।

"লোৱাঁ না ......" দৰবাৰীয়ে বব্বলৰ ফালে দেখুৱাই সীতাক ক'লে, "লৰা-ছোৱালীক সদায় তিৰোতামানুহে ল'ব লাগে।"

সীতাই প্ৰায় অবশভাৱে বব্বলৰফালে চালে। তাইৰ তাক লবলৈ অকনো মন যোৱা নাছিল। কিন্তু দৰবাৰী আৰু তাৰ খং উঠে বুলি বব্বলক তাই দাঙি ল'লে যদিও তাৰ প্ৰতি তাইৰ মৰম নিঃশেষ হৈ গ'ল। তাই থেৰো-গেৰোকৈ অনিচ্ছাৰে যাবলৈ ধৰিলে।

হোটেল ওপৰত। দৰবাৰীয়ে 'কোঠা খালি আছেনে' বুলিও সোধা নাই..... প্ৰয়োজনো নাই। তাৰ দৃষ্টিত এতিয়া যি কোনো মানুহৰ দৰে নিৰ্ভীক ভাৱ— সেইদেখি সোধা-মেলাৰ কোনো দৰকাৰেই নহল।

সীতাই দেখিলে চিৰিৰ ওপৰত যেন কোনোবাই তেল আৰু ঘিউ 'ড্ৰাম কে ড্ৰাম' ঢালি দিছে। ওপৰলৈ উঠা চিৰিৰ ৰেলিংদাল কত মানুহৰ হাতৰ স্পৰ্শত একেবাৰে লেতেৰা হৈ গৈছে। গোটেই পৰিবেশটোতেই কিবা আঁহীয়া-আঁহীয়া গোন্ধ। ৰেলিংদালত হাত নলগোৱাকৈ সীতা দৰবাৰীৰ পাছে পাছে উঠি গ'ল।

সিহঁত তিনিওকে দেখি মেনেজাৰ চাহাবৰো চেহেৰাত এক অদ্ভুত পবিত্ৰতাৰ ৰেশ লাগিল। তেওঁ লৰালৰিকৈ কাউণ্টাৰৰপৰা ওলাই দুয়োখন হাত কৰ্কাঁলৰ সমান্তৰাল কৰি ক'লে, "ৱেলকাম ছাৰ......"। আজি দৰবাৰী আৰু সীতাৰ বাবে সকলো কোঠাৰে দুৱাৰ মুকলি।

দৰবাৰীয়ে মেনেজাৰক ক'লে,

"আজি বিল্লীমোৰাৰ পৰা আহিছো, অলপ সময় থাকিম। ৰাতি এঘাৰ বজাৰ পাঞ্জাৱ মেইলত আগ্ৰালৈ যাম। তাত নিজৰ প্ৰেমৰ পাত্ৰী মমতাজৰ কাৰণে শাহজাহানে যি তাজমহল সাজি থৈছে তাক চাম। আচল কথা, মমতাজৰ প্ৰতি তেওঁৰ ইমান প্ৰেম নাছিল, যিমান আছিল প্ৰয়োজন— তেওঁ ষোল নে ওঠৰটা সন্তানৰ জন্ম দিছিল। তাৰে প্ৰতিদানত এয়া—" এইবোৰ বকলা মেলাৰ কোনো প্ৰয়োজন নাছিল। মেনেজাৰে কথাই কথাই 'চাৰ', 'চাৰ' কৰিবলৈ ধৰিলে। দৰকাৰ মতে হাঁহিছেও। দৰকাৰতকৈ বেছিও হাঁহিছে। মূৰো জোকাৰিছে...... চাপৰি চাপৰি আদাবো জনাইছে।

ৰেজিষ্টাৰ বহীত চহী কৰি উঠি কোঠালৈ গৈ দৰবাৰীয়ে দেখে যে বন্ধলৰ হাতত বিস্কুট।

"কোনে দিলে?"

"বেয়াৰাই", সীতাই ক'লে।

"আৰু সেয়া? আইচক্ৰীম?"

"ওচৰৰ কোঠাৰ এজন ভদ্ৰলোকে দি গৈছে।"

বেয়াৰাই বন্ধলৰ কাৰণে এগিলাচ গাখীৰ লৈ আহিল। তাৰ যেন বহুতদিন কোনো কাম নাছিল আৰু আজি হঠাতে কাম পাই গ'ল— সি এনেকুৱা ৰোজগাৰৰ বাট পালে যি কেতিয়াও যেন শেষ নহব। তাৰ সমুখত 'টিপ্‌চ'ৰ অফুৰন্ত উৎস। সি গাখীৰখিনি লৈ তাতে এনেদৰে থিয় দি থাকিল যেন নাযাবই।

"বাৰু বেয়াৰা," দৰবাৰীয়ে ৰুক্ষভাৱেই তাক ক'লে, "আমি বৰ ভাগৰত আহিছো। এতিয়া অলপ আৰাম কৰিম।"

"হয়, ....... দৰকাৰ হলে......." বেয়াৰাই ক'লে।

দৰবাৰীয়ে ধুমকৈ দুৱাৰখন বন্ধ কৰি দিলে আৰু ভিতৰৰপৰা ছিট্‌কিনি লগাই দিলে। তাৰ সঁচাকৈয়ে ভাগৰ লাগিছে। সি দীঘলকৈ উশাহ লৈ বিছনাত বহিলগৈ। সীতাই বন্ধলক গাখীৰখিনি খুৱাই থকাটো তাৰ দেখি ভাল লাগিছিল। পিছে তাইক একো কবও নোৱাৰিলে। ক'লেও ভাল নালাগিব।

বন্ধলে হঠাৎ হাতখন মাৰি দিয়াত গাখীৰৰ গিলাচটো পৰি গ'ল—

"যা, বজ্জাত ক'ৰবাৰ" কৈ সীতাই ৰুমালেৰে তাৰ মুখখন মচি দিলে। আৰু ঝাড়নখন লৈ কাৰ্পেট চাফা কৰিবলৈ লাগিল। বন্ধল সীতাৰ গাতে লাগি থিয় দি থাকিল।

সীতাৰ ভিতৰখন থক্‌থক্‌কৈ কঁপি আছিল। দৰবাৰীৰ চকুতো যেন অলপ লজ্জিত দৃষ্টি।

"এইটো হোটেল মুঠেই ভাল নহয়।" কিবা এটা ক'ব লাগে বুলিয়ে সি ক'লে।

"ভালেই", সীতাই বে-পৰোৱা ভঙ্গীত উত্তৰ দিলে।

দৰবাৰীয়ে আকৌ নাক কেঁচাই ইফালে-সিফালে চাই কবলৈ ধৰিলে, "ইছ্ বৰ বেয়া গোন্ধ আহিছে".......

মুখৰ ঘাম মচি মচি ক'লে, "তুমি এতিয়া তাক এৰাচোন অকণমান।"
সীতাই বব্বলক মজিয়াত বহুৱাই দিয়াৰ চেষ্টা কৰিলে। কিন্তু সি একোতেই নবহে। দৰবাৰীয়ে এটা এছ-ট্ৰে লৈ বব্বলৰ ওচৰত থলে। সি বহি খেলিবলৈ লাগি গ'ল।...... দৰবাৰীয়ে খপ্‌কৈ সীতাৰ হাতত ধৰিলেগৈ।

"শপত!" বুলি সীতাই বব্বললৈ আঙুলিয়াই দিলে। তাৰ একোকে চকুত নপৰিল। মাত্ৰ চকুত পৰিল যৌবনপুষ্ট এজনী যুৱতীৰ দেহ। সি ঘন ঘনকৈ উশাহ লবলৈ ধৰিলে। তাৰ বাহুৰ মাজত সীতাৰ মাংসল, কোমল দেহাটো সোমাই পৰিল। সীতাই কোনো বাধা নিদিলে। দৰবাৰীৰ বাহুৰ কঠিন স্পৰ্শত তাই কঁপি কঁপি নিজকে সমৰ্পণ কৰিলে।...... আৰু আজি যেন তাই দৰবাৰীৰ ওচৰত নিজকে সঁপি দিবলৈ বিচাৰিলে।

বব্বলে ভয়ে ভয়ে দুয়োৰে ফালে চাই থাকিল। সীতাই এতিয়াও কন্দা দেখি দৰবাৰীয়ে ক'লে, "মই বুজিছো তুমি মোক ভাল নোপোৱা!"

"মই তোমাক ভাল নাপাওঁ? মই তোমাৰেই।"

বব্বলে এছ-ট্ৰে পেলাই দিলে। ছাইবোৰ মুখত সানি লৈ কান্দিবলৈ লাগি গ'ল।

দৰবাৰীয়ে খং আৰু বিৰক্তিত চিঞৰি উঠিল— 'চুপ্'। সীতা উচপ খাই উঠিল। তাইৰ বাহিৰলৈ ওলাই যাম যেন লাগিল। কিন্তু তাইৰ হাত-ভৰি সকলো অৱশ। ......

দৰবাৰীৰ দাবী খাই বব্বলে এইবাৰ জোৰে জোৰে চিঞৰিবলৈ ধৰিলে। দৰবাৰী খঙত একো নাই হ'ল। তাৰ টেটুটোতে যেন চেপি ধৰিব! সিহঁতৰ মাজত সোমাই চিঞৰি থকা ডিঙিটো চিৰদিনলৈ বন্ধ কৰি দিব যেন! একে চোঁচাই গৈ বব্বলৰ গালত এপাট চৰ শোধাই দিলে। বব্বল উফৰি দূৰত পৰিলগৈ।

"লাজ নালাগে"— ক'ৰবাৰ পৰা মিস্ত্ৰীৰ মাত ভাঁহি আহিল।

দৰবাৰীয়ে উভতি চালে। মিস্ত্ৰী নহয়, সীতা। ক'ৰবাৰপৰা এনে শক্তি আহিল যে তাই সেই অৰ্ধনগ্ন অৱস্থাতেই উঠি বব্বলৰ ওচৰ পালেহি আৰু তাক বুকুত তুলি ললে। বব্বলে সীতাৰ বুকুত মূৰ থৈ কান্দিবলৈ ধৰিলে। উচুপি উচুপি সি কান্দি থাকিল। অলপ পাছতে সি মূৰ তুলি দৰবাৰীৰফালে দেখুৱাই দিবলৈ ধৰিলে। যেন সি ক'ব খুজিছে,...... "ই মোক মাৰিছে।"

দৰবাৰীয়ে বহু কষ্টেৰে মূৰ তুলি বব্বললৈ চালে। সি সীতাৰ ফালেও চাব নোৱৰা হ'ল, কিয়নো তাই প্ৰায় নগ্ন হৈ আছে। আৰু সেই নগ্ন শৰীৰ যেন বব্বলক সাৰটি ধৰি ঢাকি আছে। তাই দৰবাৰীৰ ফালে এনেকৈ চাই আছে যেন সি জগতৰ সকলোতকৈ অধম জীৱ, যি ইমান তললৈ নামিব পাৰে। আকৌ তাইৰ দৃষ্টি একেবাৰে শূন্য হৈ পৰিল। তাইৰ চেতনাও শূন্য। লজ্জা, আত্মগ্লানি আৰু ক্ষোভত দৰবাৰীয়ে হাতখন বব্বললৈ আগবঢ়াই দিলে। সীতাৰ ভাব হ'ল তাই যেন সেই লেতেৰা, অপবিত্ৰ হাতখনত তাক কেতিয়াও তুলি নিদিব। কিন্তু তাই কি কৰিব? বব্বলে স্বয়ং উত্ৰাৱল হৈ দৰবাৰীৰ বাহুত সোমাই পৰিল আৰু কান্দি কান্দি যেন সীতাৰফালে ইংগিত দিবলৈ ধৰিলে— "তেওঁ মোক মাৰিছে......" .......দৰবাৰীৰ বা

সীতাৰ হাতত আত্মপক্ষ স্বীকাৰ কৰিবলৈ কোনো প্ৰমাণ নাই এতিয়া।

"সীতা", দৰবাৰীয়ে মাতিলে।

সীতাই উত্তৰ নিদিলে। কান্দিবৰো শক্তি নাই তাইৰ। লৰালৰিকৈ তাই শাৰীৰে গাটো মেৰিয়াই লৈ নিজকে ঢাকিলে।

"সীতা", দৰবাৰীয়ে ক'লে, "তুমি জানো কেতিয়াবা— কেতিয়াবা মোক ক্ষমা কৰিব পাৰিবা?" আৰু এক কৰুণ চাৱনিৰে সীতাৰ ফালে চাই ক'লে, "মই আগতে তোমাক বিয়া কৰাম, সীতা।"

তাৰপাছত সি সাহস সঞ্চয় কৰি আনখন হাতেৰে সীতাক সাৱটি ধৰিলে। সীতাই দৰবাৰীৰ চকুলৈ চালে আৰু এক অধীৰ আবেগত দৰবাৰীক সাৱটি ধৰিলে। তাৰ কান্ধৰ ওপৰত মূৰ থৈ শিশুৰ দৰে কান্দিবলৈ ধৰিলে। তাইৰ অশ্ৰুধাৰত দৰবাৰীৰ চকুলোও মিলি গ'ল। দুয়োৰে দুখ এক হৈ গ'ল— সুখো।

দুয়োকে কন্দা দেখি বব্বলে কন্দা বন্ধ কৰি আচৰিত হৈ এবাৰ সীতালৈ, এবাৰ দৰবাৰীলৈ চাবলৈ ধৰিলে........ আৰু হঠাৎ সি হাঁহি দিলে যেন একোৱেই হোৱা নাছিল আৰু নিজৰ ভাগৰ কুৰমুৰা বিচাৰি দৰবাৰীৰ হাতৰ মুঠি খোলাৰ চেষ্টা কৰিলে।



# টাৰ্মিনাচৰ পৰা দূৰত

ধীৰ গতিত পাঞ্জাব মেইল প্লেটফৰ্মৰপৰা ওলাই গ'ল। বে'চ কিছুসময়লৈকে মোহন জামৰ ক্ষীণ ঘৈণীয়েক সুমিত্ৰাৰ বগা তাঁতৰ শাৰীৰে ঘেৰা মুখখন দেখা গৈছিল। সুমিত্ৰা ট্ৰেনৰ কোঠাটোৰ দুৱাৰমুখত থিয় দি আছিল আৰু এখন ষ্টলৰ সমুখত ৰৈ ভাগৰ নলগালৈকে মোহনে তাৰ ৰুমাল জোকাৰিছিল।

গাড়ী চলিবলৈ আৰম্ভ কৰাৰ আগতেই সুমিত্ৰাৰ চকুহাল পানীৰে ভৰি গৈছিল। মুখৰ মাত হৰিছিল—"ঘৰৰ প্ৰতি চকু ৰাখিবা'— 'হোটেলৰ ৰুটী নাখাবা'— 'সপ্তাহত এখন নহয়, দুখন চিঠি নিশ্চয় লেখিবাই'— এই কথাবোৰ চকুৰ ভাষাৰ আগত স্তব্ধ হৈ গৈছিল আৰু সি মোহন জামৰ দৰে পুৰুষৰ অন্তৰকো কোমল কৰি দিছিল।........ সকলো ঘৈণীয়েই বিচ্ছেদৰ আগতে দৃষ্টিৰ ভিতৰৰ দৃষ্টিৰে কোনো স্বীকৃতি বিচাৰেই। সেই সময়ত কোনো কোনো লোকে অলপ-অচৰপ মিছা কথা কৈ পেলায়....... কিন্তু মোহনে একো নকলে। তেওঁ প্ৰথমতে জোৰে জোৰে পাছত লাহে লাহে ৰুমাল জোকাৰি আছিল। এই ৰুমাল জোকাৰাটো এটা ৰীতিত পৰিণত হৈছিল, তথাপি ভালেই যেন লাগে। হৃদয় ক'ত, কেতিয়া, কাৰ বাবে ধক্ ধকাই সেইটোতো দেখা নাযায়, অৱশ্যে অস্পষ্ট হৈ অহা দৃষ্টিত ৰুমালখন দেখালৈকে সেই মানুহজনক দেখা পোৱা যায়— যি গুচি গৈছে।

এই ভ্ৰমণ বেপাৰটোৱেই অৰ্থহীন। মোৰতো ক'ৰবালৈ যোৱাৰ নাম শুনিলেই জ্বৰ উঠে। ষ্টেছনত ভীৰ, কেৱল ভীৰৰ কাৰণেই মানুহ অকলশৰীয়া হৈ যায়। আকৌ, চলিবৰ সময়ত আগুৱাবলৈ গাড়ীখন অলপ পাছ হুঁহুকি যায়। তাৰ পাছত হুইছেল বাজে, আৰু নানাধৰণৰ আৱাজ,....... 'আৰে আৰে গাড়ী এৰিলেই' ......'মোৰ মাল-পত্ৰ ৰৈ গ'ল'— শেষলৈকে কোনো কাৰো নহয়....... এই দুনিয়া....... একোবাৰ এনেহে লাগে, মানুহে টিকট-চিকট ফিৰাই দিয়ক আৰু ঘৰলৈ উভতি গৈ মজাকৈ বহক— মন গ'লে লাগিলে ঘৈণীৰ লগত কাজিয়াকে কৰক।

জীৱনৰ জয় এইখিনিতেই যে বিষাদৰ ছাঁতো কেতিয়াবা আনন্দৰ ভাবনা বগাই বগাই আহে আৰু গাড়ী এৰি দিলে হঠাৎ সি জপিয়াই গাতে পৰেহি আৰু তাৰ পোহৰত বিষাদ আঁতৰি যায়........ আগতে যাৰ লগত প্ৰোগ্ৰাম কৰা হয়, এতিয়া তেওঁক বাদ দিয়েই কৰা হৈ যায়। মোহনে দীঘলীয়াকৈ উশাহ ল'লে— যি হওক, দুমাহৰ বাবে ছুটি! একো নোহোৱাটোৱেই এক ৰকম হোৱা। সুমিত্ৰা উভতি আহিলে তায়ো বুজিব পাৰিব যে মোক

বাদ দি জীৱনৰ কি মানে হয়? .......আকৌ নষ্ট কৰিবৰ কাৰণেই তাইৰ স্বাস্থ্য ভাল হ'ব। সি কেনেকৈ আলিংগন কৰিব........ বৰং তাইহে ক'ব —— "মোহনী তুমি গুচি গৈছিলা?"

মোহনে ভিক্টোৰীয়া টাৰ্মিনাচ প্লেটফৰ্মৰ বাহিৰলৈ যাবলৈ ঘূৰোতেই সিফালৰ পৰা আন এখন গাড়ী প্লেটফৰ্মত সোমাইছিলহি। মোহনে চক্ খাই গ'ল। তাৰ এনেহে লাগিল যেন সুমিত্ৰা ইখন গাড়ীত গৈ এইখনত উভতি আহিল। কম্পাৰ্টমেন্টৰ দুৱাৰত এজনী প্ৰকাণ্ড শকত তিৰোতা লাগি ধৰা দেখি সি মিচিকিয়াই হাঁহি গুচি গ'ল। তাৰ ৰেডিঅ' ক্লাবলৈ যোৱাৰ কথা আছিল। কেইজনমান তাচ খেলোৱাৰৰ লগত ফ্লাশ খেলাৰ কথা আছিল। তাত মাজে মাজে কেতিয়াবা তাচৰ বিবি জীৱন্ত হৈ উঠে আৰু সাগৰৰ পৰা অহা ধুমুহাত তাইৰ গোলাপী শাৰীৰ আঁচল কোনো এজনে নিজৰ শৰীৰত মেৰিয়াই লয়। আঁচল আঁতৰাই নিয়ালৈকে শাৰীত মেৰ খাই পৰা এটা শৰীৰৰ ঠাইত দুটা শৰীৰৰ অস্তিত্ব অনুভৱ হয়।

মোহন গৈ আছিল। ঘৰ আৰু গাড়ীৰ চাবিৰ ৰিং তাৰ বাঁও হাতৰ আঙুলিত অজানিতে ঘূৰি আছিল। সোঁ-হাত আছিল পেন্টৰ জেপত —– তাত সি প্লেটফৰ্মৰ টিকেট বিচাৰিছিল। ঠিক তেতিয়াই তাৰ দৃষ্টি সমুখলৈ গ'ল।

'অচ্চী!' বুলি সি ৰৈ গ'ল।

মোহনে অচলাক জানিছিল যদিও খুব বেছি পৰিচয় নাছিল। অচলাৰ স্বামী ৰাম গদকৰীৰ লগত জীৱনত দুই এবাৰহে সাক্ষাৎ হৈছিল। কিন্তু অচলাৰ লগত অকসৰ মিষ্টান্নত প্ৰায়ে দেখাদেখি হৈছিল। তালৈ অচলাই তাইৰ এজনী ধুৰন্ধৰ যেন লগা বান্ধৱীৰ লগত ভিজিটেৰিয়ানখানা খাবলৈ আহে। নমস্কাৰ বিনিময়ৰ বাহিৰে অচলা গদকৰীৰ লগত মোহন জামৰ মাজত বৰ বেছি আঠ-দহটা নাইবা পোন্ধৰটামান বাক্যহে বিনিময় হৈছে। সেই কথাবাৰ্ত্তাৰদ্বাৰা ইয়াকে জনা গৈছিল যে তাই কোলাবাত থাকে। পাৰ্থক্য এয়ে যে, মোহনে 'কফ পেৰেড'ৰ এটা সুন্দৰ ফ্লেটত থাকে আৰু অচলা 'কাৰমুয়ে'ত পুৰণি বিল্ডিং এটাত থাকে।

মোহনে নিশ্চয় তাইক অচ্চী বুলি নামাতিলেহেঁতেন, কিন্তু দেৱীয়ে মোহনক তাইৰ লগত সেই নামেৰেই পৰিচয় কৰাই দিছিল।দেৱীক মোহনে ভালকৈ চিনি পায়। দেৱীয়েও এই কথা জানিছিল যে মিছিৰিৰ বাবে পানী কিমান বিপদজনক হ'ব পাৰে। তাৰ স্বাধীন জীৱন প্ৰায় এনে ধৰণৰ এক চৰবৎ আছিল যি জীৱনৰ গিলাচত ওৰে নিশা পৰি থাকিছিল। ৰাতিপুৱালৈকে পৰি থকা পানী কোনো জুইৰ তাপত বাষ্প হৈ উৰি যায়, মিছিৰিৰ টুকুৰা আকৌ গিলাচ বা বৈয়ামৰ তলত পৰি থকা দেখা যায়। আৰু সি আগতকৈ পৰিষ্কাৰ, চকচকীয়া।

মোহনে মতা শুনি অচলাই উভতি চালে আৰু ইয়াকেহে মাত্ৰ ক'লে —"মো" আৰু কিছু সময়ৰ পাছত ক'লে.......'হন'।

তাই শাৰীৰ আঁচলেৰে চকুৰ পানী মছি পেলালে। তাৰপাছত মিচিকিয়াই হাঁহিলে।

এনেহে লাগিছিল যেন কোনোবাই লৰালৰিকৈ তাইৰ মূৰত সোণৰ মুকুট এটা পিন্ধাই দিলে। মোহনৰ অলপ কাষ চাপি আহি ক'লে,— "আপুনি ইয়াত দেখোন?"

'পৰিবাৰক বিদায় দিবলৈ আহিছিলো,' মোহনে উত্তৰ দিলে, 'কাশ্মীৰলৈ গৈছে....... ল'ৰালুৰিবোৰৰ বন্ধ হৈ গ'লতো....... আপুনি?"

"মই?" অচলাই খিলখিলাই হাঁহি দি তাৰপাছতে একেবাৰে চুপ হৈ গ'ল অলপ লজ্জিত হৈ ক'লে, "মই তেওঁক বিদায় দিবলৈ আহিছিলোঁ।"

'অ', মোহনেও হাঁহি দিলে। অচলাৰ ফালে এক মুহূৰ্ত্ত চাই সি মুখ ঘুৰাই আন এখন গাড়ীৰ ইঞ্জিনৰফালে চাই থাকিল। তাৰপৰা এতিয়াও ধোৱাঁ ওলাই আছিল। আকৌ অচলাৰফালে চাই সুধিলে,

"গদকৰী চাহাব কলৈ গৈছে?"

"দিল্লী"।

"কেতিয়া উভতিব?"

"আঠ-দহদিনৰ ভিতৰত।" অচলাই ক'লে — "কিবা কনফাৰেন্স এখনলৈ গৈছে।"

"বোধহয় বেছি দিনো হৈ যাব পাৰে?"

"হব পাৰে।"

অচলাই মূৰৰ চুলিখিনি অলপ ঠিকঠাক কৰি ল'লে। অৱশ্যে ঠিকেই আছিল, কেৱল ক্লিপ এটা ঢিলা হৈ ওপৰলৈ উঠি আহিছিল। অচলাই তাইৰ ম'মৰ দৰে হাতখনেৰে সেইটো ঠিক কৰি ল'লে। তাইৰ হাতখন যেন বহু সময় মূৰৰ ওপৰলৈ তোলা আছিল। মোহনৰ দৃষ্টি অচলাৰ গোটেই শৰীৰটোৰ ওপৰতে পৰিছিল। এক মুহূৰ্ত্তৰ কাৰণে তাইৰ শাৰী আৰু ব্লাউজৰ মাজৰ অংশটোত তাৰ দৃষ্টি নিবদ্ধ হৈছিল। হঠাৎ হাতখন নমাই তাই শৰীৰৰ সেই অংশটো শৰীখনেৰে ঢাকি ল'লে।

মোহনে ভাবিলে, শৰীৰৰ এই অংশটোকে ইংৰাজীত 'মিডৰ্ফ' বুলি কয়। ষ্টেছনৰ পৰা ওলাই যোৱালৈকে তাৰ মূৰৰ ভিতৰত মৌ-মাখিৰ গুণগুণনিৰ দৰে সেই একেটা শব্দই গুণগুণনাই থাকিল....... মিডৰ্ফ, মিডৰ্ফ...... মিডৰ্ফ......

আৰু মোহনে তাৰ মূৰৰপৰা শব্দটো খেদিবলৈকে যত্ন কৰা নাই। কাৰণ সেইটো ব্যৰ্থ চেষ্টা। মোহনে জানে যে মৌমাখি কেনে আকোৰগোঁজ। বাৰে বাৰে উৰি উৰি গৈ আকৌ সেই একে ঠাইতে বহেহি। খঙৰে তাক খেদিবলৈ গ'লে নিজৰ নাক ভাগে, মৌমাখি পলায়।

বাহিৰত বৰ গৰম। ঘামে শৰীৰ তিয়াই দিছে। ব্লাউজ বুকুত-পিঠিত লিপিত খাই পৰিছে। কাণৰ লতিত ঘামৰ বিন্দু ওলমি পৰিছে— কাণফুটাই পিন্ধা সোণৰ দুলৰ দৰে। সুন্দৰ দেখিছে। ঘামবোৰ শাৰী আৰু পেণ্টৰ ভিতৰত সোমাই ভৰিৰ গোৰোহালৈকে বৈ গৈছে— জোঁকৰ দৰে লাহে লাহে আগুৱাই আগুৱাই।.......ষ্টেছনত ঘূৰা-পকা কৰাৰ যেন তৃষ্ণা অবদমিত হৈ আছিল আৰু এতিয়া সি তীব্ৰ হৈ পৰিল। বাহিৰৰ হলৰ এটা চুকত অকণমান ঠাই আছিল। ওপৰত দুই-ব্লেডৰ ফেন এখন লাহে লাহে ঘূৰি আছে আৰু তাৰে

তলতে এটা বুঢ়াই মুখ মেলি মজিয়াতে শুই আছে। তাক দেখি ভাব হৈছে যেন কোনো লাছ চিনাক্ত হোৱাৰ অপেক্ষাত মৰ্গত পৰি আছে।

মোহন আৰু অচলাই দুই-চাৰিটা কথা পতাৰ পাছত সিহঁতৰ কথা শেষ হৈ গৈছিল। দুয়ো নিজৰ নিজৰ মনতে কিবা চিন্তা কৰি আছিল। অৱশ্যে বেছি চিন্তাই কোনোটোকে বিশেষ ৰূপ দিব পৰা নাই। অচলা দুখোজ আগে আগে আৰু মোহন পাছে পাছে গৈছে। নিজৰ শৰীৰৰ উন্নত অংশবিলাকৰ চেতনা অচলাৰ মনলৈ আহিল— যিবোৰ অংশ তিৰোতাই বেয়া বুলি ভাবে, আৰু পুৰুষে সুন্দৰ দেখে, আৰু তিৰোতাই সেইবোৰ বিনামূল্যে কোনো পুৰুষকে দেখুৱাব নোখোজে।

সিহঁতে পইচাই বিচাৰক বা প্ৰেমেই বিচাৰক—সি প্ৰায়েই খোলাখুলি নগ্নৰূপৰে হয়। পোচাক পিন্ধালে তাত আৰু প্ৰেম নাথাকে। অচলাই শৰীৰৰ পাছফালটো শাৰীৰ আঁচলেৰে ঢাকি দিলে। তাইৰ এনেহে লাগিছিল যেন দৃষ্টিৰ কাঁড়েৰে তাইৰ শৰীৰৰ সৰ্বাংশ বিন্ধি গৈছে।

তাই উভতি চাই সুধিলে, "মোহনজী........ মই এতিয়া ঘৰলৈ যাওঁগৈ........।"

"কিহেৰে যাব?" মোহনে সুধিলে।

"এইদৰে" বুলি তাই দুখোজমান খোজ কাঢ়ি দেখুৱালে আৰু দুয়ো খিলখিলাই হাঁহিলে। এই কথাটোৰ লগে লগেই দুয়োৰে মাজত ব্যৱধান আঁতৰ হৈ আপোন ভাৱ হৈ গ'ল। শেষত মোহনে ক'লে, "মই কৈছো, আপুনিতো গাড়ী লৈ অহা নাই।"

"মইতো আছো। আজি অলপ সময়ৰ কাৰণে মোকেই আপোনাৰ ড্ৰাইভাৰ বুলি ভাবক।"

"জী" অচলাই ক'লে, "নাই. নাই, এইটো কেনেকৈ হ'ব! মই বাছত যামগৈ। আপুনি কিয় কষ্ট কৰিব লাগে?"

আপুনি কিয় কষ্ট কৰিছে— কথাষাৰ এনেকুৱা যে ই কাৰোবাক কষ্ট দিবলৈ বিচাৰে আৰু তাৰপৰা ওলাই অহাৰ বাটো খোলা ৰাখে। বোধহয় পৰীক্ষা কৰে, তুমি মোৰ লগত কিমানখিনিলৈকে যাব পাৰা? এইষাৰ কথা যেতিয়া কোনো পুৰুষে কয় তেতিয়া সি এটা কথাৰ কথা হয়, কিন্তু ৰমণীয়ে যেতিয়া কয়, তেতিয়া এটা জোখৰ কথা...... এইটোতো তিৰোতাৰে বাক্য, যেনে, 'মিছলীয়া ক'ৰবাৰ', 'মই ক'তে মৰো'....... ইত্যাদি।

"ইয়াত আৰু কষ্টৰ কি কথা," মোহনে ক'লে, "মইতো ঘৰলৈকে যাম। বাটত আপোনাক নমাই দিম।"

যেন মোহনৰ মূৰৰপৰা ৰেডিঅ' ক্লাব আপোনা-আপুনি ব্ৰডকাষ্ট হৈ গৈছিল।

অলপ থেৰো-গেৰো কৰি অচলা গদকৰী মোহন জামৰ গাড়ীত বহিলগৈ।

গাড়ী ফ্ৰিয়াৰ ৰোডৰফালে গ'ল। ক্ৰছিঙত পুলিছে বিপৰীতফালে হাত দেখুৱাইছিল, সেইদেখি মোহনে গাড়ী ৰখাবলগীয়া হ'ল। মোহনে পুলিছৰ বিপৰীত ছিগনেল দেখিলে প্ৰায়েই খঙত জকি উঠে আৰু মুখেৰে গালি ওলায়। কিন্তু আজি সেইখন হাত তাৰ যীশুৰ হাত যেন লাগিল।

মোহনে কথা পতাৰ এটা চেলু উলিয়াবলৈ সুধিলে, 'দেৱী কেনে আছে?"

অচলাই উত্তৰ দিলে, "আছে আৰু একৰকমে!"

'তাৰমানে?' মোহনে উচপ্ খাই উঠিল। "মইতো ভাবিছিলো তাই খুব ভাল ছোৱালী!"

"মই ক'লো নেকি তাই বেয়া ছোৱালী বুলি?" বুলি অচলাই হাঁহিবলৈ ধৰিলে।

মোহন অচ্চীৰ ফান্দত ধৰা পৰি গৈছিল। আৰু তাৰ পৰা ওলাই আহিবলৈ ছটফট কৰিছিল। তাৰ কপালত ঘামৰ সৰু সৰু টোপালে দেখা দিলে। অচলা তাৰপৰা দূৰত দুৱাৰৰ লগত প্ৰায় লাগি বহিছিল যেন কাপোৰৰ স্পৰ্শ লাগিলেও কিবা ঘটি যাব। নিজকে ঢাকিবৰ কাৰণে মোহনে ক'লে, "আপুনি ইমান দূৰত বহি আছে কেলেই?"

'এনেয়ে,' বুলি অচলাই কুণ্ঠিতভাবে এক ইঞ্চিমান মোহনৰফালে আগুৱাই আহিল।

"........আপোনাৰ গীয়াৰ সলাবলৈ কষ্ট হয় বুলিহে......."

"আকৌ সেই শব্দ 'কষ্ট'!"

তেতিয়াই পুলিছে আগলৈ হাত দেখুৱাইছিল। কিন্তু মোহনৰ গাড়ী অলৰ-অচৰ হৈ আছিল। পুলিছৰ হুইছেল আৰু পাছফালৰ গাড়ীবোৰৰ হৰ্ণ একেলগে শুনা গ'ল। মোহনে লৰালৰিকৈ গাড়ীৰ গীয়াৰ দিলে আৰু লৰালৰিকৈ ক্লাচৰপৰা ভৰি আঁতৰাই আনিলে। গাড়ীখন এটা জোকাৰতে আগবাঢ়ি গ'ল— বন্ধ হোৱাৰপৰা কোনোমতেহে ৰ'ল। পুলিছৰপৰা অলপ আঁতৰি যোৱাৰ পাছত অচলাই ক'লে,

'আপুনি এইদৰেই গাড়ী চলাই নেকি?"

"ওঁহো, মই ইমান 'স্মুথ' চলাওঁ যে বুজিবই নোৱাৰি...... কিন্তু আজি ........," মোহনে ক'লে।

"আজি কি হ'ল?"

"আপুনি আছে ....... আৰু কি হ'ব?"

মোহন অচলা টাউনহলৰ আগেৰে গৈ আছিল। মোহনৰ কিয় জানো মনত হৈছিল— আজি এটা এক্সিডেন্ট হ'লেই ভাল। এখন বাছ খুব জোৰেৰে পাৰ হৈ গ'ল। নিজৰ মনৰ সেই অদ্ভুত ইচ্ছাটোক দমাই ৰাখিব লগা হ'ল। সমুখৰ টাউনহলৰ ফালে আগুৱাই যোৱা অট্টালিকাবোৰ পাৰ হৈ হলৰ ফালে চাই মোহনে ক'লে,

"কি সুন্দৰ!"

"খুব সুন্দৰ!"

এলফিন্‌ষ্টোন চাৰ্কেলৰ ফালৰপৰা এক অতি সুন্দৰী যৌৱনৱতী গাভৰু এজন যুৱকৰ হাতত ধৰি মেৰেজ ৰেজিষ্ট্ৰাৰৰ অফিচৰফালে গৈ আছে। বোধহয় সিহঁতৰ বিয়াৰ কথা, সেয়েহে দুয়োৰে মুখত আনন্দ উচ্ছলিত হৈ উঠিছে।

অচলাই মোহনক সুধিলে,

"আপোনাৰ কেনে লাগিছে?"

"অচ্ছী!"

মোহনে অচ্ছী (ভাল) শব্দটো 'অচ্চী'ৰ লগত কোনো পাৰ্থক্য নৰখাৰ দৰেই উচ্চাৰণ কৰিলে। অচ্চীয়ে শুনি আনন্দ পালে। কোনে কি কৰিব পাৰে? .......তাই আনন্দ পোৱাটো দেখুৱাবলৈকে ক'লে, "মইনো ক'ত ইমান ধুনীয়া?"

মোহনে এপলক অচলাৰ ফালে এনেদৰে চালে যে তাতেই সকলো কথা কোৱা হৈ গ'ল যি কথা সি মুখেৰে ক'ব পৰা নাছিল।

কামা হল, লেবাইন গেট পাৰ হৈ গ'ল। এতিয়া মোহনৰ গাড়ী ৰিগেল চিনেমাৰ কাষেৰে গৈছে। গাড়ী 'কজৱে'ৰ ওপৰত 'সত্য-সদন'ৰ সমুখত ৰ'লগৈ। ইয়াতেই অচ্চী থাকে।

অচ্চীয়ে লৰলৰিকৈ ইফালে-সিফালে চাই ললে। সমুখত এজন টেইলৰ মাষ্টাৰ— যি অচ্চীৰ ব্লাউজৰ জোখ জানে— তেওঁৰ বাহিৰে আন কোনেও অচ্চীক আনৰ গাড়ীৰপৰা নমা দেখা নাই। আৰু দেখিলেই বা তাই কি পৰোৱাই কৰিব। মোহনৰ লাজ আছিল জানো? তথাপি, একে টানে দুৱাৰ খুলি অচলা গাড়ীৰপৰা নামি গৈছিল। আৰু এখন্তেক মাত্ৰ কৈ 'ধন্যবাদ, মোহনজী' বুলি গুচি গৈছিল।

মোহনে লাগ-বান্ধ নোহোৱাকৈ ড্ৰাইভাৰৰ চিটত বহি আছিল। এটা ঠেং ভিতৰত, এটা খোলা দুৱাৰৰ বাহিৰত। সি নামি গৈ অচলাৰ কাৰণে দুৱাৰ খুলি দিব খুজিছিল কিন্তু অচলাই তাক সেই সুযোগ নিদিলে। অলপ আগুৱাই গৈয়ে অচলাৰ কথাটো মনলৈ আহিছিল........ তাই অলপ ৰ'ল— তাৰপাছত তাই যিষাৰ কথা ক'লে আচলতে মুখেৰে সেয়া ক'ব খোজা নাছিল। কিন্তু কেতিয়াবা কেতিয়াবা মনতকৈ শৰীৰ আগবাঢ়ি গুচি যায়।

"এদিন আহিব মোহনজী.........."

মোহনৰ উত্তৰৰ অপেক্ষা নকৰিয়ে অচলা তাইৰ ঘৰৰফালে লৰালৰিকৈ গুচি গ'ল। পাছফালে মোহনে যেন বতাহকহে ক'লে, 'আহিম....... কিয় নাহিম?'

অচলাই ভাবিছিল, মোহনতো সমজদাৰ মানুহ বুজি ল'ব। এওঁ ঘৰত নাথাকিলে কথাটো কিমান বেয়া দেখি। সেই নিমন্ত্ৰণতো কেৱল শিষ্টাচাৰহে।

মোহন অৱশ্যে আচলতেই সমজদাৰ মানুহ আছিল। নহলে সি পাছদিনাই অচলাৰ সেইখিনি পালেগৈহেঁতেন নে? তেতিয়া অচলাৰ মনত তাইৰ স্বামী ৰাম গদকৰীৰ চিন্তাও নাছিল।

মোহন জামে দুৱাৰৰ বে'লটো ইমান জোৰে বজাইছিল যে অচলাই তৎক্ষূৰ্তি হেৰুৱাই দৌৰি আহিছিল— যেন পাছদিনাই ৰামে পুষ্পক ৰথত উঠি উভতি আহিছে। দুৱাৰ খুলি তাই অলপ মুখখন বাহিৰলৈ উলিয়ায়ে হঠাৎ পাছুৱাই আহিল, মনতে অলপ সংকোচ বোধ কৰি ক'লে, "অলপ ৰ'ব।"

তাই দৌৰি ভিতৰলৈ গুচি গৈছিল।

মোহনৰ মনত ক'ৰ পৰা ইমান সাহস হ'ল? সিতো তলৰপৰা উঠি আহোতেই একেবাৰে ফাষ্ট গীয়েৰতে আহিছিল। সি দুৱাৰত লাহেকৈ ঠেলা দিয়াত দুৱাৰ খুলি গ'ল। পাছ মুহূৰ্ত্তে

সি ড্ৰয়িংৰুমত আহি সোমালহি আৰু মূৰটো ঘূৰাই ঘূৰাই ঘৰৰ বস্তুবোৰ পৰীক্ষা কৰিছিল। তাৰতো কপালৰ ওপৰতো দুটামান চকু আছিল। সি থিয় দি থকা ঠাইৰপৰা অচলাৰ শোৱনীকোঠা পোনে-পোনে দেখা যায়।

নাৰী আৰু ঘৰৰ মাজত তফাৎ কি? আন নহলেও সুধিবতো পৰা যায়? আৰু এয়াই বা কি? কিন্তু মোহন ভৰিৰপৰা মূৰলৈকে উচ্ছল হৈ পৰিছিল। সি যেন ডাঙৰ বে'ডৰুমৰ দুৱাৰেৰে দেখিবলৈ পাইছে অচলা সংকুচিত হৈ আছে। দুয়োজন একেই আছিল। ভাৱনা, কল্পনা, মন আৰু চকুৰ দৃষ্টি ভগবানে একে ধৰণেৰেই তৈয়াৰ কৰিছিল। অচলাই পালেঙৰ একাষৰপৰা শাৰীখন তুলি লৈ লৰালৰিকৈ গাত মেৰিয়াই লৈছিল।

'মাফ কৰিব', মোহন জামে তাৰপৰাই চিঞৰিলে। সিফালৰপৰাও তেনে ধৰণেই উত্তৰ আহিল— 'ঠিক আছে, ঠিক আছে।'

ড্ৰয়িংৰুম আৰু বে'ডৰুমৰ মাজত অকণমান ঠাই আছে য'ত কাঁচৰ কেবিনেটৰ মাজত শিৱ ভোলনাথৰ ছবি অঁৰা আছে। তাৰ ওপৰত এদাল শুকান মালা ওলমি আছিল। তাৰ লগতে কুমাৰী মেৰীও আছিল আৰু গুৰু নানকৰ ছবিও....... আৰু তাৰ লগত ওলমি আছিল কেলেণ্ডাৰ— য'ত নগ্না লীডা থিয় দি আছে আৰু এটা ৰাজহাঁহে ঠেং কোঁচাই বহি ঠোঁটেৰে তাইৰ ওলমি থকা চুলিকোঁচা টানিব খুজিছে।

সেই এক মুহূৰ্ত্ততে মোহন জামে গোটেই জগতৰে ৰমণীবিলাকক দেখিবলৈ পালে। সুমিত্ৰাক দেখিলে, দেবীক দেখিলে, জাজা গাবৰক দেখিলে,আৰু বহুতকে। ৰাধাক দেখিছিল— তাই মোহনৰ সহোদৰ ভনী। পাৰেলত উইভিং মাষ্টাৰ স্বামীৰ লগত থাকে।

মোহনে প্ৰায়েই নাৰীক মাতৃৰূপত দেখিছিল। বাহিৰৰপৰা আৰু ভিতৰৰপৰা নাৰীক আৰু বেছি কিবা বুলি ভাবিছিল। ভাল আৰু বেয়া, পাপ আৰু পুণ্য কেতিয়াবা সুন্দৰ চেহেৰাত, কেতিয়াবা অসুন্দৰ চেহেৰাত— সকলোবোৰ সানমিহলি হৈ যায়। আকৌ যি নাৰীয়ে সাজ-পাৰৰ মাজত নিজকে পূৰ্ণ কৰি দেখা দিয়ে তেওঁ আচলতে দুৰ্বল, আৰু যাক দেখিলে দুৰ্বল যেন লাগে তেওঁ পৰিপূৰ্ণ ........ তাকেইতো বোলে মায়া বা লীলা। সেইদৰে যাক স্বাস্থ্যৱতী যেন দেখি তেওঁৰেই তলপেটৰ বিষ— তাত অৱশ্যে ভয় খোৱা কোনো কামৰ কথা নহয়। আৰু হাড়ৰ সজাৰ পৰা মুক্তি পোৱাত সিমান লাভ নহয়, যিমান হয় কোনো কামলৰ বিশ সেৰ কাঠ কটাত।

মায়া— যাৰ বিষয়ে বশত আছে বুলি ভবা যায়। তথাপি কৌশল ব্যৰ্থ হৈ যায়। আৰু যাৰ বিষয়ে হাত তোলাৰ কথা ভাবিবই নোৱাৰি সিয়ে গঁতিয়াই দিয়ে........ মায়া আৰু কি হ'ব পাৰে? .......বোধকৰো আৰু এটা মায়া হ'ব পাৰে যিটো পাই যোৱাৰ পাছত আয়ত্বলৈ আনিব নোৱাৰি। জীৱনৰপৰা আঁতৰি যোৱাৰ সময়ত মানুহৰ এই কথাই মনলৈ আহে যে তেওঁ কাকো পোৱা নাই— তেওঁকেই সকলোৱে পাইছে।

শাৰী-ব্লাউজ ঠিকঠাক কৰি অচ্চী ড্ৰয়িংৰুমলৈ আহিল। তাইক বৰ সুন্দৰ লাগিছিল। তাই পৰস্ত্ৰী— এই কাৰণেই নেকি?.......নহয়, নহয়, তাই যদি নিজৰ স্ত্ৰীও হ'লহেঁতেন

তেতিয়াও সুন্দৰেই লাগিলহেঁতেন। তাইৰ মাজত এনে কিবা এটা আছিল যিটো আন নাৰীৰ মাজত নাই, —কিন্তু এনে কথাতো প্ৰতিজনৰ বিষয়েই ক'ব পাৰি, কিন্তু তাইৰ চেলাউৰিৰ ওপৰত সৰুকালৰ কোনো আঘাতৰ কাৰণেই হয়তো অগভীৰ দাগ এটা আছিল। এই দাগে ইচ্ছামতে চেলাউৰিৰ নোমখিনি দুভাগ কৰি দিছিল। লগতে সেই দাগ — য'ত চুমা খাবৰ মন যায়।

মোহনৰ ওচৰলৈ আহি থাকোতে অচ্চীয়ে আকৌ হাত তুলি সমুখৰ চুলিখিনি অলপ ওপৰলৈ তুলি দিছিল। চুলিৰ এটা 'টায়েৰা' হৈ গৈছিল সোণ আৰু হীৰাৰ মুকুটো তাৰ সমকক্ষ হ'ব নোৱাৰে। তাই শাৰীৰ আঁচলেৰে মুখৰ আগত বিচি বিচি আহিছিল।—

"উস্ আজি কি গৰম!"

তাৰপাছত সোঁফালে হাত আগবঢ়াই দেৱালৰ চুইচ টিপি দিলে। তেতিয়া মোহনে ক'লে,

'ময়ো ভাবিছিলো.......'

"আপুনি কি ভাবিছিল?" অচলাই এক প্ৰতীক্ষাৰ দৃষ্টিত মোহনলৈ চালে।

"এই কথাই" মোহনে ক'লে, —'উস্ আজি কি গৰম........" আৰু ফেনৰ বতাহৰ প্ৰথম জোকাৰটো গাত লাগিলতে মোহন আৰু অচলাই নিশ্চিন্ত হৈ মুখামুখিকৈ চোফাত বহিল। কিমান যে জুলুম! সিহঁতে গাত গা লগাই বহিবও নোৱাৰে। সকলোবোৰ কথাই একেবাৰে অস্বাভাৱিক যেন লাগিছিল। আৰু আচলতে ই ঠিকেই আছিল। যদি জগতৰ সকলো পুৰুষ-নাৰীয়ে প্ৰাকৃতিক জীৱন যাপন কৰা আৰম্ভ কৰি দিয়ে কি হ'ব? কিন্তু পুৰুষ আৰু নাৰী দুয়োৱেই অপূৰ্ণ। তেওঁলোকৰ পূৰ্ণতা? শৰীৰৰ কথা বাদ দিয়াঁ, আত্মাক পাবলৈকো আলাস্কা ঘুৰি আহিব লাগিব নেকি?

সমাজৰ এই প্ৰাচীৰবোৰৰ বাবে মানুহ মানুহৰপৰা শ-শ মাইল দূৰলৈ আঁতৰি যাব লগা হয়। তাৰপিছত এক আচৰিত ধৰণৰ টাগ-অৱ-ৱাৰ আৰম্ভ হয়। চা-চিনাকি নাই অথচ আহিয়েই হাতত ধৰা-ধৰি আৰু তাৰপিছত "প্ৰথমতে কিয় নকলা?" প্ৰেমৰ খেলপথাৰত প্ৰথম দৃষ্টি, প্ৰথম কাজিয়া— নমতা-নমতি শেষলৈকে চলি থাকে। .......দেবীয়ে এদিন এজন পেইণ্টাৰৰ কথা কৈছিল। পেইণ্টাৰ জনৰ দেবীৰ কথালৈ বৰ চকু। এনেকৈ আৰু প্ৰেম হয় নেকি? দেবী এতিয়া তেওঁৰ পাছে পাছে আৰু ইফালে পেইণ্টাৰজনৰো ৰোহ নাভাগেহে নাভাগে। আৰু আজিকালি তেওঁ বোলে বেশ্যাৰ পাৰালৈকো সঘনে অহাযোৱা কৰে।

অচলাৰ কোনো ল'ৰা-ছোৱালী নাই। বিয়া কৰোৱা পাঁচ-ছয় বছৰ হ'ল যদিও আজিলৈকে তাইৰ কোলা উদং হৈয়ে আছে। এনেতে পোন্ধৰ যোল বছৰীয়া বনকৰা ছোৱালী এজনীয়ে অচ্চীৰ ইঙ্গিতত চাহ লৈ আহিল। লগতে এখন প্লেটত ঘৰতে কৰা নানখাতা। নানখাতাৰ ওপৰত যথেষ্ট বাদাম-পেস্তা। ছোৱালীজনীয়ে অচিনাকি যেন লগা দৃষ্টিৰে মোহনলৈ চাই ভিতৰলৈ সোমাই গ'ল।

নানখাতা এটা মুখতলৈ মোহনে ক'লে,

"ছোৱালীজনী ভাল যেনেই লাগিছে।"

"ভালেই। কিন্তু আবিয়ে ছোৱালী ঘৰত ৰখাৰ মন নাই।"

"কিয় ?"

"কিনো ক'ম ?" অচলাই হাঁহি ক'লে, "সদায় এজন নহয় এজন চফল ডেকা দুৱাৰত হাজিৰ হয়হি।"

মোহনেও অচলাৰ লগতে হাঁহিলে। মোহনে ক'লে, "তাৰেময়ো এজন।"

অচ্চীৰ মুখ ৰঙা পৰিল। পিয়লাত চামোচ লৰাই লৰাই ক'লে, "আপোনাৰ কথা বেলেগ।" কথা বঢ়াবলৈ লৰালৰিকৈ আকৌ ক'লে "ৰাম আহিলে আপোনাৰ লগত চিনাকি কৰি দিব লাগিব। বৰ মজাৰ মানুহ তেওঁ।"

মোহনে কটাক্ষ কৰি ক'লে, "অৰ্থাৎ তাৰ আগতে যেন মই নাহোঁ।"

"নাই, নাই," অচলাই থতমত খালে। "আপুনি যেতিয়াই মন যায় আহিব। নিজৰেই ঘৰ বুলি ধৰক।"

কৈয়ে অচলাই ভাবিলে কি কথাষাৰ ক'লো। তিৰোতামানুহ হোৱাটোৱেই এটা সমস্যা। তাই কিয় সকলো সময়তে ভয়ে ভয়ে থাকে? কিয় কয় এটা, ভাবে এটা?

অচলাই আকৌ ৰাম গদ কৰীৰ কথা কবলৈ ধৰিলে যেন তেওঁতকৈ ভাল মানুহ আৰু পৃথিৱীত নাই। এক ৰাম অযোধ্যাত উপজিছিল আৰু তেৱেঁই এভি বীসৰী সদীত উপজি কোলাবাত বসবাস কৰিছে।

মোহন জামে সুমিত্ৰাৰ কথা উলিয়াবলৈকো কোনো চেলু বিচাৰি নেপালে। দুয়োৰে মাজত ব্যৱধান আৰু বাঢ়ি গ'ল। ক্ৰমান্বয়ে আৰু বেছি বাঢ়ি যাবলৈ ধৰিলে। বুজিবলৈ যত্ন নকৰাকৈয়ে তেওঁলোকে এজনে আনজনৰপৰা আতঁৰি গৈ ওচৰ চাপিবলৈ চেষ্টা কৰিছে। মোহনে ক'লে যে সুমিত্ৰা বৰ মহিয়সী নাৰী, কিন্তু তেওঁৰ ভগ্নস্বাস্থ্যই গোটেই জীৱনটোৰ ওপৰতে এটা শোকৰ ছাঁ পেলাইছে।

বনকৰা ছোৱালীজনীয়ে হাত মচি মচি ওলাই আহিল।

"বাইদেউ মই যাওঁ"

"নাই, নাই", "অচলাই মোহনৰফালে চাই ক'লে, "কাপোৰ ধোগৈ যা। দেখা নাই, গাধোৱা ঘৰত দ'ম লাগিছে? যা, যা।"

তাই মুখ ওফোন্দাই গুছি গ'ল। ইয়াৰ বাহিৰে কি উপায়!

মোহনে সুমিতাৰ বিষয়ে কবলৈ ধৰিলে, "দহবছৰ ধৰি যি তিৰোতা তোমাৰ লগত আছে যিজনীয়ে মুখেৰে মাত এটা নামাতি দহবছৰে তোমাক আলপৈচান ধৰিলে আৰু যাৰ স্বাস্থ্য বেয়া হোৱাৰ বাবে তুমি দায়ী তাইক তুমি বেমাৰী বুলিয়েই অনাদৰ কৰিবানে? ....... মইতো ভাবিবই নোৱাৰোঁ"।

মোহনৰ চকু দুটা পানীৰে ভৰি পৰিল।

অচলাৰো কি হ'ল তাই কবই নোৱাৰিলে। তাইৰ ওপৰত যেন ধুমুহাৰ হেচাঁত কিবা ভাগিহে পৰিল।

"নাই, নাই মোহনজী! সকলো ঠিক হৈ যাব," তাই মোহনৰ কাষলৈ গৈ নিজৰ আচঁলেৰে চকুপানী মচি দিলে।

মোহনে ঘপহকৈ উঠি ক'লে, "বাৰু মই আহোহে-।"

"বহকচোন অলপ," অচলাই আকৌ বহিবলৈ জোৰ কৰিলে।

মোহনে পিছে বহিবলৈ মন নকৰিলে। লৰালৰিকৈ নিজৰ ঘড়ীলৈ চাই ক'লে, "চাৰে এঘাৰ বজাত মোৰ 'অজৰানী পেপাৰ মিলচ্'অলৈ যোৱাৰ কথা আছে।"

মোহনে প্ৰাৰ্থনাৰ দৃষ্টিত অচলালৈ চাই গুচি গ'ল।

অচলা উঠিল। তাইৰ মুখত অলপ হাঁহি বিৰিঙিল। বেডৰুমলৈ গৈ তাই নিজৰ সৰ্বশৰীৰ চালে। তাইক কেনে দেখিছে? তাইৰ নিজৰেই ভাল লাগিল। তাৰপিছত ছোৱালীজনীৰ ওচৰলৈ গৈ সুধিলে,

" তোৰ 'জনী' অহা নাই!"

এই কথাৰ উত্তৰ নিদি ৰ'জীয়ে সুধিলে, "সেই চাহাবজন যে আহিছিল গ'ল নেকি?"

"অঁ। তই জনীৰ লগত চিনেমা চাবিগৈ আজি।" অচ্চীয়ে ক'লে— "তোৰ বন্ধুবোৰৰ ভিতৰত সিয়েই ঠিক যেন পাইছো!"

ৰ'জীৰ স্ফূৰ্তিত মন ভৰি গ'ল।

অচ্চীৰ মোহনৰ লগত আৰু পাঁচ-ছয়বাৰমান দেখা হ'ল। আজি তাই দৰ্জ্জি আৰু আন মানুহৰ দৃষ্টি এৰাই মোহনৰ গাড়ীত উঠিলগৈ আৰু দুয়ো সন্ধ্যাটো 'হাৱা' খাবলৈ ওলাই যাব।

ইতিমধ্যে মোহনে সুমিত্ৰালৈ সপ্তাহত দুখনৰ ঠাইত তিনিখন চিঠি লিখিবলৈ আৰম্ভ কৰিছিল। এখন চিঠিত ধেমালিও কৰিছিল— "তুমি যদি সোনকালে নাহা, মই আন কাৰোবাৰ লগ ল'ব লাগিব"— এইষাৰ কথাই সুমিত্ৰাক বিচলিত কৰিছিল।

মানুহ-দুনুহ নোহোৱা নিৰ্জন আন্ধাৰ ঠাই এডোখৰত সিহঁতৰ গাড়ী ৰলগৈ। অচলায়ো একো আপত্তি নকৰিলে। আজি তাই দুৱাৰত লগাকৈ নবহি চীটৰ ঠিক মাজতে বহিছে। মোহনজামৰ হাত এখন অচলাৰ কান্ধত। অচলাই হাত এখন নিউট্ৰেলত থৈ গীয়েৰত হেচাঁ দিব খোজাৰ ভঙ্গীত। যেন তাই গাড়ীখন চলাবহে খুজিছে। মোহনে অচলাৰ হাতখনত ধৰিলে, তায়ো মোহনৰ হাতখন খামুচি ধৰিলে। দুয়ো কিছু সময় মনে মনে থাকিল। মোহনে এনেয়ে এবাৰ সুধিলে, "গদকৰী কেতিয়া আহিব?"

"এই দুই-এদিনতে।"

"কনফাৰেন্স দীঘলীয়া হ'ল!"

"ভগৱানে জানে ! মতা মানুহৰ কথা কোনে জানে ? কোন সতিনীৰ লগত বা ৰাসলীলা পাতিছে !"

অচ্চীৰ হাতখন জোকাৰি দি মোহনে ক'লে, "তেওঁতো তোমাৰ বাবে ভগৱান ৰাম।"

"ভগৱান ৰাম হলে জানো সীতাক লগত নৈ নাযায় ?"

মোহনে হাঁহি কলে, "সীতা কনফাৰেন্সলৈ যাব কেনেকৈ ?"

মোহনে অচ্চীক কাষলৈ চপাই আনিলে। অচ্চীয়ে পোনতে সামান্য আপত্তি কৰি পাছত নিজকে একেবাৰে এৰি দিলে। তাইৰো কিছু আৰামৰ প্ৰয়োজন আছিল। গাড়ী বেক-বে'লৈ আহি যেতিয়া আন্ধাৰত ৰৈ গৈছিল তেতিয়াই তাইৰ ভিতৰখন একেবাৰে কঁপিবলৈ ধৰিছিল। তাইৰ সঁচাকৈয়ে অলপ বিশ্ৰামৰ প্ৰয়োজন হৈছিল। চকু দুটা মুদি মূৰটো লাহেকৈ মোহনৰ কান্ধত পেলাই দিলে।

মোহনে অচলাক অলপ মৰম কৰিব খোজোতেই এটা মানুহ আহি গাড়ীখনৰ কাষত আহি থিয় দিলেহি। সি ক'লে,

"নাৰীকলৰ পানী লাগে ?"

"দৰকাৰ নাই" বুলি মোহন অচলাৰ পৰা অলপ আঁতৰিব খুজিলে। মানুহটো তেতিয়াও তাতে থকা দেখি খঙত চিঞৰি দিলে,

নালাগে বুলি কৈছো নহয়, নুশুন নেকি ?" ধমক খাই সি আঁতৰি গ'ল। সিফালৰ পৰা কোনোবা এটাই "হায় !" বুলি হুমুনিয়াহ এটা কাঢ়িলে। মোহনহঁতে বুজি পালে সেই হুমুনিয়াহৰ অৰ্থ কি !

"ব'লা ঘৰলৈকে যাওঁগৈ।" মোহনে অচলাৰ পৰা আৰু অলপ আঁতৰি ক'লে।

"কাৰ ঘৰলৈ ?"

"মোৰ .......তোমাৰ....... ৰ'জী এতিয়াও তোমাৰ ঘৰতে আছে ?"

"নাই, তাই জনীৰ লগত চিনেমা চাবলৈ গৈছে।"

"তেনেহলেতো ভালেই হ'ল।"

"নাই, নাই এতিয়া ঘৰলৈ গৈনো কি কৰিব ?

আচলতে অচলাৰ হঠৎ ঘৰৰ 'শ্ব'কে'চৰ ছবি কেইখনলৈ মনত পৰি গ'ল। মোহনে অচলাৰ ওঁঠ দুটিত এটা দীঘলীয়া চুমা খালে। অচলাই মুখখন আঁতৰাই দিব খুজিছিল। কিন্তু নোৱাৰিলে। "মোহন" তাইৰ মুখৰপৰা ওলাই অহা শব্দটোৱে কি বুজালে তাই ক'ব নোৱাৰিলে। মোহনে যেতিয়া তাইৰ বুকুৰ উদ্ধত অংশত লহৰ তুলিলে,অচলা হঠাৎ তাৰ কাষৰপৰা আঁতৰি আহিল। মোহনৰ বেয়া লাগিল। তথাপি সি আকৌ অচলাক কাষ চপাই আনিলে। মোহনৰ হাত দুখনে অধৈৰ্য্যভাৱে অচলাৰ গাত বগাবলৈ ধৰিলে।

"আৰু নহয়, যথেষ্ট হ'ল মোহন।" —অচলাই আপত্তি কৰিলে।

"সৰু ছোৱালীৰ নিচিনা নকৰিবা। নহলে তুমিও দেবীৰ নিচিনা পস্তাব লাগিব অচ্চী !"

"নহয় মোহন। ভালপোৱাৰ অৰ্থ ইমানেই জানো ?"

“কি তেন্তে?”

“আমি জানো ককাই-ভনীৰ সম্বন্ধ গঢ়ি তুলিব নোৱাৰোঁ?”

“কিয় নোৱাৰিম?” মোহনে নিজৰ নিৰাশ ভাৱটো লুকুৱাবৰ চেষ্টা কৰিলে। মোহনৰ গৰেলীত থকা ভনীয়েক ৰাধালৈ মনত পৰি গ'ল তেতিয়া।

“আমিতো এনে সম্পৰ্ক আজীৱন ৰাখিব নোৱাৰিম। দুই-এদিনতে ৰামো আহি পাবহি। সুমিত্ৰাওতো এদিন আহিব।” —অচলাই ক'লে।

“হুঁ।”

“ককাই-ভনীৰ ভালপোৱাই ভাল— তাত কোনো শঙ্কা নাই, বাধা নাই।”

“ঠিক আছে!” মোহনে মুখৰ ঘামবোৰ মছি ক'লে, “আজিৰ পৰা তেন্তে তুমি মোৰ ভনী হ'লা।” কথাখিনি কৈয়ে মোহনে গাড়ীখনত ষ্টাৰ্ট দিলে।

অচলাই ভয় খাইছিল। মোহনৰ বাওঁহাতখনত ধৰি অচলাই তাৰ বাওঁ কান্ধটোত মূৰটো থলে। তাৰপাছত ক'লে,

“তুমি বেয়া পাইছা মোহন?”

“বেয়া পাম কিয় অচলা? তুমিতো মোৰ ভনী। ককায়েকে জানো কোনোবা ভনীয়েকক বেয়া পাব পাৰে?” মোহনে উত্তৰ দিলে।

অচলাই তাৰ কান্ধৰ পৰা লাহেকৈ মূৰটো আঁতৰাই আনিলে।

গাড়ী আহি অচলাৰ 'সত্য সদন'ৰ সন্মুখত ৰলহি। মোহনে দুৱাৰখন খুলি দিবলৈও ইচ্ছা নকৰিলে। অচলা গাড়ীখনৰ পৰা নিঃশব্দে নামিল। ওচৰৰ টেইলাৰ মাষ্টাৰ আৰু দুটামান মানুহে ডাঙৰ ডাঙৰ চকুৰে সিহঁতৰ ফাললৈ চালে। অচলাই মোহনক ধন্যবাদ বুলিওঁ নকলে। আচলতে অচলাৰ তেতিয়া বৰ ভয় লাগিছিল।

“ভিতৰলৈ আহিবা?” অচলাই সুধিলে।

“আহিম আহিম কিয় নাহিম!” বুলি মোহনে এটা সৰু ল'ৰাৰ দৰে শব্দ কৰি হাঁহি দিলে। কিন্তু ক্ষন্তেক পাছতে মোহনে 'টা-টা' বুলি গাড়ীখন ষ্টাৰ্ট দি গুছি গ'ল। অচলা ভিতৰলৈ সোমাই গ'ল। তাইৰ মূৰৰপৰা যেন এটা ডাঙৰ বোজা আঁতৰি গ'ল।

তাৰ পাছদিনাই ৰাম আহি ওলালহি।

অচলাই ৰামক 'ৰিচিভ' কৰিবলৈ ষ্টেচনলৈ গ'ল। ৰামক দেখি তাই আচৰিত হৈ গ'ল। ৰামে দীঘল একোছা গোঁফ ৰাখিছে। আগতেতো এনে গোঁফ নাছিল।

“এইবোৰ কি?” অচলাই সধিলে

“এনেয়ে ৰাখিছো”—এই বুলি ৰামে এটা প্ৰেমিক চাৱনিৰে অচলালৈ চাই ক'লে, “মন গ'ল, ৰাখিলো আৰু!”

তাৰ পাছত কুলীৰ মূৰৰপৰা বস্তুবোৰ নমাই অচলাৰ কাষলৈ আহি ৰামে ক'লে— “বেয়া লাগিছে নেকি গোঁফ কোছা?”

“বেয়া লগা নাই, কিন্তু মোৰ বেলেগ এজন মানুহৰ লগত গৈ থকা যেন লাগিছে।”

অচলাই হাঁহি উত্তৰ দিলে।

"ভালেই হৈছে, একেটা জীৱনতে দুজন পুৰুষ পালা।" ৰামৰ কথাই অচলাক 'জ্বলালে'।

তেওঁ ভাবিছিল অচলাই হাঁহি দিব আৰু পিঠিত লাহেকৈ ঢকা এটা মাৰি ক'ব— "লাজ নালাগে?" কিন্তু অচলাই একো নামাতিলে। তাই ৰামৰ ফালে চালে। গোঁফ কোছাৰ বাবে ৰামক আগতকৈ অঁকৰা-অঁকৰা যেন লাগিছে। অচলাই বুজিছিল যে ৰাম গদকৰীয়ে মৰমতে তাইক তেনেকৈ কৈছে। কিন্তু তাই কনফাৰেন্সৰপৰা পলমকৈ ওভতাৰ কাৰণে তৰ্ক কৰাত লাগি গ'ল।

ঘৰ পায়েই অচলাই ৰামৰ হাতখনত ধৰি বেডৰুমটোলৈ লৈ গ'ল। আৰু তাৰ ডিঙিত সাৱটি ধৰি কান্দিবলৈ ধৰিলে। ৰাম গদকাৰীয়ে আচৰিত হৈ ক'লে,

"অচ্চী, মাত্ৰ এঘাৰ দিনহে মই বাহিৰত আছিলো।"

অচলাৰ কান্দোন তথাপি বন্ধ নহল। তাই বেছিকৈহে কান্দিবলৈ ধৰিলে। ৰাম গদকৰীয়ে অচলাৰ মূৰটো ডাঙি ক'লে, "মই ভবা নাছিলো যে তুমি ইমান ভয় কৰিবা।"

"মই ভয় খাইছো বুলি তুমি ভাবিছা নেকি?"

অচলাই ৰামৰ বুকুৰপৰা অলপ আঁতৰি আহি ক'লে।

"ভয়ত নহয় অচ্চী, তুমি মোক খুব ভালপোৱা বাবেই এনে কথা কৈছা বুলি মই বুজিছো। কিন্তু তুমি নাজানা ময়ো তোমাক কিমান ভাল পাওঁ।"

"থোৱাঁ থোৱাঁ, মোক ভাল পালে তুমি কেতিয়াওঁ গোঁফ নাৰাখিলাহেঁতেন।"

অচলাই ৰামৰ গোঁফ ৰখাৰ আঁৰত কোনোবা ছোৱালী আছে বুলি ভাবি লৈছিল। ৰামে অচলাৰ মনৰ ভাৱ বুজিব পাৰি তাইক টান মাৰি বুকুত সাৱটি ল'লে। কালিৰ ভিতৰতে গোঁফ খুৰাই পেলোৱাৰ কথা দিলে ৰামে। নিজে যি কাটিবই আনৰ গোঁফো জোৰ কৰি কটোৱাব। অচলাৰ মুখত হাঁহি বিৰিঙি উঠিল।

দুদিনমানৰ মূৰত মোহন আহি ওলালহি। মোহনক দেখি তাই অলপ চক খালে। তথাপি এক মুহূৰ্ত্ততে তাই নিজকে চম্ভালি ল'লে। আৰু ৰামৰ ফালে মুখ ঘুৰাই কৈ উঠিল,

"অ' মই তোমাক ক'বলৈকে পাহৰি গৈছো, মই এজন নতুন দাদা পাতি লৈছো।"

"দাদা? পাতি লৈছা?"

"অঁ, পাতি ল'ব নোৱাৰি?"

অচলাই ৰাম গদকৰীক হাতত ধৰি ড্ৰয়িংৰুমলৈ লৈ আহিল মোহনজামৰ লগত চিনাকি কৰি দিবলৈ। দুয়োজনে অপ্ৰস্তুত ভাৱলৈ ইজনে সিজনৰ লগত মিলিত হ'ল। দুয়ো প্ৰথম পৰিচয়ৰ সৌজন্য ঠিকভাৱেই প্ৰকাশ কৰিলে কিন্তু সকলোবোৰ যেন এটা নুবুজা সাঁথৰৰ মাজত থাকি কৰাৰ দৰে। হাঁহিলেও। কিন্তু সি কৃত্ৰিম হাঁহি।

আনহাতে অচলা যেন আত্মহাৰা। এবাৰ 'দাদা' বুলি পৰিচয় দি দিয়াৰ পাছত যেন ভাবিলগীয়া আৰু একো নাই। তাই ক্ষন্তেকতে ট্ৰেত চাহ-মিঠাই লৈ হাজিৰ। ইফালে ৰ'জীক কিবাকিবি নিমখীয়া বস্তু আনিবলৈ দোকানলৈকো পঠিয়ালে। সেই সকলোবিলাক

ৰাম গদকৰীয়ে সহ্য কৰিলে, কিন্তু এটা ৰহস্য তেওঁ বুজিব নোৱাৰিলে যে মোহনজাম অহাৰ লগে লগে অচলাই তেওঁৰ অস্তিত্ব একেবাৰে পাহৰি পেলালে! তেওঁ তাইৰ স্বামী, তাইৰ 'দাদা'কৰ ভনীজোঁৱাই! অচলা কেনেধৰণে বিহ্বল হৈ পৰিছে ৰামে তাক চাই থাকিল!

অচলা কিবা কামত ভিতৰলৈ গ'লে দুয়োজনে একা নামাতিলে বেয়া দেখি কাৰণে ইটো-সিটো কথা উলিয়ায়। ৰাম গদকৰীয়ে তেওঁৰ কনফাৰেন্সৰ বিষয়ে আৰু মোহনজামেও তেওঁৰ শ্বিপ্‌মেণ্টৰ কথাকে পাতিলে। দুয়োজনৰ কথাৰ আঁত হেৰাই যায়।

অচ্চীয়ে এইবাৰ শাৰীখন সলাই আহিল আৰু সমুখৰ চুলিত ঢৌ তুলি আহিল। গোটেই শৰীৰতে সুগন্ধিৰ গোন্ধ। সেই গোন্ধ বিয়পি পৰিল।

"ভাই চাহেব, বৌ অহা নাই—?"

অচলাই কথাটো সুধি, ৰাম গদকৰীৰ ফালে চাই ক'লে, "তেওঁ কাশ্মীৰলৈ গৈছে। মইতো লগ পোৱা নাই কিন্তু বৰ ভাল মহিলা বুলি শুনিছোঁ।"

"নিশ্চয় ভাল হ'ব।" ৰামে কথাটো শলাগিলে। আৰু আশ্চৰ্য্য দৃষ্টিৰে মোহনজামৰ ফালে চাই ৰ'ল। চাহ খাই, ৰামৰ লগত হাত মিলাই মোহন যাবলৈ উঠিল। "ময়ো গৈছো ৰ'ব" বুলি অচলায়ো তেওঁক আগবঢ়াই থবলৈ গ'ল।তাৰপিছত কিবা ভাবি তাই তেওঁৰ পাছে পাছে নামি গ'ল।

মোহনজামৰ অচলাক অলপ মৰম কৰিবৰ মন গ'ল। অচলাৰ হাত এখনত ধৰি বৰ মৰমেৰে ক'লে, "অচ্চী তুমিও কেতিয়াবা আমাৰ তালৈ আহিবাচোন।"

"নিশ্চয় যাম। তেওঁকো লৈ যাম।" অচলা গাড়ীৰ ওচৰলৈ গ'ল। চকুৰে চকুৰে পৰাত মোহন আৰু অচলা দুয়ো চকু তললৈ নমালে।

অচলাই খৰধৰকৈ ওপৰলৈ উঠি গ'ল। অচলাই ৰাম গদকৰীক কোনো কথা ভাবিবলৈকে সুবিধা নিদিলে। ক'লে, "মোৰ ভাই-চাহেবক দেখিলা?— খুব ভাল মানুহ-লাখৰ ভিতৰত এজন।"

ৰামে মূৰ দুপিয়ালে। কিন্তু তেওঁৰ মনত এটা চিন্তাই হাতুৰী-কোবাইছে। হঠাতে কিয়নো 'ভাই' পতাব লগা হ'ল? কি ইমান প্ৰয়োজন আছিল তেওঁৰ মগজত নোসোমাল। তেওঁ ক'লে, "যদি সচাকৈয়ে তোমালোকৰ ভাই-ভনীৰ সম্বন্ধ তেনেহলে 'ভাইচাহেব' কিয় 'ভাইয়াজী' নোকোৱা কেলেই?"

"বাঃ ইও এটা কথা হ'লেনে?"

অচলাই মোহনৰ গুণ বখানিবলৈ লাগি গ'ল। কেনেকৈ তাই দেবীৰ লগত ফুৰিবলৈ যাওঁতে 'বাজে মানুহ' পাছত লাগিছিল। মোহনজাম যদি নাহিলেহেঁতেন তেনেহলে সেইদিনা যে কি হ'লহেঁতেন ক'ব নোৱাৰি! অচলাই নিজৰ বক্তব্য জোৰদাৰ কৰিবলৈ এনে ধৰণৰ ঢেৰ কথা সাজি সাজি কবলৈ ধৰিলে। অথচ সেইবোৰৰ কোনো প্ৰয়োজনেই নাছিল। কিন্তু কি কৰিব তাই? সিহঁতৰ সম্বন্ধ যে ঈশ্বৰে গঢ়ি দিয়া নহয়!

তাৰ পাছত আৰু দুই-এবাৰ মোহনজাম আহিল। আৰু অচলায়ো সেইদৰেই গাত

তত নোহোৱা হৈ ইফাল-সিফাল কৰি ফুৰিছিল। এদিন মোহনজাম যোৱাৰ পাছত ৰাম গদকৰী বহুত সময় গম্ভীৰ হৈ বহি থাকিল আৰু তেওঁৰ মনৰ ভাৱবোৰে মনতে খোচা-বিন্ধা কৰি থাকিবলৈ ধৰিলে। টেবুলৰ ওপৰত ট্ৰেঞ্জিষ্টৰটো আছিল আৰু সেইটো পকাই দি ৰামে অচ্চীক ক'লে,

"ট্ৰেঞ্জিষ্টৰ কাক কয় জানা?"

"সেইটো দেখোন আগতে পৰি আছে!"

"ওহোঁ," ৰামে হাঁহিৰ আঁৰত খংটো ঢাকিবলৈ চেষ্টা কৰি ক'লে "চিষ্টাৰ ভনীক কয় আৰু ট্ৰেঞ্জিষ্টাৰ হ'ল সেই ভনী যি আচল নহয়, কিন্তু ভাও ধৰি পাতি লোৱা হয়......... সেইদেখি তুমি বেছি হৈ চৈ কৰাঁ........।"

অচলাৰো খং উঠি গ'ল— "কি কব খুজিছা? ....... তুমি ভাই-ভনীৰ সম্বন্ধক সন্দেহ কৰিছা? তাৰ আনন্দ দূৰ কৰিব খুজিছা?"

"মই ক'ব খুজিছো.........."

"মই বুজিছো।" অচ্চীয়ে ফোঁপাই-জোপাই কবলৈ ধৰিলে, "তোমালোক মতামানুহবোৰ বৰ হিংসুক। তোমালোকৰ দৃষ্টিত কদৰ্য্যতাৰ বাহিৰে একো নাই। পৃথিবীত নাৰী-পুৰুষৰ মাজত স্বামী-স্ত্ৰীৰ বাহিৰে আন সম্পৰ্ক হ'ব নোৱাৰে নেকি? সংসাৰত........" অচ্চীৰ মাত থোকাথুকি হ'লআৰু তাই কান্দি কান্দি শ্বকে'চটোৰ ছবিখনৰ আগত গৈ বহি পৰিল। হাতযোৰ কৰি ক'বলৈ ধৰিলে, "ভগৱান মই যদি কিবা পাপ কৰিছোঁ তেনেহলে মোৰ দেহত পোক লাগিব.........."

ৰামে অনুশোচনা কৰিবলৈ ধৰিলে। ভগবানৰ দোহাই শুনি তেওঁ অচলাৰ পাছফালে গৈ অচলাৰ দুয়ো কান্ধত ধৰি উঠাই দিলে কিন্তু অচলাই তেওঁক ইমান জোৰে ঠেলা মাৰি দিলে যে তেওঁ দেৱালত উফৰি পৰিলগৈ। মূৰত অলপ দুখো পালে। ৰাম গদকৰীৰ দৰে চেৰেলা মানুহ এটাই অচলাৰ সেই সবল দেহৰ শক্তি চম্ভালা টান। তাৰ পিছত তাই ভিতৰলৈ গৈ নিজৰ বিছনাৰ ওপৰত পৰি জোৰে জোৰে কান্দিবলৈ ধৰিলে। ৰামে নিজকে ধিক্কাৰ দিলে। আৰু নিজকে ধিকৃত কৰা পুৰুষৰ কেনে অৱস্থা হয়, নিশ্চয় জানে? ৰামৰ গোটেই সন্ধ্যাটো অচ্চীক ভালৰি লগাওঁতেই গ'ল। ইফালে বিৰলাৰ "যুতোশ্ৰী সভাঘৰ"ত হ'ব লগা বিলায়েৎখাঁৰ চেতাৰ-বাদন শুনিবলৈ যোৱাৰ কথা আছিল। আৰু অচলাৰ কাৰণেও এখন টিকট কাটিছিল। কিন্তু যিহেতু তেওঁৰ প্ৰিয়তমা ৰোহঘৰত সেইদেখি তেওঁৰ আগতে সেই টিকট দুখন ফালি-ছিৰি পেলাই দিব লগা হ'ল। এতিয়া তেওঁ সেই বিছনাত বহি ঘৰৰ চেতাৰৰ ককাঁলত ধৰি তাঁৰবোৰত ঝাঙ্কাৰ দিব লগা হ'ল। কিন্তু যিহেতু তেওঁ ওস্তাদ মানুহ নহয় সেইদেখি কোনো এটা সুৰো ভালদৰে নুঠিল। শেষত তেওঁ ক'লে, "মই যদি তোমাক আৰু সন্দেহ কৰোঁ তেনেহলে গো মাংস খাওঁ। মই খালি কব খুজিছোঁ, তোমাৰতো নিজৰ ককায়েৰাও আছে........."

"ক'ত আছে?" অচলাই ক'লে, "এজন কলিকতাত........ আনজন বিজৱাড়াত।"

"অৱশ্যে ওচৰত এজন ভাই থকাৰ প্ৰয়োজন আছে।"

"আছেতো প্ৰয়োজন!" অচ্চীয়ে এক বিশেষ ভঙ্গীত মূৰটো জোকোৰা মাৰি ক'লে, "অন্ততঃ তোমাৰ খবৰ লবলৈকেতো এজন লাগে.........!" ৰাম গদকৰীয়ে এইবাৰো একেবাৰে দুৰ্ব্বল মাতেৰে তেওঁক ক'লে,

"তোমাৰ মৰ্জী! কিন্তু মোৰ মতে ইয়াৰ কোনো প্ৰয়োজন নাছিল।"

"তোমাৰ গোঁফ ৰখাৰ কি প্ৰয়োজন আছিল তেন্তে?"

ইয়াৰ ঠিক ডেৰ মাহমানৰ মূৰত সুমিত্ৰা ঘুৰি আহিল।

সুমিত্ৰাক আগতকৈ অলপ ভাল যেন দেখা গ'ল। ল'ৰাটোৰো চেহেৰা আগতকৈ বহুত ভাল হ'ল। সি কেইটামান কাশ্মীৰী কথা শিকি আহি তাকে অনবৰত য'তে ত'তে গাই ফুৰিছিল। সুমিত্ৰাই বাৰে বাৰে তাক ধৰি, ডেডীক ইটো শুনোৱা, সিটো শুনোৱা বুলি কোৱাতো সি বদমাছে সেই কোৱা কথাকেইটাকে বাৰে বাৰে দোহাৰি থাকে। পাছতহে গম পাইছে যে সেইবোৰ কাশ্মীৰী ভাষাৰ অশ্ৰাব্য গালি!

মোহনজামে অচলাৰ দৰে বুৰ্ব্বকামি নকৰিলে! সুমিত্ৰাক অচলাৰ লগত পৰিচয় কৰাই দিয়াৰ বহুত আগতেই সি তাইক কৈ থলে, যে সি এজনী ছোৱালীৰ সতে ভনী পতাইছে

সুমিত্ৰায়ো শুনিলেহে। তাইৰ মোহনৰ ওপৰতো সম্পূৰ্ণ বিশ্বাস। নহয়........ তাই তেনেকুৱা তিৰোতা যি পুৰুষৰ বেপৰোৱা ভাৱক ভালহে পায় আৰু সুমিত্ৰাৰ স্বাস্থ্যৰ যি দশা সেইদেখি তাই ভাৱে যে তাই প্ৰেমৰ পূৰা মূল্য দিব পৰা নাই। জীৱনটোক তাই মৃত্যুতকৈ ডাঙৰ বুলি ভাবে এইদৰে কয়, "যাৰ যি ইচ্ছা কৰি থাকক........ ভগৱানক জবাব তেওঁহে দিব লাগিব, মইতো নহয়!"

কিন্তু নিশাৰ নিজানত এনেদৰে কান্দে যে সেই কান্দোন নিজৰ কাণতো নপৰে!

সুমিত্ৰাই মাথোন ইয়াকে ক'লে, "কি দৰকাৰ আছিল? তোমাৰ নিজৰ ভনীয়েৰা আছেই দেখোন। তোমাৰ মৰম-চেনেহ দেখোন তাইকে দিব পাৰা— নে, মৰম-চেনেহৰ মাত্ৰা বেছি আছে?"

"অঁ," মোহনে অলপ ক্ষোভৰেই উত্তৰ দিলে।

সুমিত্ৰা দমি গ'ল। স্বাস্থ্যতো বেয়াই! এতিয়াৰপৰা আকৌ বা কি আৰম্ভ হয়! তাৰ কথাৰ উত্তৰতে যেন তাই সুধিছে,

"ৰাধা কেনে আছে?"

"মই তাইক লগ পোৱা নাই।

"মই যোৱাৰপৰা তুমি নিজৰ ভনীয়েৰাৰো খবৰ লোৱা নাই!"

"সময় পোৱা নাই।"

"আৰু তায়ো অহা নাই? ৰাধা আৰু কৈলাসপতি?"

"তিনি-চাৰিবাৰ আহিছিল বোলে.......... মই ঘৰত নাছিলো?"

সুমিত্ৰাই ক'ব খুজিছিল যে— কেনেকৈ লগ পাবা? তাইতো নিজৰ ভনী, পাতি

লোৱা ভনী নহয়তো! কিন্তু তাই একো নামাতিলে। তাইৰ স্বাস্থ্য এতিয়াও বৰ ভাল নহয়।

কিন্তু মোহনজামে ক'লে,

"চৌবিশ তাৰিখে ৰাখীবন্ধন আছে নহয় তেতিয়াই যাম।"

ৰাখীবন্ধনৰ দিনা মোহনজাম পৰেলত থকা ভনীয়েক ৰাধাৰ তালৈ গ'ল। সুমিত্ৰাও লগত আছিল। ৰাধাই বহুত দিনৰ মূৰত লগ পোৱাৰ দৰে আলহ-উদহ কৰিলে। সি ভনীয়েকৰ গালত চুমা খাই মূৰত হাত থলে আৰু ভনীয়েকৰ চকুত আনন্দ্ৰাশ্ৰু মচি দিলে। তেতিয়া সি যে এটা পুৰুষ আৰু ভনীয়েক যে নাৰী সেই কথা মনলৈকে অহা নাছিল।

অলপ সময়ৰ পাছত ৰাধাই বৰ আদৰ সাদৰকৈ ককায়েকক ৰান্ধনী ঘৰলৈ লৈ গ'ল আৰু পিৰা পাৰি ককায়েকক পূবফালে মুখকৈ বহুৱালে। মোহনৰ ল'ৰাটোৱেও আন এখন পীৰাত বহিল।

"আৰে," ৰাধাই জাজুৰ ফালে চাইক'লে, প্ৰথমতে তোক ৰাখী বান্ধিম হবলা?"

"অঁ" জাজুৱে জোৰে জোৰে মূৰ দুপৰালে।

"প্ৰথমতে মই মোৰ দাদাকহে বান্ধিম।"

"নাই প্ৰথমতে মোক।"

"ইঃ এনে হুকুম! ভগবানক এজনী সৰু চাই ভনী দিবলৈ ক। তাই বছৰি ৰাখী বান্ধি দিব।"

এনেকৈ ক'লত জাজু, মোহন আৰু কৈলাসপতি তিনিও সুমিত্ৰাৰফালে চালে। তাই লাজত আঁচলেৰে মুখ ঢাকিলে।

ৰাধাই মোহনৰ হাতৰ ঠাঁৰিত বগা ধুনীয়া ৰাখী এডাল বান্ধি দিলে। মুখত এডোখৰ মিঠাই দিলে। মোহনে জেপৰপৰা এখন নোট উলিয়াই ৰাধাৰ হাতত থলে। ৰাধাই নোটখন কপালত লগাই প্ৰাৰ্থনা কৰিলে—

"এনে দিন সকলো ভনীলৈকে আহক, ভগবান।"

তাইৰ চকুত মৰম আৰু প্ৰত্যয়ৰ ছাঁ নামিল।

সুমিত্ৰা আৰু ল'ৰাটোক ঘৰত নমাই থৈ মোহনজামে অচলাৰ তালৈ বুলি ওলাল। সুমিত্ৰাক কেতিয়াবা লৈ যাব কিন্তু আজি নহয়। আজি বিশেষ কাৰণ আছে। পত্নীয়ে বহু কথাত স্বামীক বাধা দি থাকে। যিদৰে তিৰোতাৰ বহুত কথা পুৰুষে কোনো অৰ্থ বিচাৰি নাপায় সেইদৰে পুৰুষৰো বহু কথাৰ তিৰোতাই একো গম নাপায়। মোহনে বজাৰত এখন দোকানলৈ গ'ল আৰু বহুত চাই-চিতি এখন বেনাৰসী শাৰী পছন্দ কৰিলে- সোণালী গুণাৰ কাম কৰা। চাৰে তিনিশ টকা। মোহনে টকা দি শাৰীখন এখন ধুনীয়া গিফ্‌ট্‌পেপাৰত মেৰিয়াই 'সত্যসদন' বুলি আগবাঢ়িল।

অচলাই হাতত কেচি এখন লৈ ড্ৰয়িংৰুমতে বহি কিবা কাটি আছিল। ৰাতিপুৱাৰ পৰা তাতে লাগি আছে। ৰাম গদকৰীয়ে খিৰিকীমুখত থিয় দি বজাৰলৈ অহাযোৱা কৰা মানুহবোৰ চাই আছে আৰু তলৰ দৰ্জিৰ দোকানলৈ অহাযোৱা কৰা প্ৰত্যেকজন মানুহৰ মূৰতে চিগাৰেটৰ

চাই জোকাৰি পেলাবৰ চেষ্টা কৰি আছে। তেনেতে সমুখত মোহনজামৰ গাড়ী আহি ৰলহি। পাছুৱাই আহি ৰাম গদকৰীয়ে মাতিলে

"অচ্চী।"

"ওঁ" — অচ্চীয়ে বৰ কোমলকৈ সহাঁৰি দিলে।

"তেওঁ আহিছে।"

"কোন তেওঁ? ভাইয়াজী?"

সিমানপৰে মোহন আহি দুৱাৰমুখ পালেহি। কলিং বে'ল বাজিলেই। ৰ'জীয়ে দুৱাৰ খুলি দিলে।

ৰাম গদকৰীয়ে মোহন সেইদিনা নাহিব বুলিয়ে ভাবিছিল এতিয়া যেতিয়া সি ৰাখী বন্ধাবলৈ আহিল একো ইফাল-সিফাল হ'ব নোৱাৰে। তাৰ উপৰি সকলো ঠিক হৈ আছে। মোহন আহি গ'ল যাৰ কাৰণে অচলাই ওৰে দিনটো ৰাখী বনোৱাতে ব্যস্ত হৈ আছে— জলমলীয়া, নানা কাৰুকাৰ্য্য খটোৱা ধুনীয়া ৰাখী। ৰাধাৰ সস্তীয়া 'গৰীবী' সূতাৰ ৰাখীডাল মোহনে ছিঙি পেলাই দিছিল—তাৰ হাতৰ ঠাৰিত এতিয়া একো নাই। মোহন অহাত অচলা সচৰাচৰ হোৱাৰ দৰে উত্ৰাৱল হৈ পৰিল- আৰু ল'ৰমাৰি কোঠাৰ পৰা ওলাই গৈ ৰজাক কৰাদি অভ্যৰ্থনা কৰি মাতি আনিলে।

ৰাম গদকৰী আগৰ দৰেই বুজা-নুবুজাৰ দোমোজাতে থাকিল।

অলপ পৰৰ পাছতে পূৱ মুৱাকৈ মোহন বহিল আৰু ৰাম গদকৰীয়ে আঁতৰত বৈ দৃশ্য নিৰীক্ষণ কৰিবলৈ ধৰিলে।

অচলা আহিল। তাই বঢ়িয়া কামিজ আৰু শ্বেলোৱাৰ পিন্ধিছে। ডিঙিত পিয়াঁজৰ বাকলিৰ দৰে পাতল এখন দোপাট্টা। সেইখনে অচ্চীক সুদৰ্শনা কৰি তুলিছিল। হাতৰ থালত মিঠাইৰ ওপৰত সোণ বৰণীয়া জলমলীয়া ৰাখীডাল— এডাল সচাঁ মুকুতাৰ দৰে লাগিছে।

মোহনে খুব সাহসেৰে হাত আগবঢ়াই দিলে। অচলাই তাৰ হাতত ৰাখীডাল বান্ধি দিওঁতে আনন্দত মোহনৰ হাতত কঁপনি উঠা ৰাম গদকৰীৰ চকুত পৰিল। মোহনে মিঠাইৰ টুকুৰাৰ বাবে,মুখ মেলিলে আৰু অচলাই এডোখৰ মিঠাই ভৰাই দিলে। গিফ্‌টপেপাৰ মেলি মোহনে শাৰীখন উলিয়াই তাৰ ওপৰত এশটকীয়া নোট এখন থৈ অচলাৰ ফালে আগবঢ়াই দিলে।

ৰাম গদকৰীৰ চকু কিছু সময়লৈকে ডাঙৰ হৈ গ'ল যদিও আকৌ আগৰ অৱস্থালৈ ঘূৰি আহিল।

ৰাখীবন্ধনৰ এই সময়ছোৱাত অচলা আৰু মোহন দুয়ো নীৰৱ হৈ আছিল। দুয়োৰে হাতৰ স্পৰ্শত দুয়োৰে শৰীৰত বিজুলি প্ৰৱাহৰ দৰে শিহৰণ জাগি উঠিছিল।

অচলাই প্ৰায় অৱশ সুৰত ক'লে,

"এনে দিন বাৰে বাৰে আহক ভগবান!" অচলাৰ চকু মোহনৰ চকুৱে চকুৱে পৰাত

তাই লাজতে মৰহি যোৱা যেন পালে।

অলপ কথা-বতৰা পাতি ৰাম গদকৰীৰ হাতত হাত মিলাই, অচলাক নমস্কাৰ কৰি মোহন গ'লগৈ। দুৱাৰ মুখ পাওঁতেই তাৰ মুখৰ পৰা এটা হুমুনিয়াহ ওলাই পৰিল।

অচলায়ো আনদিনাৰ দৰে আগবঢ়াই থবলৈ যাব খুজিছিল কিন্তু আজি যেন তাইৰ ভৰিদুটা অচল হৈ গ'ল!

"আজিতো তোমাৰ আনন্দৰ দিন, অচ্চী," ৰামে ক'লে—

"ভাইৰ হাতত ৰাখী বান্ধিছা!"

"অঁ" অচ্চীয়ে ক'লে— "কিন্তু আজি ৰাতিপুৱাৰপৰা মোৰ গা বৰ........."

"ৰাতিপুৱাৰ পৰাইতো এইবোৰতে লাগি আছা......... কষ্ট হৈছে .........।"

অচলাই মূৰটো জোকাৰিলে। ৰামে আগবাঢ়ি ক'লে, "মই ভাবিছিলো, তুমি তোমাৰ ককায়েৰাই দিয়া শাৰী পিন্ধি মোক দেখুৱাবাহি.......।"

অচ্চীয়ে কোনো উত্তৰ নিদিলে তাইৰ চকু মুদ খাই অহা যেন দেখি ৰাম গদকৰীয়ে আগবাঢ়ি গৈ তাইক ধৰি পেলালে— "অচ্চী তোমাৰ কি হ'ল?"

"একো হোৱা নাই, "অচ্চীয়ে ক্লান্ত সুৰত ক'লে আৰু নিজৰ বাহুৰে ৰামক সাৱটি ধৰিলে, "মোক অলপ মৰম কৰাঁ........"

ৰামে অচ্চীক জোৰেৰে বুকুত সাৱটি ধৰিলে

"আৰু........." অচ্চীয়ে ক'লে!

অচ্চীৰ চকু মুদ খাই আহিল আৰু মুখ মেল খাই থাকিল......... মোহনজাম নামৰ মানুহটো তেতিয়া অচলা আৰু ৰাম গদকৰীৰ মনৰপৰা সম্পূৰ্ণ বিলুপ্ত হৈ গৈছে।



# এটা সামান্য কথা

"কিয়? কে'চ বুজি পাইছ নহয়? এটা সামান্য কথা -" উকীল চাহাবে আগলৈ হাউলি চেৰেলা ল'ৰাটোক সুধিলে।

গোপাল সিংহৰ কিতাবী চেহেৰাৰ ওপৰত হালধীয়া বৰণ বিয়পি গ'ল। নবীন বয়সৰ ঘন দাড়ি সৰিয়হৰ দৰে গজি উঠিছে। কপালৰ দুই কুমেৰে ঘামৰ সোঁতা বৈ আহিছে আৰু সি বাৰে বাৰে হাতৰ তলুৱাৰে মছি পেলাইছে। সি তাৰ শ্ৰান্ত চকুহাল এমোন মান গধুৰ বোজাৰ দৰে ওপৰলৈ দাঙি ধৰিলে।

তাৰ চকুলৈ চাই উকীল চাহাব কঁপি গ'ল। সোণবৰণীয়া হাত খণ্ডত কঁপিবলৈ ধৰিলে .... গাখীৰেৰে পৰিপূৰ্ণ পাত্ৰত তৰাফুলহে যেন ওপঙি ফুৰিছে। আল্লাই এই চকু কিমান নিশালৈকে উজাগৰী থাকি তৈয়াৰ কৰিছে কোনে জানে!

"নাই, উকীল চাহাব" গোপালে দীঘলকৈ উশাহ টানি ক'লে। তাৰ মূৰ আৰু দোঁ খাই গ'ল।

"এনেকুৱাবোৰ কথা মই বুজিবই নোৱাৰোঁ। ৰক্ষীৰ লগত তোমাৰ সম্বন্ধ আছে। তোমালোক দুয়ো ৰাতি......"

"নাই, নাই", গোপাল সিংহই বিতত হৈ মূৰ ইফালে সিফালে লৰাবলৈ ধৰিলে যেন কোনোবা অজ্ঞাত শত্ৰুৰ পৰা ডিঙি বচাবলৈ বিচাৰিছে। – "এনে কথা নক'ব উকীল চাহাব ...... নক'ব ........."

"চৰ্দাৰজী" উকীল চাহাবে মেজৰ ওপৰত জোৰেৰে ঘোঁচা এটা মাৰিলে, "কিয় মিছাতে সময় নষ্ট কৰিছা? তোমাৰ ল'ৰা যদি মৰিব খোজে কোনো উকীলে তাক বচাব নোৱাৰে। .........."

"উকীল চাহাব", গোপাল সিঙৰ বুঢ়া বাপেকে আৰ্ত্তনাদৰ সুৰত কৈ উঠিল "মোৰ একেটাই ল'ৰা উকীলজী ..... তাৰ জান বচাওক। ........"

"চৰ্দাৰজী, আপোনাৰ এটাই ল'ৰা আৰু সি ফাঁচীত ওলমিবলৈ গৈছে -সেইটো মোৰ দোষ নে?"

"সি যদি ফাঁচীত যায় তেনেহলে .........'বুঢ়া চৰ্দাৰে উচুপিবলৈ ধৰিলে।

"মই যেনেকৈ কৈছো সি যদি আদালতত তেনে জবানবন্দী দিয়ে তেতিয়া হ'লে ফাঁচী নহয়। এইখিনি কথাকে সি বুজিব খোজা নাই। ইয়াক ফাঁচীলৈ পঠিয়ালে যেন মোৰ

গৌৰৱহে বাঢ়িব। ৰক্ষীৰ লগত ইয়াৰ সম্বন্ধ আছে। জোগিন্দাৰে ইয়াক হাতে হাতে ধৰিলে। তাৰ মূৰত তেজ উঠি গ'ল। সি দাখন লৈ দুয়োটোৰে ওপৰত জপিয়াই পৰিল আৰু দুয়োটোৰে দবৰা-দবৰিত দা খন উফৰি জোগিন্দাৰৰ গাত লগাত সি তাতে বৈ গ'ল ......."

"এইবোৰ মিছা কথা। দা মোৰ হাতত আছিল। মই জোগিন্দাৰক মাৰিবলৈ ......."

"আকৌ সেই "মূৰ্গীৰ এক ঠেং"– চৰ্দাৰজী! তোমাৰ ল'ৰা এক নম্বৰৰ........"

"গোপিয়া, মোৰ পুতাই" বুঢ়া চৰ্দাৰে চিঞৰিলে। ল'ৰা সংকোচত আকৌ দোঁ খাই গ'ল। সি জানে যে বুঢ়া বাপেকৰ চকুৰ চাৱনিয়ে তাৰ মন টলাব, তাক কেতিয়াও এৰি নিদিব।

উকীল চাহেবে দুই হাতেৰে মূৰটো হেঁচি ধৰিলে। এনেকুৱা অৱস্থাত তেওঁ আৰু কেতিয়াও পৰা নাই! বৰ অদ্ভুত ধৰণৰ মানুহ। কিমান খুনী, ডকাইত, দগাবাজক ফাঁচীৰ পৰা সৰুৱাইছে তাৰ ঠিকনা নাই। কোনো মকৰ্দমাতে তেওঁৰ যুক্তি খণ্ডাব পৰা মানুহ নাই। কিন্তু এই বুঢ়া চৰ্দাৰ আৰু চেৰেলা ল'ৰাটোক দেখি তেওঁৰ অন্তৰত কিয় জানো এনে এটা আঘাত লাগিছে যে তেওঁ প্ৰায় বিব্ৰত হৈ পৰিছে। আল্লা! কি দুৰ্কপাল। মাটি ফুটি চন্দনৰ পুলিটো লাহে লাহে ওলাই অহাদি কি স্মৃতিবোৰ মনলৈ আহিছে। .......

"গোপাল সিং, কেতিয়াবা ফাঁচী দিয়া দেখিছানে?"

"নাই দেখা চাহেব।"

"জানানে বাছা, ফাঁচী কি ভয়ানক! চকু ওলাই আহি গালৰ ওপৰত ওলমি থাকে। ডিঙিটো টান খাই এহাত মান দীঘল হৈ যায়।" উকীল চাহেবে ভয়ংকৰ দৃঢ় স্বৰে বৰ্ণনা দি গোপালক এনে ধৰণে ভয় খুৱালে যে সি তেওঁৰ পিঠিৰ ওপৰত হামখুৰি খাই পৰিল। গোপালৰ ওঁঠ কঁপিবলৈ ধৰিলে আৰু সি দাঁতেৰে আঙুলি কামুৰি ধৰি কান্দিবলৈ ধৰিলে। গাখীৰৰ পাত্ৰত থকা তৰাফুল ছেদেলি-ভেদেলি হৈ গ'ল।

"তুমি ৰক্ষীক সৰুৰে পৰাই জানা নেকি?" উকীল চাহেবে কথা ঘূৰাবলৈ চালে।

"হয়। ইহঁত দুইটাই একেলগে খেলি মেলি ফুৰা ......." বুঢ়া চৰ্দাৰজীয়ে নখে মাটি লেখিবলৈ ধৰিলে।

গোপালৰ চেহেৰাত শৈশৱৰ কোমলতা উভতি আহিল। ঈশ্বৰৰ দূতে জানে, কিমান মুখৰ পবিত্ৰতা চূৰ্ণ কৰি এই ল'ৰাটোৰ ওপৰত......।

"ইয়াৰ অৰ্থ এই যে সৰুৰে পৰাই তোমালোক দুয়ো ইজনে সিজনক বিচাৰিছিলা।"

"শিশুতো বান্দৰৰ লগৰ। বিচৰা নিবিচৰা কি! ক্ষন্তেকতে পমি যোৱা ক্ষন্তেকতে মাৰপিট। এইমাত্ৰ ডিঙিত ধৰাধৰিকৈ ঘাঁহনিত বগৰা-বগৰি, আকৌ পাছ পাকতে ইটোৱে সিটোৰ চুলিত ধৰি টনাটনি। আৰু ৰক্ষীতো একেবাৰে এক নম্বৰৰ দন্দুৰী আছিল। কাৰো লগত তাই দুঘন্টাও বনিবনা নহয়। একমাত্ৰ গোপালেইহে তাইৰ নাদিৰশাহী খেয়াল বুজি চলিব পাৰিছিল। বুঢ়াৰো আন কোনো সন্তান নাছিল। তাৰ অন্তৰখনো ডাঙৰ আছিল। ৰক্ষীয়ে দিগদাৰী দিলে মুখ ওন্দোলাই মাকৰ কোঁচৰ ওচৰত বহি থাকেগৈ। আকৌ মন গ'লে আৰু

তাই চিঞৰি মাতিলে তাইৰ কাষ পায়গৈ।

অলপ ডাঙৰ হ'লত আন আন ছোৱালীৰ লগত বহি কি কথা পাতিছিল কোনে জানে? তাই একেবাৰে গোপালৰ প্ৰতি বিমুখ হৈ গ'ল।

"ল'ৰাবোৰ বৰ বেয়া; সিহঁতৰ মনত বহুত দোষ থাকে" ৰক্ষীয়ে গোপালক বুজাইছিল আৰু সিও বুজি গৈছিল। তাৰ মনত দোষে খুন্দিয়াবলৈ ধৰিলে। ইয়াৰ পিছত ৰক্ষীৰো 'দোষ'ৰ প্ৰতি ৰুচি বাঢ়িবলৈ ধৰিলে। কেতিয়াবা খং উঠে, কেতিয়াবা আকৌ তইহে তই, মইহে মই।

"চা গোপী — তই যদি কেতিয়াবা মোৰ লগত প্ৰেম-শ্ৰেম কৰিবলৈ যাৱ ভাল নহ'ব কিন্তু। খুৰীদেউক কৈ এনে জোতাৰ কোব খুৱাম যে পাগুৰী ঢিলা হৈ যাব।"

"ব'ল ভূতুনী! মোক এনে কি ছুট খৰে খাইছে যে তোৰ লগত প্ৰেম কৰিবলৈ যাম?" গোপাল একোব চৰে।

"কি বদমাছ মোৰ গাত কি খুঁত আছে অ'? ক'লী-ফেঁচী নে? শুকান জেওঁৰাই নে কাণী খুৰী যে মোৰ লগত প্ৰেম নচলে? - ক -", তাই কাজিয়া কৰিবলৈ ধৰে।

"বচ, মোৰ মন গ'লে কৰিম, মন নগ'লে নকৰো মোৰ খুচী"— গোপালো নাছোৰ-বান্দা।

"বা বা এনে খুচীৰ ৰজাটো! যা উছন যা!" তাইৰ খং উঠি যায় আৰু কেইবাদিনলৈকো মুখ সিকঁটাই থাকে। গোপালৰ পৃথিৱী অন্ধকাৰ হৈ যায়। শেঁতা মুখেৰে সি ই ফালে-সিফালে ঘূৰি ফুৰে। তাৰপাছত আকৌ ৰক্ষীৰ কঠিন মুখ একেবাৰে কুমলি আহে।

"হায় গোপী তই নহ'লে মই কেনেকৈ জীয়াই থাকিম? মই বিহ খাই মৰিম দেই।"

গোপালৰ মুখ উজলি উঠে, চকু জ্বলি উঠে, কিন্তু সি একেবাৰে ওভোতা সুৰত খেংখেঙাই দিয়ে।

"কিৰে তই কি কৰিছ? খবৰদাৰ তেনেকুৱা মিঠা চাৱনিৰে নাচাবি। সত্যে কৈছো চকু উলিয়াই দিম হ'লে।" সি কপট ভঙ্গীত দপদপাই উঠে।

খোদায়ো মুনিহ-তিৰোতাৰ মাজত কি গোলমাল সুমুৱাই দিছে। এটোপা যদি অমৃত এটোপা বিষ। কেতিয়াবা খঙত প্ৰেম, আকৌ কেতিয়াবা প্ৰেমত খং। আৰু দুয়োটাতে এটা সুখ। দুয়োটাতে দুখ।

"গোপী, মই এইফালে গা ধুইছোঁ তই সিফালে মুখকৈ বহ। আৰু তই যদি এইফালে ঘূৰি চাৱ গুৰুৰে তোৰ চকু কণা কৰিব।"

কিন্তু গোপীয়ে যদি তাকে মানি মুখ নুঘূৰাই সেইটো শিলৰ পৰাই উঠি গ'ল তেনেহ'লে ৰক্ষীৰ মুখ ওফন্দিল।

ৰক্ষীৰ চিঞৰ শুনি যদি সি তাইক বচাবলৈ বুলি পানীত নামিল তেনেহ'লে তাই একেবাৰে কাঁইটীয়া বন যেন হৈ উঠে। তাৰ গোটেই মুখখন আঁকুহি-বাঁকুহি পেলায়। গালিৰ জাউৰি উঠে। তাৰ চুলিত ধৰি ওলমি পৰে। বেচেৰা কোনো মতেহে বুৰি নমৰে।

"তোক কিহে পাইছে। মই ডুবি মৰিলোৱেই বা চুৰঁৰ, মই তোৰ কোন হওঁ অ'।" গোপালে কিবা ক'লে তাই আকৌ ওলোটাটোহে ক'ব। সি যদি মনে মনে থাকে বা গুচি যাব খোজে, তাই তেতিয়াহে সেওঁ মানে।

"ব'ল, তইতো মোক দেখিলিয়ে আৰু তোৰো কাপোৰ তিতি গ'ল। সিফালে শিলৰ ওপৰত শুকাবলৈ মেলি দে। আৰু তয়ো গা ধো। যিহে ভেকেটা গোন্ধাইছে তোৰ গাটো। কিন্তু খবৰদাৰ এইফালে নাহিবি। সিপাৰে ধোগৈ।"

কিন্তু সিপাৰলৈ কোন যায়, তাৰ উপৰি মাজ পানীত বিপদৰ ভয়ো আছে যথেষ্ট। বেছি ওচৰত বেপৰ্দা হোৱাৰো ভয় কম। শবৰাতীয়ে তাক দেখি পেলালে আৰু খুব হৈ-চৈ আৰম্ভ কৰিলে। তাই বাপেককো গৈ গোচৰ দিলেগৈ।

খুব গোলমাল হ'ল। যদিও গোপালে কেবল তাৰ চুলিত লাগি ধৰা ৰক্ষীৰ নাকৰ নথ এৰুৱাই লৈছিল, তথাপি শবৰতীয়ে খুব হৈ-চৈ লগাই দিলত গোটেই গাঁৱতে হৈ-চৈ লাগি গ'ল। ৰক্ষীৰ মদপী বাপেকে তাইক চাৰিটা কোব লগাই দিলে। তাৰ উপৰি ভোকে পিয়াহে জৰ্জৰিত তাইক নি কোঠা এটাত বন্ধ কৰি থলেগৈ।

গোপাল সিঙৰো ভয়ানক জ্বৰ উঠিল। পাছদিনাৰ পৰা টাইফয়েদ হৈ যোৱা-থোৱা অৱস্থা নোহোৱা হ'লে ভান সিঙে তাৰ মূৰ গাড়ীত নথ'লেহেঁতেন।

দুমাহ সি মৃত্যুৰ লগত যুঁজিলে। যোগীন্দৰৰ লগত ৰক্ষীৰ যিদিনা বিয়া, সেইদিনা বৈদ্যই তাৰ জীৱনৰ আশা এৰিবলৈকে দিছিল। লাহে লাহে উঠিব খেলিব পৰা হ'লত মানুহেও আৰু সেই পুখুৰীৰ ঘটনা পাহৰি গ'ল। আৰু গাঁৱত সেইটো এনে একো নাভূত-নাশ্ৰুত কথাও নাছিল।

"বেমাৰৰ পৰা উঠি ৰক্ষীৰ বিয়া হৈ যোৱাত তোমাৰ আপছোছ হৈছিল নেকি?" উকীল চাহাবে সুধিলে। গোপাল চিন্তাত পৰিল। বেমাৰৰ পৰা উঠিতো সি বহুত দিনলৈকে খোৱাৰ চিন্তাতে আছিল। বৈদ্যই অকণমান পাতলীয়াকৈ ডাইলহে মাত্ৰ দিবলৈ দিছিল, ইফালে তাৰ মন গৈছিল সংসাৰখনকে যেন গ্ৰাস কৰিব। পাছত তাৰ অলপ বল-শক্তি আহিলত কামলৈ যাবলৈ ধৰিলে। ৰক্ষীয়ে তাইৰ বান্ধবীবিলাকৰ লগত হাঁহি-ধেমালি কৰিছিল; গহনাৰ জিলিক্ তুলি ঘূৰি পকি ফুৰিছিল। তাৰ বিতৃষ্ণা জন্মিল - "তিৰোতা জাতটো অতি নীচ।" ——

ইয়াকে ভাবি ভাবি তাৰ কলিজা গোট মাৰিলে।

"মেৰে তো গিৰিধৰ গোপাল

দুসৰা ন কৌঈ।" কি সুৰ লগাই নাগাইছিল!

— "হায় গোপী, তোক এৰি কেনেকৈ জী থাকিম"

— এতিয়া হাৰামজাদী বে'চতো জী আছ।"

"যা, যা তই ক'ৰ গিৰিধৰ ওলাইছ। মূৰ্খ তইতো মাত্ৰ গোপালহে – আৰে ভাই তইতো মোৰ কোনো নহৰ ......"

তাই এদিন ধান জাৰিবলৈ কুলাখন বিচাৰি আহি গোপালক ভেঙুচালি কৰিবলৈ ধৰিলে। কিয় জানো গোপালৰ চকু চলচলীয়া হৈ পৰিল। তাই ঠাট্টা কৰি হাঁহিবলৈ ধৰিলে।

"হায় মই ক'ত মৰোঁ! মুনিহ মানুহেনো কান্দেনে? মুনিহে কন্দুৱাইহে!"

"জোগিন্দৰে তোক জীৱন ভৰ কন্দুৱাব" সি খঙতে ক'লে।

"কন্দুৱাই যদি কান্দিম, হহুৱালে হাঁহিম, মোৰ স্বামী হ'ল যেতিয়া।"

গোপালৰ ইচ্ছা হৈছিল ৰক্ষীৰ মুখত ইমান জোৰে এটা চৰ সোধায় যেন তাইৰ সৰু সৰু বগা দাঁতবোৰ চাউলৰ দৰে সিচঁৰতি হৈ যায়। কিন্তু তিৰোতাৰ গাত হাত লগোৱাৰ কথা সি ভাবিব নোৱাৰিলে। সি উঠি গুচি গ'লত ৰক্ষীৰ খেয়াল হ'ল।

"গোপাল, অ' তোৰ খং উঠিল নহয়? নাই নাই খং নকৰিবি" তাই তাৰ ভৰিত উবুৰি খাই পৰিল, "তই মোৰ ওপৰত সঁচাকৈয়ে যদি খং কৰ, মই মৰিম। মোৰ চুলিত ধৰি লাগিলে দুটা চৰকে মাৰ, তেও খং নকৰিবি গোপী ........ তয়ে মোৰ সকলো ......." তাই ভঙা ভঙা মাতেৰে ক'বলৈ ধৰিলে, "বিয়া হোৱাটোতো বেলেগ কথা ......... তোৰে মোৰে মিল জনম জনম ধৰি থাকিব, অ' তয়ে মোৰ গিৰিধৰ গোপাল নহয় যদি আৰু নো কোন? মোৰ যদি কেতিয়াবা কিবা বিপদ আহে তোকেই মাতিম। তেতিয়া মোক ৰক্ষা কৰিবলৈ তই তোৰ চক্ৰ ঘূৰাই আহিবি। আহিবিতো? কথা দে গোপী!"

গোপালে তাইক ঠেলা মাৰি থৈ ওপৰৰ কোঠালীলৈ গৈ বিছনাত পৰি গ'ল। সি ৰক্ষীক কোনো কথা নিদিলে। কিন্তু কথা দিয়া নিদিয়াটো তাৰ নিজৰ ইচ্ছাৰ কথা।

তাই যেতিয়াই আহে তেতিয়াই গিৰিয়েকৰ গুণ-গান কৰাত লাগি যায় — "হায় ৰাম, মোক যে ইমান মৰম কৰে!" তাই চকু নচুৱাই নচুৱাই কয় আৰু গোপালৰ নাকৰ আগ ৰঙা পৰি উঠা দেখিলেই হাঁহিবলৈ ধৰে।

"গোপাল, তই মোৰ সুখ দেখি জ্বলিছ নহয়?" তাই ভেঙুচালি কৰে।

"বে'চ বে'চ, জোতাৰ কোব কেইটা দিয়ে যেতিয়া?"

"মাৰিলে কি হ'ল মৰমোতো কৰে ...... " তাই ফালেঙি তিৰোতাৰ দৰে চকু পিৰিকায়। — "আটাইবোৰ গিৰিয়েকে ঘৈণীয়েকক মাৰেই। তোৰ লগত বিয়া হোৱাহেঁতেন তই জানো এৰি দিলিহেঁতেন? তয়োতো মাৰি পিটি ........."

"মই মাৰ পিট কৰা নাই কেতিয়াও।"

"কেতিয়াবা মৰমতো মৰা নাই?"

ৰক্ষীৰ সেই হাঁহি বেছি দিন নাথাকিল। বছৰ নৌ ঘূৰোতেই দেখা গ'ল জোগিন্দৰ কেতিয়াবা কেতিয়াবা ঘৰৰ পৰা নোহোৱা হয়। ৰাতি যদি উভতি আহেও এনেকুৱা অৱস্থাত আহে গোটেই পাৰাই সাৰ পাই যায়। চাৰিওফালৰ পৰা গালি-গালাজ আহে তাৰ পাছত এসময়ত নোহোৱা হৈ সকলোবোৰ নীৰৱ হৈ যায়। তিনি-চাৰি দিনৰ পিছত আকৌ সেই তামাছা। পাছলৈ সেইবোৰ প্ৰাত্যহিক ঘটনা হ'লগৈ। এনেকৈয়ে আধা ৰাতি যায়। তাৰপিছত ৰক্ষীৰ আৰ্ত্তনাদ। পাৰাৰ মানুহবোৰ অভ্যস্ত হৈ গ'ল। কিন্তু গোপালৰ কাণত ৰক্ষীৰ আৰ্ত্তনাদে

তপত শলাৰ দৰে বিন্ধিবলৈ ধৰে। ৰক্ষীৰ গহনাবোৰো লাহে লাহে নোহোৱা হৈ যাবলৈ ধৰিলে। জোগিন্দৰৰ সাদিনলৈকে পাত্তা নোহোৱা হ'ল। তাৰ চাকৰিও সলনি হ'ল। ৰক্ষী টান বেমাৰত পৰিল। গৰ্ভপাত হোৱাৰ পাছত তাইৰ চেহেৰা চিনিবই নোৱাৰা হৈ গ'ল। ঘৰৰ পৰা তাই প্ৰায় নোলোৱাই হ'ল। যিজনী তিৰোতাক গিৰিয়েকে সদায় মাৰপিট কৰে অনাদৰ কৰে, মানুহে তেনে স্থলত তাইকহে দোষ দিয়ে। ৰক্ষীকো সকলোৱে দোষ দিবলৈ ধৰিলে। মানুহে মুখৰ আগতে কথা শুনাই দিয়াও হ'ল।

এদিন তাই নাদৰ পৰা পানী লৈ উভতি আহোতে গোপালৰ লগত ভেটাভেটি হ'ল। তাইৰ কানি-কাপোৰ মলিয়ণ আৰু ফটাছিটা। মূৰৰ চুলি ফপৰীয়া। গাৰ বৰণ শেঁতা পৰি গৈছে, তাই বাল্টিটোলৈ খোজ কাঢ়োঁতে ভৰি থৰক-বৰক হৈছে দেখি গোপালৰ তেজ মূৰত উঠিল। সি তাইৰ সন্মুখত থিয় হ'লগৈ!

তাই বৰ গম্ভীৰ মাতেৰে ক'লে, "গোপী মোক বাট এৰি দে।" তাইৰ উশাহ চুটি হৈছিল যদিও বাল্টিটো হাতৰ পৰা নমোৱা নাছিল।

"কালি নিশা তোৰ পতিৰ বৰ জোৰদাৰ আৱাজ শুনিছিলো ........" গোপালে খোঁচা মাৰি ক'লে।

"ক'বলৈ তই কোন?"

"মই তোৰ কোনো নহওঁ, ৰক্ষী?"

"নহৱ।' ৰক্ষীয়ে চকুপানী বাগৰি অহাৰ ভয়ত মুখ ঘুৰালে।

"গিৰিধৰো নহওঁ, গোপালো নহওঁ?"

"মোক যাবলৈ দে গোপীয়া......."

"মোৰ পৰা কথা লুকুৱাইছ ?"

"কৈ কি লাভ? তাক কোনে কি কৰিব পাৰে?"

"মই সেই হাৰামীৰ ডিঙি টেপা দিব পাৰো।"

"হায় তই মোক বিধবা কৰি দিব খোজ?

"অঁ। যাতে তোৰ চিঞৰ আৰু মই শুনিব নালাগে।"

"তই তোৰ কাণত ঠিলা দি ল ........।"

"মই তাৰ বুকুত কৃপান বহুৱাম", গোপাল কঁপিবলৈ ধৰিলে।

"হায় ভগৱান, বাৰু মই আৰু নিচিঞৰোঁ। মুখত তলা লগা ...."

"তেতিয়াও মই তোৰ চিঞৰ শুনিম, ৰক্ষী।"

"মই চিঞৰো বা নিচিঞৰো গোপালে চক্ৰ লৈ আহিবই লাগিব নেকি?" তাই শিলৰ ওপৰত বহি হাঁহিবলৈ ধৰিলে, হঠাৎ আকৌ উদাস হৈ গ'ল। "সি এটা কাপুৰুষ, কি কৰিব? তাই বেটিবেশ্যা বৰ নিদাৰুণী। নাৰাজ হ'লে ঘৰৰ পৰা উলিয়াই দিয়ে। বৰ মতাই আৰু খং জাৰিব কাৰ ওপৰত ......?"

"সি তোৰ গাত আৰু হাত তুলিলে মই তাক কাটি টুকুৰা-টুকুৰ কৰি দিম হ'লে।"

সি খণ্ডতে গুচি যাব খোজা দেখি ৰক্ষীয়ে তাৰ ভৰিত হাত থ'লে। তাৰ শৰীৰৰ সকলো শক্তি যেন পমি পানী হৈ গ'ল।

'গোপী' তাই বৰ দুৰ্বল মাতেৰে মাতিলে।

"কি হ'ল?" সি চিঞৰি ক'লে।

"তোৰ ৰূপ দেখি হেঁপাহ নপলায়," তাই ভুকীয়া দৃষ্টি তাৰ শৰীৰৰ ওপৰত থৈ ক'লে।

"মোক যাবলৈ দে, ৰক্ষী।" গোপালে মিনতি কৰিলে।

"তই এতিয়া ক'লৈ পলাব খুজিছ গোপী?"ৰক্ষীয়ে ভৰি এৰি নিজৰ কোলাত হাত দুখন থ'লে।

"তোৰে মোৰে সম্পৰ্ক হাত-ভৰি নহয় যে এৰাই যাব পাৰি, মোৰ মনৰ পৰা কেনেকৈ এৰাবি!"

গোপাল সিঙে আগলৈ হাউলি মূৰ ইফালে সিফালে জোকাৰিবলৈ ধৰিলে যেন এটা ঠেক বিন্ধাতহে মূৰটো লাগি ধৰিছে।

"মুন্সীজী!"

উকীল চাহাবে দীঘলকৈ উশাহ ল'লে! "চৰ্দাৰজী, ল'ৰা দোধোৰ মোধোৰত পৰিছে! ৰক্ষীয়ে তাক ফান্দত পেলাইছে তাত কোনো সন্দেহ নাই।"

"নাই, নাই,উকীল চাহাব, নহয়", গোপালে চক খাই উঠিল।

"আৰে ভাই, কিমান মতাই মদ খাই তিৰোতাক মাৰে, কিন্তু কাৰো চকুত টোপনি নোহোৱা নহয়......"

"কিন্তু তাইৰ চিঞৰে যে মোক পগলা কৰি দিছিল উকীল চাহেব। সেই কাৰণেই মই শপত খাইছিলো যে মই জোগীন্দৰক শেষ কৰি দিম ..... কিন্তু মই বৰ ভয়াতুৰ ..... " গোপাল সিঙে দুয়ো হাতেৰে মূৰটো হেঁচি ধৰিলে।

*********

কালিন্দী নিশা। ওৰেদিনটো মানুহে পৰিশ্ৰম কৰি নিশা একেবাৰে বেহুঁচ হৈ শুই আছে। একমাত্ৰ এজন দুৰ্কপলীয়াৰ চকুত টোপনি নাই!

সি দুৱাৰত খট্‌খটালেহি। দুৱাৰ মুকলি হৈয়ে আছিল আৰু সি দেখিলে ৰক্ষীয়ে জোগিন্দৰ সিঙৰ চাৰপাইৰ চাৰিওফালে দৌৰি ফুৰিছে। ৰক্ষীৰ শৰীৰত এচিকটা সূতাও নাই। তাইৰ চন্দন বৰণী দেহা নীলা পৰি গৈছে - যেন সাপেহে খুঁটিছে। গোপালক দেখি পিটপিটকৈ চাই জোগিন্দৰ সিঙে বৰ কোমল সুৰত সুধিলে,

"তুমি কোননো ভাই?"

"এইক নামাৰিবা" গোপালে অনুনয় কৰিলে।

"কিয়?" তাৰ খং উঠিল, "তই কোন? এইৰ বন্ধু হ'বলা?" আৰে, তই এইৰ বন্ধু নহৱ কিয়? আৰে ভাই, তই এইৰ বন্ধু নহৱ কিয়? ময়ো নহয়। গেন্ধেলী এইজনী। একেবাৰে

ভাল গোন্ধ নাই তাইৰ। শুঙি চাচোন — শুঙ, আৰে মই কৈছো নহয় শুঙ।"

"তুমি বেহুঁচ হৈ আছা জোগিন্দৰ..."

"বে'চ এইক মৰমকে কৰ .......... একেবাৰে গেন্ধেলা গোন্ধ ওলাইছে। আৰে তই মোৰ ভাই। তই এইক মৰম কৰ। মই যি কৈছো ........."

"বকবকনি বন্ধ কৰ," গোপালৰ তেজ উতলি উঠিল। সি ঘপ্‌কৈ জোগিন্দৰৰ ভৰিত চেপা মাৰি ধৰি টানিবলৈ ধৰিলে। সি এক ইন্সিও নলৰিল। চয়তানৰ দৰে থিয় হৈ হাঁহিবলৈ ধৰিলে আৰু গোপালে মাখিৰ দৰে ভোন-ভোণবলৈ ধৰিলে। জোগিন্দৰে মাখি খেদোৱাদি তাক জোকাৰি খেদি দি দুৱাৰখন বন্ধ কৰি দিলে। আকৌ আৰ্ত্তনাদ উঠিল আৰু গোপালৰ মূৰৰ ওপৰত যেন শিলাবৃষ্টিহে হ'বলৈ ধৰিলে।

ইন্দোৰৰ পৰা গোপাললৈ ছোৱালী দি এটা প্ৰস্তাৱ আহিছিল। সি তাৰ পিতাকৰ লগত সেইদিনা ছোৱালী চাবলৈ গৈছিল। তাত নিৰ্মলৰ মিচিকীয়া হাঁহি আছিল, ৰক্ষীৰ আৰ্ত্ত চিঞৰ নাছিল। ছোৱালী চাই উভতি অহাৰ পিছত আটাইবোৰ আনন্দত উৰুলিকৃত হৈছিল, ৰক্ষীয়েতো নাচিবলৈ ধৰিলে। তাইক আনন্দিত দেখি গোপালেও ভাল পালে।

আটাইবোৰ ইফালে সিফালে আঁতৰি গ'লত ৰক্ষীয়ে তাক সুধিলে, "কেনেকুৱা লাগিল?"

"ভালেই।"

"নিৰ্মলৰানীৰ কথা ক - বৰ শকত নেকি?"

"নহয় ঠিকেই —।"

"ওখ নে চাপৰ?"

"মোৰ কান্ধখন মান ওখ হ'ব।"

"এ হে হাতভৰি? বগা? সৰু সৰু?"

"বৰ বেছি বগা নহয়। অঁ সৰু সৰুৱেইতো .......।"

"কঁকাল লাহি নিশ্চয়?"

"সেইবোৰ মই কি জানো! লাহি নে ঢোৰোহা .....
মই জুখি চাইছো নেকি অ' ........"

"আৰে ভোলানাথ .......... কঁকালৰহে খেল .......
সেইটো জানিলেই গোটেই শৰীৰ জোখা হৈ যায় বুজিছ।"

"তই তোৰ গিৰিয়েৰৰ জুখিছিলি?"

"এই সময়ত তই তাক কিয় টানিছ?" তাই বিৰক্ত হ'ল। "তই নিজৰ কথা ক ..... মৰম কৰিলি নে নাই পিছে?"

গোপালে মূৰ লৰাই হাঁহিলে!

"ওঁ মজি আহিছ যেন পাইছো। মোৰ গিৰিহঁতেও আগতে যেতিয়া মৰম কৰিছিল তেতিয়া তাৰো জীৱনটো যেন ওঁঠৰ ওপৰত ভৰ কৰিছিলহি।"

"এতিয়া আৰু মৰম নকৰে?" গোপালে সুধিলে।

"যাবলৈ দে। মই পোৰা কপালী অ' ........" তাই হুমুনিয়াহ কাৰিলে।

"গোপাল সিং, ৰক্ষীয়ে কোৰ্টত এইবুলি সাক্ষী দিবলৈ মান্তি হৈছে যে তাইৰ তোমাৰ লগত গোপন সম্পৰ্ক আছিল" – উকীল চাহেবে আকৌ ক'লে।

"চালী কুকুৰনী', গোপাল টিক্‌চি বিক্‌চি উঠিল — "মিছলীয়া হাৰামজাদী।" সি সেইজনী ৰক্ষীক গালি পাৰিবলৈ ধৰিলে যিজনীয়ে তাৰ আপোন ৰক্ষীজনীৰ ওপৰত ইমান ডাঙৰ পাপৰ কালিমা লগাইছে।

সেই চিঞৰ আগতকৈও তীব্ৰ, ভয়ানক হৈ আহিবলৈ ধৰিলে। নিশাৰ মৌনতাক ছিঙি ভাঙি পিশাচীৰ দৰে ক্ৰমে উঠি আহে আকৌ উচুপনিৰ মাজত ডুবিগৈ আকৌ উঠি আহে সেই পিশাচী চিঞৰ। গোপালৰ শুবলৈকো ভয় লগা হ'ল। কিজানিবা চকু মুদিলেই সেই চিঞৰে তাৰ টোপনি ভাঙি দিয়ে। কেতিয়াবা কেতিয়াবা সেই চিঞৰৰ অপেক্ষাত ওৰে নিশা সাৰে থাকে। চিঞৰো নাহে, টোপনিও নাহে।

সেই নিশা সি একেবাৰে অসহ্য হৈ দাখন (গড়াসা) চাঙৰ ওপৰৰ পৰা নমাই পুখুৰীৰ পাৰৰ শিলত ধৰাবলৈ ধৰিলে।

আধা নিশা পাৰ হৈ গ'ল, চিঞৰ তেতিয়াও শুনা নগ'ল। বোধহয় জোগিন্দৰৰ বেশ্যাজনী সেইদিনা মেহেৰবান আছিল।

সি হতাশ হৈ ঘৰলৈ আহি শুই থাকিল। প্ৰথম চিঞৰটো কাণত পৰোঁতে সি সাৰ পাই নিজৰ ভ্ৰম হোৱা বুলি ভাবিলে। অলপ পাছতেপুৰণি চিঞৰৰ পুণৰাবৃত্তি হ'ল। আধা ঘন্টা ৰক্ষীৰ চিঞৰে গোপালৰ মগজুত তোলপাৰ লগাবলৈ ধৰিলে। তাৰ নিজৰ দাৰে নিজৰ মূৰকে কাটি পেলোৱাৰ অৱস্থা হ'ল। তাইৰ আৰ্ত্তনাদে এটা চেলু উলিয়াই দিলে।

তাৰপাছত কি হ'ল একো মনত নাই। মাত্ৰ ইয়াকেহে মনত আছে যে জোগিন্দৰে ৰক্ষীৰ চুলিকোচা পুৰণা ফটাকানিৰ মাজত খামুচি ধৰি আছে। ৰক্ষীৰ শৰীৰৰ ওপৰত তাইৰ কপালৰ পৰা টোপাটোপে তেজ পৰি বুকু তিয়াই দিছে। থুতৰিত তেজৰ টোপাল ওলমি আছে। তাইৰ সেই সুকোমল চেহেৰা এতিয়া তেজেৰে লুতুৰি-পুতুৰি মাংস পিণ্ড যেন হৈছে। জোগিন্দৰে তাইৰ মূৰটো ভৰিৰে হেঁচি ধৰি আছে।

ৰক্ষীৰ বাওঁ হাতৰ হাড় ভাঙি ওলাই আহিছে। যন্ত্ৰনাত যেতিয়া তাই মাটিত খামুচি ধৰিব খুজিছে তেতিয়াই ভগা হাতখনৰ হাড় ডাল কেঁচা মজিয়াত খোঁচ খাই গৈছে।

সেই কেঁচা মজিয়াখন যেন গোপালৰ যন্ত্ৰণাত ছাটিফুটি কৰা বুকুখনহে!

তাৰ প্ৰাণৰ পুতলীৰ সেই অন্তিম ছবিখন সি মনতে সামৰি ল'লে। ফাঁচীৰ পিছত চিতাৰ জুয়েও সেই ছবি ভস্মীভূত কৰিব নোৱাৰে।

তাৰ হাতৰ দহো আঙুলি একোখন দা যেন হ'ল। জোগিন্দৰৰ মূৰ শৰীৰৰ পৰা মধুৰিআম সৰাদি সৰি চাৰপাইৰ তলত বাগৰি পৰিল। গোপালে চাপৰি মূৰটো বাহিৰলৈ উলিয়াই আনি ভালকৈ ঠুটিবলৈ ধৰিলে।

গোপালৰ উশাহ ঘন হ'ল। উপচি পৰা গাখীৰৰ ভাণ্ডত ক'লা ক'লা জোকে লী-লীয়াই ফুৰিছে। সোণালী তৰাৰ ফুলবোৰ মৰহি গ'ল।

"মই জোগিন্দৰক মাৰিছোঁ ........ জনম জনম ধৰি মাৰিম তাক ........"

উকীল চাহেবৰ চকু তললৈ নামিল!

বুঢ়া চৰ্দাৰজীৰ জীৱনৰ পৰা কুৰিটা বছৰ শুকান পাতৰ দৰে সৰি পৰিল। বুকু বহল হৈ গ'ল।

"উকীলচাহেব", বুঢ়াৰ মাতত বিশ্বাস গুঞ্জৰি উঠিল, —— "মোৰ ল'ৰাই যি জবানবন্দী দিছে তাক সলোৱাৰ প্ৰয়োজন নাই ........।"



# চতুৰ্থীৰ জোৰা

বাৰান্দাৰ কোণত (সেহদৰী) আজি খাটৰ ওপৰত চাফ-চিকুণ সতৰঞ্চি পতা হৈছে। ভগা টাইলৰ ফুটাৰে ৰ'দৰ জিলিঙনি সোমাই গোটেই বাৰান্দখনতে যেন অথালি-পথালিকৈ জালি কটা চাদৰহে মেলি দিছে। মহল্লাৰ সকলো তিৰোতা মানুহ নীৰৱে আৰু সংকুচিত হৈ বহি আছে যেন বৰ ডাঙৰ ঘটনা এটাহে ঘটিব। মাকবোৰে কেঁচুৱাবোৰ বুকুত সাৱটি লৈছে। মাজে মাজে কোনো লেৰেলা-চেপেটা দুৰ্বল কেঁচুৱাই আহাৰ বিচাৰি, আৰু কেতিয়াবা এনেয়ে আমনি কৰি চিঞৰি উঠিছে।

"নাই ...... নাই সোণটো মোৰ!" কোনোবাজনী দুৰ্বলী মাকে কেঁচুৱাটো কান্ধতে পেলাই লৈ জোকাৰি দিয়ে যিদৰে ধানৰ কলত ধান জাৰে। কেঁচুৱা অলপ পাছতে ফিকুকি নীৰৱ হৈ যায়।

কুব্ৰাৰ মাকৰ চিন্তাত শেঁতা পৰা মুখলৈকো আজি কিমানে আশাৰ দৃষ্টিৰে চাই আছে। সৰু পুতলৰ ৰঙা কাপোৰখনৰ দুটা আঁওঠি যোৰা দিয়া হ'ল, কিন্তু বগা কাপোৰডোখৰ জোখে-মাখে কটাৰ সাহস কাৰো হোৱা নাই। কাট-ছাটৰ বিষয়ত কুব্ৰাৰ মাকৰ যোগ্যতা সকলোৰে ওপৰত। তেওঁৰ শুকান হাত দুখনে কিমান যে সমস্যা চম্ভালিছে তাৰ ঠিকনা নাই। কিমানৰ জন্মৰ ষষ্ঠীৰ কাম কৰিছে আৰু কিমান কফনৰ কাপোৰৰ কাট-ছাট কৰিছে তাৰ লেখ-জোখ নাই। মহল্লাৰ ক'ৰবাত যদি কিবা সকামত কাপোৰ কম পৰি যায় আৰু বহুত চেষ্টা কৰিও দৰকাৰী জোখত কাটিব পৰা নহয়গৈ তেতিয়া সেই কে'চটো কুব্ৰাৰ মাকৰ ওচৰলৈ আহিবই। কুব্ৰাৰ মাকে কাপোৰ ডোখৰ মাৰ গুচাই কেতিয়াবা তিনিকোণীয়া, কেতিয়াবা চাৰিচুকীয়া কৰি লৈ জোখ মতে কেঁচি চলাই যায়।

"বাঃ ঘেৰটো আৰু ওলাব দেখোন। ডিঙিৰ (গৰীবান) বাবে টুকুৰা কাপোৰ মোৰ এই মিহি কাপোৰখনৰ পৰায়ে লোৱাঁ", — সকলো সমস্যাৰ সমাধান হৈ যায়। কাপোৰ কাটি টুকুৰা-টুকুৰ কাপোৰবোৰ টোপোলা বান্ধি থৈ দিয়ে। আজিতো বগা কাপোৰৰ টুকুৰাটো বৰ সৰু। আজিৰ কুব্ৰাৰ মাকৰ জোখ-মাখে হাৰ মানিব। আটাইবোৰে উশাহ নসলোৱাকৈ তেওঁৰ মুখলৈ চাই আছে। কিন্তু কুব্ৰাৰ মাকৰ শান্ত চেহেৰাৰ ওপৰত কোনো দুশ্চিন্তাৰ ছাঁ নাই। চাৰি গিৰা কাপোৰৰ টুকুৰাটো তেওঁ মনোযোগেৰে কাটি-ছাটি লৈছে। ৰঙা মলমলৰ আভা তেওঁৰ নীলাভ শেঁতা মুখৰ ওপৰত ঊষাৰ দৰে ফুটি উঠিছে যি ঊষাৰ আভাত গভীৰ অন্ধকাৰ আঁতৰি গৈ যেন অৰণ্যত হঠাতে জুই জ্বলি উঠে। সেইদৰে তেওঁ মিচিকিয়াই

হাঁহি হাতত কেঁচিখন তুলি ললে।

মহল্লাৰ মানুহৰ ভীৰৰ মাজত এটা আস্থাৰ ভাৱ প্ৰকাশ পালে। কোলাৰ কেঁচুৱা মনে মনে থাকিল। চিলনীৰ দৰে তীক্ষ্ণ দৃষ্টিৰে ছোৱালীবোৰে লৰালৰিকৈ বেজীত সূতা ভৰাবলৈ ধৰিলে আৰু বোৱাৰীবোৰে আঙুলিত টুপীটো (ছিল্লা) পিন্ধি ললে। কুব্ৰাৰ মাকৰ কেঁচি চলিবলৈ ধৰিলে। 'সেহদৰী'ৰ একেবাৰে কোণৰ ফালে খাটিয়াত হামিদাই ভৰি ওলোমাই বহি, হাতৰ তলুৱাত ঠুতৰিটো থৈ কিবা ভাবিবলৈ ধৰিলে। ---

দুপৰীয়াৰ খোৱা-বোৱা হৈ যোৱাৰ পাছত আম্মা গৈ 'সেহদৰী'ৰ খাটিয়াত বহিল আৰু কাপোৰৰ জাল খুলি ৰঙ-বিৰঙৰ কাপোৰৰ টুকুৰা মেলি দিলে। নাদৰ পাৰত বহি বাচন ধুই থকা কুব্ৰাই চকুৰ কোণেৰে সেই ৰঙা কাপোৰবোৰ চাবলৈ ধৰিলে আৰু তাইৰ ঢেলা মটীয়া বৰণৰ মুখৰ ওপৰত ৰঙা ৰঙৰ ছাঁ এটা পৰিলগৈ। ৰূপৰ বাকচৰ পৰা জাল পুৰাকৈ মেলি মাকে নিজৰ কোঁচত থৈ দিওঁতে তাইৰ অঁকৰাৰ দৰে মুখখন এক অদ্ভুত জ্যোতিৰে জকমকাবলৈ ধৰিলে। গভীৰ গুহাৰ দৰে কুঞ্চিত শৰীৰত বাকচৰ ছাঁৰ সৰু সৰু জোঁৰৰ দৰে পোহৰ জলমলাই উঠিল। প্ৰত্যেকটো সিয়নিৰ ওপৰত গুণাৰ কামবোৰ লৰি লৰি উঠিছিল আৰু যেন জোঁৰৰ পোহৰহে কঁপি কঁপি উঠিছে।

এই বগা 'শবনমী' দোপাট্টাখনৰ আগতে আৰু কিমান যে দোপাট্টা তৈয়াৰ কৰা হৈছিল তাৰ হিচাপ নাই, তাৰ পাছত আকৌ কবৰৰ ভিতৰত সোমোৱাদি চন্দুকৰ ভিতৰত সোমাই পৰিছিল! বাকচৰ জালৰ জলমলনি ধোঁৱাবৰণীয়া হৈ পৰিল। গঙ্গা-যমুনাৰ পাৰ জ্বলি গৈছিল। লেপৰ পটীৰ ৰংচঙীয়া সূতাবোৰ বিবৰ্ণ হৈ পৰিল। কিন্তু কুব্ৰাৰ 'বৰাত' আৰু নাহিল। যেতিয়া কোনো এক 'জোড়া' পুৰণা হৈ যায় তেতিয়া তাক 'চালে কা জোড়া' বুলি কৈ যত্নকৈ থৈ দিয়া হয়। আৰু নতুন এক 'জোড়া'ৰ লগত নতুন আশাৰ আৰম্ভ হয়। নতুনৰ বাবে নতুনকৈ ৰেশমী কাপোৰ (অতলস্) কাটি লোৱা হয়। 'সেহদৰী'ৰ খাটত পৰিষ্কাৰ সতৰঞ্চি পতা হয়। মহল্লাৰ তিৰোতাবোৰে মুখত পাণ ভৰাই, কাষত কেঁচুৱা লৈ ঝনক্ ঝনক্ মল বজাই আহি পায়হি! .........

"সৰু কাপোৰৰ গুণাৰ বুটাবোৰ এৰাই গলেও কিন্তু মাজৰ কাপোৰখন ঠিকেই থাকে।"

"ভাল কথা হ'ল পেহী, এতিয়া কোৱাঁচোন কেনেকৈ জালিৰ ৰিফুৰ কামখিনি কৰা যায়?"

আকৌ সকলোৰে মুখৰ চেহেৰা চিন্তিত হৈ পৰে। কুব্ৰাৰ মাকে শেষত চকুৰ আন্দাজতে কাপোৰখনৰ দীঘ-পথালি জুখি লয়। কিন্তু কাপোৰখন সৰু বুলি থেনথেনাবলৈকো নেৰে। লগে লগে মনে মিলা কোনোবা গৰাকীৰ লগত মুখ-চুপতি মাৰিছে। আকৌ অলপ আগুৱাই অহা কোনোবাজনীক গালিও পাৰিছে। এইদৰে অশিষ্ট পৰিহাস, হাঁহি ধেমালি আৰম্ভ হৈ যায়। এই সময়ত উপস্থিত কুমাৰী ছোৱালীবোৰক সেহদৰীৰ পৰা আঁতৰি গৈ টাইলৰ চালৰ তলত বহিবলৈ হুকুম দিয়া হয়। সেহদৰীত আকৌ কিবা নতুন গুনগুননি আৰম্ভ হলে বেচেৰীহঁতে হুমুনিয়াহ পেলাই বহি থাকে। "আল্লা, এই গুন-গুননিবোৰ শুনাৰ ভাগ্য কেতিয়া হ'ব?"

এই হাঁহি-ধেমালিৰ পৰা আঁতৰত, লাজত ম্ৰিয়মান হৈ ম'হেৰে ভৰা কোঠাটোৰ মাজত কুৱা বহি থাকে তলমূৰকৈ। ইয়াৰ ভিতৰতে কাপোৰৰ কাট-ছাট পৰ্য্যায়টো বৰ দুৰ্বল অৱস্থাত উপনীত হয়গৈ। ক'ৰবাত কিবা এটা ভুলকৈ কটা গ'ল, লগে লগে বিবিসকলৰ মতামতো কটা গ'ল। কুৱাই ভয় আৰু সংকোচত দুৱাৰৰ আঁৰৰ পৰা ভুমুকিয়াই চাবলৈ ধৰে।

মস্কিল এইখিনিতে যে কোনো যোৰা ঈশ্বৰে ছিঙিলে তাক আৰু শান্তিৰে সীবৰ উপায় নাথাকে। কোনোবাটো কলি যদি ভুলকৈ কাটি দিয়া হয়, তেনেহলে নাপিতনীয়ে কোৱা মতে, নিশ্চয় তাত কোনো বাধা আহিবই। হয় দৰাৰ কোনো ৰক্ষিতা ওলাব, নাইবা তাইৰ মাকজনীয়ে আহি কিবা গোলমাল লগাবহি, নহলে, গুণাৰ কাম হৈ গলেও মোহৰানা লৈ কথা ভাগি যাব, নাইবা ধাতুৰ পায়া লগোৱা (ভৰতকে পায়ো) পালেঙ লৈ কাজিয়া হ'ব! চৌথীৰ (চতুৰ্থীৰ) শুভমুহূৰ্ত্ত বৰ লেহুকা, বৰ থুনুকা। কিন্তু বিবি আম্মাৰ সহানুভূতি আৰু গোটেই জীৱনৰ অভিজ্ঞতাৰ শৃঙ্খলাৰ কাৰণে সকলো ঠিকে-ঠাকে হৈ যায়। নহলে কোনে জানে আচল সময়তে সামান্য কথাই কি হৈ গ'লহেঁতেন। বিছমিল্লাৰ দিনৰ পৰা যৌতুকৰ ভাল বস্তু যোগাৰ কৰা আৰম্ভ হৈ যায়। সামান্য টুকুৰা-টুকুৰি কাপোৰ বাচে যদি ত্তিলদানী বা আতৰৰ বটলৰ গিলিপ চিলাই কৰি, 'ধনুক' গোখৰুৰে পৰিপাটীকৈ আঁতৰাই থৈ দিলে। ছোৱালীৰনো আৰু কি, লাউ-জিকা বঢ়াদি লহ্‌পহ্‌কৈ বাঢ়েহে! অৱশ্যে দৰাঘৰীয়াৰ আগত এই গুণটোৰেই কামত লাগে।........

আৰু যেতিয়া আব্বা একেবাৰে গুচি গ'ল — লগে লগে এই গুণ আৰু এই ঢঙৰো শেষ হ'ল। হামিদাৰ নিজৰ দেউতাকৰ কথা মনত পৰি যায়। "দেউতাক কিমান ক্ষীণ-মীন আছিল! ওখই কিন্তু মহৰমৰ ঝাণ্ডা! চাপৰিলে পোণ হৈ থিয় হোৱাই টান। পুৱাই উঠি নিমৰ দাঁতোন ছিঙি লয় আৰু হামিদাক আঁঠুত বহুৱাই লৈ কি যে ভাবি থাকিছিল তেওঁহে জানে! ভাবি ভাবি নিমঠাৰি চোবাই থাকোতে নিমৰ আঁহ ডিঙিত লাগি ধৰিলে তেওঁ কাহিবলৈ আৰম্ভ কৰে। বিৰক্ত হৈ হামিদাও তেওঁৰ আঁঠুৰ পৰা নামি যায়। কাহৰ খুন্দাত তাই যি জোকাৰণি খায় সেইটো তাইৰ ভাল নালাগে। তাইৰ শিশুসুলভ খংটো দেখিলে তেওঁ আৰু হাঁহে আৰু কাহৰ খুন্দাও বেছি হয়। তেতিয়া তেওঁ ডিঙি কটা পাৰচৰাই এটাৰ দৰে ছটফটায় উঠে...... বিবি আম্মাই আহি হামিদাক মাত দিয়ে। পিঠিত হাতেৰে থপৰিয়াই কয় ——

"হায় হায় এনেকৈ অকলে হাঁহি আছা কেলেই?" ....... অলপ সকাহ পাই ৰঙা পৰি যোৱা চকু দুটা ওপৰলৈ তুলি দেউতাকে অৱশভাৱে হাঁহে। কাহ বন্ধ হোৱাৰ পাছতো তেওঁ বহুত পৰলৈকে ফোঁপাই থাকে।

"কিবা ঔষধ-পাতি নোখোৱা কেলেই? কিমান বাৰ কৈছো তোমাক।"

"ডাঙৰ হস্পিটালৰ ডাক্তৰে কৈছে বেজী ল'ব লাগিব। সদায় তিনি পোৱা গাখীৰ আৰু আধা ছটাকৈ মাখন খাব লাগিব। ........"

"এ বাদ দিয়া সেইবোৰ ডাক্তৰৰ কথা! সামান্য এটা কাহ তাতেই ইমান! এঃ একেবাৰে কফ উলিয়াই দিব! হেকিমকে দেখুওৱাচোন ........."

"দেখুৱাম।"

দেউতাই হোঁকা গুড়গুড়াবলৈ ধৰে। তেওঁ অলপ সকাহ পায়।

"জুই লগাই দিম সেই গুড়গুড়ীদালত! সেইদালেই তো কাহ কৰিছে। গাভৰু ছোৱালীৰ ফালে চকু তুলি চাবলৈ ......."

আৰু এতিয়া আব্বাই কুব্ৰাৰ বিগত যৌৱনলৈ ক্ষমা ভিক্ষাৰ দৃষ্টিৰে চায়! কুব্ৰা গাভৰু? কোনে কয় গাভৰু? তাই জীৱনৰ আৰম্ভনিৰ পৰাই ডাঙৰ ছোৱালী, ডাঙৰ ছোৱালী বুলি শুনি শুনি সংকুচিত হৈ থাকিল। কোনে জানে কি ধৰণৰ যৌৱন আহিছিল —— তাইৰ চকুত পৰীৰ নাচোনতো নাছিল, গালত কুন্তলৰ দোলন নুঠিল, বুকুত তুফানো নুঠিল। কেতিয়াও তো শাওণ-ভাদৰ ঘনঘটাত কোনো প্ৰিয়জনে আহি সঙ্গ নিবিচাৰিলে! সেই লাস্যময়ী, লজ্জাৱতী যৌৱন কেতিয়ানো ভৰি টিপি-টিপি আহি, কেনি গুচি গ'ল তাই ক'বকে নোৱাৰিলে। মিঠা মিঠা দিনবোৰ আহি কেতিয়ানো শুকাই কঠুৰা হৈ গ'ল!......

দেউতাক এদিন দুৱাৰদলিতে মুখ থেকেচা খাই পৰি গ'ল। তেওঁক তুলি ধৰিবলৈ কোনো ডাক্তৰ, কোনো হেকিমৰ সাহায্য অহাৰ অৱকাশ নহল। হামিদাই মিঠা ৰুটীৰ বাবে আবদাৰ কৰিবলৈ এৰি দিলে আৰু কুব্ৰাৰ বিয়াৰ প্ৰস্তাবে (পয়গাম) বাট পাহৰি কোনোবা ফালে গুচি গ'ল। কোনেও ক'বই নোৱাৰিলে চটকাপোৰৰ পৰ্দাৰ আঁৰত কাৰ যৌৱনৰ বাসনাই উচুপি আছে, আৰু কাৰ এক নতুন যৌৱনে সাপৰ দৰে ফণা তুলি আছে। কিন্তু বিবি আম্মাৰ অভ্যাস নাতঁৰিল। তেওঁ সদায় সেহদৰীত ৰং-বিৰঙৰ কাপোৰ সিচঁৰতি কৰি ল'ৰা-ধেমালি পাতে। তেওঁ অ'ৰ-ত'ৰ পৰা গোটাই 'শববৰাত'ৰ সময়ত চাৰে সাত টকাত ক্ৰেপ কাপোৰৰ দোপাট্টাও কিনিলে। অকল সেয়ে নহয় —— দোপাট্টা নিকিনি উপায় নাই, কাৰণ মাজু মামাৰ টেলিগ্ৰাম আহিল তেওঁৰ ডাঙৰ পুতেক ৰাহতে পুলিছৰ ট্ৰেইনিং লবলৈ আহিব। বিবি আম্মাৰ একেবাৰে ধৰ্‌ধৰ-মাৰ-মাৰ লাগি গ'ল। যেন ৰাহত নহয়, দোলত উঠি দৰাহে পদুলিমুখত থিয় দিছেহি, ইফালে তেওঁ কইনাই মূৰত পিন্ধা মণিধাৰ গাঁথিবলৈ গুণা-সূতা গোটোৱাই নাই! তেওঁৰতো তৎচূৰ্ত্তিয়েই হেৰাল। তৎক্ষণাৎ পাতি লোৱা ভনীয়েক বন্দোৰ মাকক মাতি পঠিয়ালে ——

"ভন্টী যদি এতিয়াই নাহা, মোৰ মৰা মুখ দেখিবাহি।"

তাৰ পাছত দুয়োৰে ফুচফাচ মেল। মাজে মাজে বাৰান্দাত বহি চাউল বাচি থকা কুব্ৰাৰ ফালেও চায়। তাই সেই কাণে-কাণে ফুচফুচাই কোৱা কথাৰ অৰ্থ ভালদৰেই জানে। এইদৰে বিবি আম্মাই দুঅনামান সোণ নাকৰ আৰু কাণৰ অলঙ্কাৰৰ পৰা খুলি পাতি লোৱা ভনীৰ হাতত দি কোনোমতে যোৰা মাৰি সন্ধ্যালৈ এতোলা গোখ্‌ৰু, তিনি অনা ওজনৰ সোণালী গুণা আৰু এক গিৰা কাপোৰ পায়জামাৰ ওপৰৰ পটীদালৰ কাৰণে গোটাই অনালে।

বাহিৰৰ কোঠা এটা জাৰি-জোকাৰি ঠিক কৰা হ'ল। অলপ চূণ আনি কুব্ৰাই নিজৰ হাতেৰেই চূণ কাম কৰি দিলে। কোঠাটোতো চিকচিকীয়া হ'ল, ইফালে তাইৰ হাতৰ ছাল গ'ল। ৰাতি মছলা বঁটোতে পোৰণিত তত হেৰাল।

গোটেই নিশাটো উজাগৰেই গ'ল। একেই তো হাতৰ তলুৱাৰ সেই গতি, তাতে আক' ধলপুৱাৰ গাড়ীতে ৰাহত পালেহি।

"আল্লা ..... হে আল্লা ...... এতিয়া মোৰ বাইদেউৰ কপাল মুকলি হওক ...... তোমাৰ দৰগাহত মই এশ ৰক্অত (নমাজৰ সম্পূৰ্ণ বিধি) পঢ়িম ...... " হামিদাই পুৱাৰ নমাজ পঢ়ি অঁতাই দোৱা মাগিলে।

ৰাতিপুৱা ৰাহত আহিলত কুৱাই সেই ম'হেৰে ভৰা কোঠাটোত আশ্ৰয় ললেগৈ। ৰাহতে চেঁৰে আৰু পৰঠাৰ জলপান খাই বৈঠকখানালৈ গুচি যোৱাৰ পাছতহে ধীৰে ধীৰে কইনা-খোজত কুৱা কোঠাটোৰ পৰা ওলাল আৰু চুৰা বাচন-পত্ৰবোৰ লৈ গ'ল।

"দিয়াঁ মই ধোওঁ বাইদেউ।" হামিদাই কোমলকৈ ক'লে।

"নেলাগে ......" তাই লাজত দোঁ খালে।

হামিদাই জোকাবলৈ ধৰিলে। বিবি আম্মাই মিচিক-মাচাক্‌কৈ হাঁহি থাকিল। তেওঁ ক্ৰেপৰ দোপাট্টাত জলম্ লগাবলৈ লাগি গ'ল।

যি বাটেৰে নাক-কাণৰ অলঙ্কাৰ গ'ল, সেই বাটেৰেই ফুল, পাত আৰু ভৰিত পিন্ধা ৰূপৰ অলঙ্কাৰো গুচি গ'ল। হাতৰ দুপাতকৈ চুড়ি মাজু মামাৰ পুতেক আহি পোৱাৰ পাছত সেই বাটেৰেই গ'ল। নিজে শাকে-পাতে খাই, প্ৰতিদিনে ৰাহতলৈ পৰঠা, কোপ্তা, পোলাউ ৰান্ধিছে। নিজে শুকান খাই 'ভাবী জোৱাঁয়েক'ক মাংসৰ ভাল ভাল ডোখৰবোৰ খুৱাইছে।

"দিনকাল বেয়া হ'ল আই," তেওঁ হামিদাৰ ওন্দোলোৱা মুখখন দেখি ক'লে। আৰু হামিদাই মনতে ভাবিলে ——

"আমি ভোকত থাকি জোঁৱাইক খুৱাইছো। বাইদেৱে ধলপুৱাতে উঠি যাদুমন্ত্ৰৰ জোৰত চলাদি কামত জপিয়াই পৰে। বাহী-মুখ ধুই সুদা পানী এটোপা খাই ৰাহতৰ কাৰণে পৰঠা সেকে। গাখীৰ উতলাই উতলাই ডাঠ সৰ তোলে। নিজৰ চৰ্ব্বি চুঁচি পৰঠাত দিবৰ মন নাযায় কেলেই তাইৰ? যায় তো! কাৰণ এদিন সি তাইৰ আপোন হ'ব। যিখিনি সি ঘটিব, তাইৰ হাতৰ মুঠিতে গুজি দিব। ফল দিয়া গছকনো কোনে আপদাল নকৰে? তাৰপিছত এদিন ফুল ফুলিব আৰু ফলৰ ভৰত গছৰ দাল দোঁ খাই পৰিব, তেতিয়া ছিঙিবলৈ যোৱা জনৰ মুখত কোনে জোতাৰ কোব শোধাব? —— আৰু এই আশাতে বাইদেউৰ জঁয় পৰি যোৱা চেহেৰাৰ ওপৰত প্ৰেমৰ জেউতি বিয়পি পৰিছে। কাণত শানাই বাজিছে। তাই ৰাহতভাইৰ কোঠাটো সাৰিছে-পুছিছে, তাৰ কাপোৰবোৰ আলফুলকৈ সামৰি-সুতৰি থৈছে, যেন তাৰদ্বাৰাই তাই তাক বহুত কিবা ক'ব খুজিছে। তাই তাৰ চিকাৰ নিচিনা দুৰ্গন্ধময় ঘামত তিতা মোজা ধোৱে, বনিয়ন আৰু নাক-মছা ৰুমাল চাফা কৰে। মূৰৰ তেলেৰে তেলেতীয়া হৈ থকা গাৰুৰ গিলিপত 'চুইট ড্ৰিম' তোলে। কিন্তু কথাটো ভালদৰে 'জমা' নাই। ৰাহতে ৰাতিপুৱাতে পৰঠা খাই-গুচি যায় আৰু ৰাতি কোপ্তা খাই শুই থাকে। বিবি আম্মাই পাতি লোৱা ভনীয়েকক ফুচফুচাই কয়——

"বেচেৰা বৰ লাজকুৰীয়া" —— আম্মাৰ মাতটো চেপা।

"সেইটোতো হয়েই। কিন্তু ভাই, চলন-বুলনত বা চকুৰ ভাৱতোতো কিছু অনুমান কৰিব পাৰি।"

"ভাল কথা কৈছা! আল্লাই নকৰক, মোৰ বাছাইহে চকুৰে কথা ক'ব! তাইৰতো আঁচলকে দেখা নাই কোনেও।" বিধি আম্মাই গৰ্বেৰেই ক'লে। 'মেৰী জান' মাহীদেৰেও বুজিলে।

"মইনো এতিয়া কি কৰিম মাহী?"

"ৰাহত মিঞাৰ লগত কিয়নো কথা নাপাত পাষাণী (অকল-খাৰী)?"

"মোৰ ভাই, লাজেই লাগে দেখোন! তালৈ আচলতে মোৰ ভয়েই লাগে।"

"এ-হে সি তোমাক চোবাই খাব নহয়?" বিবি আম্মাই ঠাট্টা কৰি কয়।

"নাই, কিন্তু ......." বুলি তাই নিৰুত্তৰ হ'ল।

আকৌ 'মিস্কোট' হ'ল। বহুত ভবা-চিন্তাৰ পাছত ভিনিহিয়েকৰ লগত তামাচা কৰিবৰ কাৰণে খলিহৈৰ কাবাব তৈয়াৰ কৰা গ'ল।

[ হামিদাৰ কথা ]

সেইদিনা বাইদেউৰ মুখতো কেইবাৰমান মিচিকি হাঁহি দেখা গ'ল। মনে মনে ক'লে, — "চাবি, হাঁহি নিদিবি আক'। তেতিয়া সকলো ফূৰ্ত্তি মাটি হ'ব।"

"নাহাঁহোঁ" — মই শপত খালোঁ।

"খানা খাই লওক" — মই খাটৰ ওপৰত চাদৰ পাৰি দি ক'লো।

খাটৰ তলত থোৱা লোটাত হাত ধুবৰ সময়ত মোৰ ভৰিৰ পৰা মূৰলৈকে ৰাহতে চাই ল'লে। মই লৰালৰিকৈ তাৰপৰা পলালো। মোৰ বুকুত ধৰফৰনি উঠিছিল।

"আল্লাহ, তোবা, তোবা ....... কি বদমাছী দৃষ্টি!"

"মৰতী! আৰে চাচোন তাইৰ মুখৰ ভঙ্গী! তই চব মজা নষ্ট কৰি দিলি।" বিবি আম্মাৰ মন্তব্যৰ পাছতো মই এখোজো নলৰিলো।

বাইদেৱে এবাৰ মোৰ ফালে চালে। তাইৰ চকুত আছিল অনুৰোধ, আছিল ব্যৰ্থ বিবাহ-প্ৰস্তাৱৰ আক্ৰোশ, আৰু সেই দৃষ্টি 'চৌথী'ৰ পুৰণি 'জোড়া'ৰ দৰে নিষ্প্ৰাণ। মই মূৰ তল কৰি খুটিৰ আঁৰত ৰ'লোগৈ।

ৰাহতে নীৰৱে খাবলৈ ধৰিলে। মোৰফালে চোৱা নাই। খলিহৈৰ কাবাব খোৱা দেখি মোৰ উচিত আছিল মজা কৰা, ধেমালি কৰা – "বাঃ। দুল্হা ভাই খলিহৈ খাই আছা!" কিন্তু ক'ব নোৱাৰিলো। নাজানো কিহে মোৰ মুখ চেপি ধৰিলে।

বিবি আম্মাই তৎক্ষণাৎ মোক মাতি আনিলে। আৰু একেবাৰে মুখতে মুখ থৈ তিৰস্কাৰ কৰিলে। এতিয়া মইনো বাৰু কেনেকৈ কওঁ যে তেওঁ মজাকৈ তাকে খাই আছে। বদমাছে মোকেই কিজানিবা খাই পেলাব!

"ৰাহত ভাই, কোপ্তা পছন্দ হৈছেনে?" বিবি আম্মাই শিকাই দিয়া মতে ক'লো। কোনো উত্তৰ নাই।

"কওক না"

"আৰে ভালদৰে সোধ।" বিবি আম্মাই ঠেলিয়াই দিলে।

"আপুনিও দিলে। ময়ো খাই থলোঁ। ভালেই হৈছে চাগে'।" তেওঁ ক'লে।

"আৰে কি জঙঘলী!" বিবি আম্মা নথকা হ'লে চিঞৰিয়ে কৈ দিলোহেঁতেন। "তুমি বুজিবই নোৱাৰিলা নে কি সুন্দৰকৈ খলিহৈ সোপা খালা?" — বাইদেৱে ৰ'ব নোৱাৰি কৈয়ে দিলে। "খলিহৈ? তেনেহলেনো সদায় কিহৰ কাবাব কৰা হৈছিল? মইতো অভ্যস্ত হৈ গৈছো — খলিহৈ আৰু তুঁহ খাই খাই।" — ৰাহতে লাহেকৈ ক'লে।

বিবি আম্মাৰ মুখ মেল খাই গ'ল। বাইদেউৰ তললৈ নামি যোৱা চকুৰ পতা আৰু ওপৰলৈ নুঠিল। ৰোজানাৰ দুগনী কৰিছিল, ৰাতিৰ খানা মই লৈ গ'লো। ক'লে,

"কওক, আজি কি আনিছে? আজি খৰিৰ কিবা নেকি?"

"কি, আমাৰ হাতৰ ৰন্ধা আপোনৰ পছন্দ নহয়?" মই খঙতে ক'লো।

"কথা সেইটো নহয়। অলপ অদ্ভুত লাগিছে — কেতিয়াবা খলিহৈৰ কাবাব, কেতিয়াবা তুঁহগুৰিৰ আঞ্জা!"

মোৰ সমস্ত শৰীৰ-মনত যেন জুইহে জ্বলিল। আমি শুকান ৰুটী খাই তেওঁক হাতীৰ খোৰাক যোগাই গৈছোঁ ..... মই খঙতে ভোঁ-ভোঁৱাই গুচি আহিলো।

বিবি আম্মাই তেওঁৰ পাতিলোৱা ভনীয়েকক মাতি আনি ক'লে, "আচল দলিল আহি গ'ল! ৰাহত এতিয়া দিনটো যথেষ্ট সময় ঘৰতে থাকে। বাইদেউতো বেছি ভাগ সময় চৌকাৰ ওপৰতে হাউলি থাকে। বিবি আম্মাই "চৌথীৰ জোড়া" সিবলৈ ল'লে। ইফালে ৰাহতৰ লেতেৰা দৃষ্টি কাঁড়পাত হৈ মোৰ অন্তৰত খুচিবলৈ ধৰিলে। যিহকে পায় তাকে কয়। খোৱাৰ সময়ত এপাকত পানী, এপাকত নিমখ বিচাৰি মাতি থাকে। লগে লগে বাজে ধেমালি! মই খং কৰি বাইদেউৰ কাষতে বহোঁগৈ। মই বিচাৰিছিলো খোলাকৈ কৈ দিওঁ — "কাৰ বক্ৰী, কোনে দিয়ে দানাপানী।" বাইদেউ মোৰদ্বাৰা তোমাৰ ষাঁড়ক নাকী লগোৱাটো নহবগৈ। কিন্তু তাইৰ জপৰা চুলিত জুহালৰ উৰি যোৱা ছাই ....... নাই, নাই, ...... মোৰ কলিজা চিৰিংকৈ উঠিল। মই তাইৰ পকা চুলি এডাল ছিঙি পেলাই দিলোঁ। বেচেৰীৰ চুলি পকিবলৈ আৰম্ভ কৰিছেই।

ৰাহাতে আকৌ কিবা এটা অজুহাতত মাতিলে।

"উস্" মই জ্বলি উঠিলো। কিন্তু বাইদেৱে অসহায় মুৰ্গীৰ দৰে যেনেকৈহে উভতি চালে মই নোযাৱাকৈ নোৱাৰিলো।

"বাইদেউৰ মোৰ ওপৰত খং উঠিছে'" — ৰাহতে পানীৰ পাত্ৰটো লৈ মোৰ হাতত থাপ্ মাৰি ধৰিলে। মোৰ উশাহ বন্ধ হৈ যোৱা যেন পালো আৰু হাতখন আচাৰ মাৰি পেলাই, পলাই আহিলো।

"কি ক'লে?" বাইদেৱে লাজ-লাজকৈ নিস্তেজ মাতেৰে সুধিলে। মই নীৰৱে তাইৰ মুখলৈ চাই থাকিলো। কি ক'ম?

"কৈছে যে কোনে ৰান্ধিছে এয়া ....... বাঃ ..... খায়েই থাকিম যেন লাগিছিল ..... ৰান্ধনীৰ যেন হাতকে খাম ..... অ' নহয় বৰং চুমা খাম হাতত।" মই অনৰ্গল কৈ যাবলৈ ধৰিলো আৰু বাইদেউৰ হালধি-মছলা বটা কৰ্কশ হাতখন নিজৰ গাললৈ টানি আনিলো। মোৰ চকুৰে পানী ববলৈ ধৰিলে।

মই ভাবিবলৈ ধৰিলো, "এই হাত — যিখন ধলপুৱাৰে পৰা ৰাতিলৈকে কামত ব্যস্ত থাকে, তাৰ খাটনি কেতিয়াবা শেষ হ'বনে? সেই হাত গ্ৰহণ কৰোঁতা কোনো নোলাবনে? তাত কেতিয়াও জেতুকাৰ বোল নালাগিবই নেকি? কেতিয়াও প্ৰেমৰ স্পৰ্শ নালাগিবই নে?" এইবোৰ চিঞৰি কান্দি কান্দি ক'বৰ মন গৈছিল মোৰ।

"আৰু কি ক'লে অ'?" বাইদেউৰ হাত ইমান খহটা অথচ মাতটো ইমান মিঠা, ইমান কোমল --- ৰাহতৰ কাণ থকা হলে ..... নাই, ৰাহতৰ কাণ নাই, নাক নাই, নৰকৰ গহ্বৰহে আছে!.....

"আৰু ক'লে, তোমাৰ বাইদেউৰাক ক'বা যেন ইমান কাম নকৰে, আৰু জোৰী বস্তু খায় যেন....

"চব ফাঁকি ......."

"বাহ্‌ৰে মিছা যদি তোমাৰ সেই ......

"মনে মনে থাক মৰতী।" তাই মোৰ মুখ বন্ধ কৰি দিলে। "চা, চুৱেটাৰটো গোঠা হৈ গ'ল। যা তেওঁক দি দেগৈ। কিন্তু মোৰে শপত, মোৰ নাম নকবি।"

"নাই, নাই, বাইদেউ চুৱেটাৰ তেওঁক নিদিবা। তোমাৰ হাড় ওলোৱা দেহাটোত চুয়েটাৰটো কিমান প্ৰয়োজন!" — মই ক'ব খুজিও ক'ব নোৱাৰিলো। ক'লো, "বাইদেউ তুমি নিজে কি পিন্ধিবা?"

"আৰে মোকনো চুয়েটাৰ কেলেই? চৌকাৰ ওচৰত বহিয়ে দেখোন গৰম লাগি থাকে।"

চুয়েটাৰটো দেখি ৰাহাতে ক'লে, "এইটো আপুনি গুঠিছে নেকি?"

"নাই"

"তেনেহলে ভাই, এই চুয়েটাৰ মই নিপিন্ধো।"

মোৰ মন গৈছিল তাৰ মুখখন যেন খামুচি দিম। বদমাছ্ মাটিৰ ঢেলা! এই চুয়েটাৰ সেইখন হাতে গুঠিছে মনে-প্ৰাণে যি দাসী। ইয়াৰ প্ৰতিটো গোঠনিৰ লগতে পোৱাকপালীৰ আকাংক্ষা ফাঁচ লাগি আছে। এইটো সেইখন হাতে গুঠিছে যি কেৱল ছিগা বুতাম আৰু ফটা চোলা ৰিফু কৰিবলৈকে জন্মিছে। সেই হাত তোৰ হাতত তুলি ল, গাধ ক'ৰবাৰ!..... এইখন হাতৰ বঠাই তোমাৰ জীৱনৰ নাওখন দুৰ্জয় ধুমুহাতো নিৰাপদে পাৰত লগাব।এই হাতে চেতাৰ কেতিয়াও বজাব নোৱাৰে, মনিপুৰী আৰু ভাৰত নাট্যম নচা কেতিয়াও দেখিবলৈ নাপাবা। এই দুখন হাতে পিয়ানোৰ সুৰত নাচিবলৈ শিকা নাই। ফুলৰ লগত ধেমালি কৰাৰ কপাল হোৱা নাই। কিন্তু এই হাতে তোমাৰ শৰীৰত চৰ্বি বঢ়োৱাৰ বাবে পুৱাৰ পৰা ৰাতিলৈকে ৰান্ধিছে। চাবোন আৰু চৌডা খচিছে। জুইৰ তাপ সহিছে। তোমাৰ

লেতেৰা কাপোৰ ধুইছে। আৰু তুমি বগলী-ভকতৰ ভাও জুৰিছা। পৰিশ্ৰমে তাইৰ দেহা মাৰি দিছে। সেই হাতত কেতিয়াও চুড়িৰ ৰিণি-ৰিণি শব্দ উঠা নাই। সেই হাতক কোনেও মৰমেৰে, জিৰণি লবলৈ ধৰা নাই।"

কিন্তু মই মনে মনে থাকিলো। বিবি আম্মাই কয়, মোৰ মেজাজেই নতুন নতুন বন্ধুবোৰে বেয়া কৰি দিছে। "মই কিবা আচহুৱা ধৰণৰ নতুন কথা কওঁ, বিভীষিকাভৰা মৃত্যুৰ কথা কওঁ, ভোক আৰু দুঃসময়ৰ কথা কওঁ।"

"এই চুয়েটাৰটো আপুনিয়ে পিন্ধক। ..... চকচোন, আপোনাৰ কুৰ্ত্তাটো কিমান পাতল!"

বনৰীয়া মেকুৰীৰ দৰে মই তাৰ নাক, মুখ, ডিঙি, চুলি আঁচুৰি-খামুচি নিজৰ বিছনাত লাং খাই পৰিলোগৈ।

বাইদেৱে আটা সানি থৈ, লৰালৰিকৈ হাত ধুই আঁচলেৰে হাত মছি মছি মোৰ ওচৰতে বহিলহি।

"কি ক'লে," তাই থাকিব নোৱাৰি, কঁপা কঁপা বুকুৰে সুধিলে।

"বাইদেউ, এই ৰাহত ভাই, বৰ বেয়া মানুহ।" — মই ভাবিলোঁ আজি সকলো খুলিয়ে কওঁ।

"কিয়?" তেওঁ হাঁহি সুধিলে।

"মোৰ ভাল নালাগে। চোৱাঁ মোৰ কাপোৰ, চুড়িৰ অৱস্থা?" মই কঁপি কঁপি ক'লো।

"বৰ কোব দেখোন!" তেওঁ ৰোমান্টিক সুৰত সলাজ ভঙ্গীত ক'লে।

"বাইদেউ, শুনা, এই ৰাহত ভাল মানুহ নহয়।" মই খং কৰি ক'লো, "মই আজি বিবি আম্মাক কৈ দিম।"

"কি হ'ল?" নমাজৰ পৰা উঠি বিবি আম্মাই সুধিলে।

"মোৰ চুড়িৰ অৱস্থা চোৱাঁ, বিবি আম্মা!"

"ৰাহতে ভাঙিলে?" বিবি আম্মাই আনন্দৰ সুৰতে ক'লে।

"অঁ।"

"ভাল কৰিছে। তই তাৰ লগত বৰ লাগি থাক। ...... বৰটো কৰিলে! তোৰ দম বন্ধ হৈ গ'ল নেকি? শৰীৰটো একেবাৰে ম'মৰহে নহয়? — অলপ হাত লগালতে গলি গ'ল।" আকৌ ভালৰি লগাই ক'লে, "তয়ো চৌথীত তাৰ হোৰ তুলিবি।"

এইদৰে কৈয়ে তেওঁ মনৰ ভাৱ লুকাই থলে।

পাতিলোৱা ভনীয়েকৰ লগত আকৌ কনফাৰেন্স বহিল। আৰু মামলা ওভতা গতিৰে আগবাঢ়িবলৈ লোৱা দেখি দুয়ো হাঁহিবলৈ ধৰিলে।

"তইতো বৰ কিৰ্পিন! খোদাৰ কচম, মই তো নিজৰ ভিনিহীক নাকত ধৰি চাকত ঘুৰাইছিলো।" পাতিলোৱা ভনীয়ে ক'লে।

তেওঁ মোক ভগিনীপতিক কেনেকৈ ঠাট্টা-মস্কৰা কৰা হৈছিল তাৰ কৌশল বৰ্ণোৱাত লাগি গ'ল। কেনেকৈ ঠাট্টা-মস্কৰা কৰিব জনা বাবে অব্যৰ্থ নিচানত কাঁড় মাৰি দুই বাই-

ভনীৰ বিয়া হৈ গৈছিল কবলৈ ধৰিলে। আগতে তেওঁলোকৰ নাও পাৰত লগাবলৈ কৰা সকলো চেষ্টা ব্যৰ্থ হৈ গৈছিল। তাৰে এজন আছিল হেকিম। বেচেৰাক ছোৱালীয়ে জোকাই জোকাই হাৰাশাস্তি কৰে। লাজতে কঁপি কঁপি তেওঁ পলোৱাৰ বাট নেদেখে! এদিন আৰু সেই মানুহেই মামু চাহাবক কৈ দিলে যে মোক গোলামী দি দিয়ক!

আনজন ভাইচৰয়ৰ দপ্তৰৰ ক্লাৰ্ক। তেওঁ বাহিৰলৈ ওলোৱা শুনিলেই ছোৱালীয়ে জোকাবলৈ ধৰে। কেতিয়াবা পাণখিলিত জলকীয়া ভৰাই পঠিয়াই দিয়ে। কেতিয়াবা চেঁৰৈত নিমখ দিয়ে।

"এয়া চোৱাঁ, এওঁতো দিনৌ আহিবলৈ লৈছে। ধুমুহা, বৰষুণ যিয়েই আহক তেওঁৰ অহা বন্ধ নহয়। শেষত এদিন তেওঁ কৈয়ে দিলে নিজৰ জনা-শুনা এজন মানুহৰ মাৰফৎ, "এই ঘৰতে বিয়া কৰোৱাৰ ব্যৱস্থা কৰি দিয়ক।" তেওঁ সুধিলে, 'কাক?'

উত্তৰত ক'লে, "যি কোনো এজনীৰ লগতে।" আৰু খোদাৰ কচম, মিছা নকওঁ — ডাঙৰ ছোৱালীজনীৰ চেহেৰা কি ক'বা — এটা বস্তাহে যেন। সৰুজনীৰ তো আকৌ এটা চকু যদি পূৱলৈ, আনটো পছিমলৈ। পোন্ধৰ তোলা সোণ দিলে বাপেকে আৰু লগতে বৰ চাহাবৰ দপ্তৰত চাকৰি।"

"ভাই, যাৰ হাতত পোন্ধৰ তোলা সোণ আৰু বৰ চাহাবৰ চাকৰি আছে, তেওঁৰ দৰা পাবলৈ কিমান পৰ লাগিছে?" — বিবি আম্মাই হুমুনিয়াহ কাঢ়ি ক'লে।

"কথাটো সেইটো নহয়, ভাই! আজিকালিৰ ল'ৰাৰ মন ডলাৰ বেঙেণাৰ দৰে, যিফালেই হলাবা, সেইফালেই বাগৰিব।"

"কিন্তু ৰাহততো বেঙেণা নহয়, এটা পাহাৰ। ডলা হলালে ময়ে জানোচা পিঠা হওঁ!"

মই আকৌ বাইদেউৰ ফালে চালোঁ। তাই মনে মনে বহি আটা সানি আছে আৰু আমাৰ কথাবোৰ শুনি আছে। তাইৰ নিশ্চয় ভাৱ হৈছে — ফাঁট দিয়া বসুমতী পাতালে লুকাওঁ — কুমাৰী জীৱনৰ লাঞ্ছনা লৈ সেই ফাঁটত সোমাই পৰিব।

মোৰ বাইদেউ পুৰুষৰ কাৰণে লালায়িত নে? নহয়, তাই ভোকৰ জ্বালাত আগৰ সংকোচ হেৰুৱাই পেলাইছে। পুৰুষৰ কল্পনাই তাইৰ মন ভৰাই তোলা নাই, বৰং ৰুটী, কাপোৰৰ চিন্তাৰেহে ভৰি আছে। তাই এজনী বিধবা মাকৰ বোজা। সেই বোজা পাতলাবই লাগিব।

কিন্তু এই ইংগিত আৰু গুৰগুৰীয়া মেল দেখিলে ভাৱ হয় যেন ৰাহত মিঞা নহয়, ঘৰৰ মাটি ফুটি বাহিৰ হোৱা স্বয়ং এজন পয়গম্বৰ। পৰাস্ত হৈ বিবি আম্মাই হাৰ আদি অলংকাৰ বন্ধকত থৈ বিপদ নাশন পীৰৰ পূজা কৰিলে। গোটেই দুপৰটো মহল্লা আৰু চুবুৰীৰ ছোৱালীবোৰে চোতালত হৈ-চৈ কৰি কটালে। বাইদেৱে লাজতে সেই ম'হেৰে ভৰা কোঠাটোত নিজৰ তেজৰ ভোগ দিবলৈ বহি থাকিলগৈ। বিবি আম্মাই সেহদৰীৰ খাটত বহি চৌথীৰ কাপোৰৰ 'জোড়া'ত টাক দিবলৈ লাগি গ'ল। আজি তেওঁৰ মুখত বাটৰ বাধা আঁতৰাৰ ইংগিত। আজি সকলো বিপদৰ অৱসান হ'ব। যন্ত্ৰণাৰ কাঁইট বৈ গৈছে যদিও

সিও ওলাই যাব। আজি তেওঁৰ শুকাই খৰ্খৰীয়া হোৱা চেহেৰাত আকৌ থৰ্ থৰ্ কৈ শিখা কঁপি আছে। বাইদেউৰ লগৰীয়া বিলাকে তেওঁক জোকাই আছে। আজি কে'বাদিনো বাইদেউৰ জ্বৰটো উঠা নাই। নিৰ্বাপিত-প্ৰায় বন্তিৰ দৰে তেওঁৰ মুখখন এবাৰ অলপ উজলি উঠে, আকৌ নুমাই যায়।

তাই চকুৰ ঠাঁৰেৰে মোক ওচৰলৈ মাতিলে। নিজৰ আঁচল দাঙি নিয়াজ (প্ৰাৰ্থনা)ৰ থালখন মোৰ হাতত তুলি দিলে।

"ইয়াত মৌলবীয়ে নিয়াজৰ মন্ত্ৰ (দম) পঢ়ি দিছে।" তাইৰ জ্বৰৰ তাপত হোৱা গৰম নিশ্বাস মোৰ কাণত লাগিলহি।

থালখন হাতত লৈ মই চিন্তাত ডুবি গ'লো। "মৌলবী চাহাবে 'দম' কৰিলে। এই পাক মলীদা (প্ৰসাদী মিঠাই) এতিয়া গৈ ৰাহতৰ চন্দুকত সোমাবগৈ, যিটো চন্দুক আজি ছমাহে আমাৰ তেজেৰে গৰম কৰি ৰাখিছো। এতিয়া প্ৰাৰ্থনা কৰা হৈছে। 'পাক মলীদা'ই অভীষ্ট সিদ্ধি কৰিব। ........... মোৰ কাণত নহবৎ বাজিবলৈ ধৰিলে। ....... মই কোঠাৰ পৰা লৰ মাৰি দৰা চাবলৈ গুচি গ'লো ....... দৰাৰ মুখৰ ওপৰত যি দীঘল দীঘল ফুলৰ মালা ওলোমাই দিয়া হৈছে সি ঘোঁৰাৰ ছুট স্পৰ্শ কৰিছে ...... মূৰত চৌথীৰ ৰঙা মুকুট, ফুলেৰে আবৰা, লাজেৰে তিওৱা বাইদেউ ধীৰ খোজেৰে আহি আছে ...... চৌথীৰ সোণালী গুণাৰ 'জোড়া' জিলিকি আছে। বিবি আম্মাৰ মুখখন ফুলৰ দৰে উজ্জ্বল হৈছে। বাইদেউৰ লজ্জানত দৃষ্টি এবাৰ ওপৰলৈ উঠিল ....... কৃতজ্ঞতাৰ অশ্ৰু বিন্দু চকুৰ কোলাত কুঙ্কুমৰ দৰে উজলি উঠিছে ........

"এই সকলোবোৰ তোৰ মৰমৰে ফল" —— বাইদেউৰ নীৰৱ কণ্ঠই যেন ইয়াকে ক'লে। হামিদাৰ কণ্ঠ ৰুদ্ধ হ'ল। .......

"আহচোন ভন্‌টি !" বায়েকৰ মাতত তাই চমক ভাগি সাৰ পাই গ'ল। বায়েকে ওড়নাৰ আঁচলত চকুপানী মছি মছি আঁতৰি গ'ল।

"এয়া, এয়া মলীদা।" তাইৰ অস্থিৰ হৈ পৰা অন্তৰখন শাঁত পেলাবলৈকে ক'লে। তাইৰ ভৰি কঁপিছে যেন তাই সাপৰ গাঁততহে সোমাইছে আৰু পাহাৰ বগাইছে। ..... ৰাহতে মুখৰ কাপোৰ আঁতৰাই দিলে ...... সি এখোজ পাছুৱাই গ'ল। কিন্তু দূৰৰ বৰযাত্ৰী সকলে শানাই বজাবলৈ ধৰিলে। সিহঁতৰ ডিঙিত যেন কোনোবাই চেপিহে ধৰিছে। কঁপা কঁপা হাতেৰে 'পাক মলীদা' তাই ৰাহতৰ ফালে আগবঢ়াই দিলে। এক মুহূৰ্ত্ততে তাইৰ হাত পাহাৰৰ গুহাত সোমালগৈ ..... তলত ..... বহুত তলত .... অন্ধকাৰৰ অতল গহ্বৰত। আৰু এক প্ৰকাণ্ড শিলাখণ্ডই তাইৰ মাত বন্ধ কৰি দিলে। ......

নিয়াজৰ মলীদাৰ থালখন ছিটিকি গৈ লণ্ঠনটোৰ ওপৰত পৰিলগৈ। লণ্ঠনটো মাটিত বাগৰি পৰি দুবাৰমান ধপ্‌ধপাই নুমাই থাকিল। বাহিৰৰ চোতালত মহল্লাৰ জীয়ৰী-বোৱাৰীয়ে তেতিয়া 'মুস্কিল কুশা'ৰ প্ৰতি-কৃতজ্ঞতাৰ গীত গাই আছিল।

ৰাতিপুৱাৰ গাড়ীত ৰাহতে গণ্যমান্য সকলক নমস্কাৰ কৰি গুচি গ'ল। তাৰ বিয়াৰ দিন

ঠিক হ'ল, সোনকালেই। তাৰপাছত আৰু সেইখন ঘৰত কণী ভজা হোৱা নাই, পৰঠা সেকা নাই, আৰু চুয়েটাৰো গোঠা নাই। বহুতদিনৰ পৰা ৰোগে বাইদেউৰ পাছে পাছে চোপ লৈ আছিল এতিয়া তাইৰ ওপৰত জপিয়াই পৰিল। এটা সময়ত তাইৰ আশা বুকুতে লীন হ'ল। বাইদেৱে মূৰ তল কৰি তাইৰ আশাহীন অস্তিত্ব কালৰ বুকুত সঁপি দিলে।

আকৌ সেই সেহদৰীৰ খাটৰ ওপৰত পৰিষ্কাৰ চাদৰ পৰা হ'ল। মহল্লাৰ জীয়ৰী-বোৱাৰীবোৰ গোট খাইছিল। কফনৰ বগা মোটা কাপোৰ মৃতকৰ আঁচলৰ দৰে বিবি আম্মাৰ সমুখৰ ফালে মেলি দিয়া হ'ল। বহুতো সহ্যৰ বোজা বৈ বৈ তেওঁৰ মুখ যেন কঁপিছে। বাওঁফালৰ চেলাউৰি কোঁচ খাই গৈছে। তেওঁৰ মুখৰ ওপৰত এক ভয়ঙ্কৰ শান্তি আৰু মৃত্যুলীন ভৰসা আছিল। কফনৰ কাপোৰৰ চুকটো উলিয়াই লৈ তেওঁ পথালিটো ঠিক কৰিলে আৰু লগে লগে তেওঁৰ বুকুত অসংখ্য কেঁচি চলিবলৈ ধৰিলে। আজি তেওঁৰ মুখত ভয়ঙ্কৰ  শান্তি আৰু মৃত্যুলীন ভৰসা। সেই দেখি তেওঁৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে, আন 'জোড়া'ৰ দৰে চৌথীৰ সেই 'জোড়া' আৰু ব্যৰ্থ নহব।

সেহদৰীত বহি লৈ ছোৱালীবোৰে মইনাৰ দৰে কুঁ-কুঁৱাই কান্দিবলৈ ধৰিলে। হামিদাই পাৰ হৈ যোৱা দিনবোৰৰ স্মৃতি জোকাৰি পেলাই সিহঁতৰ লগত মিলি গ'ল। ৰঙা মলমল কাপোৰৰ ওপৰত বগা কাপোৰৰ নিচান। কোনে জানে, তাৰ ৰঙা ৰঙৰ মাজত কিমান নিষ্পাপ কইনাৰ অভিলাষ সোমাই আছে আৰু বগাৰ মাজত কিমান আশাহতা কুমাৰীৰ কফনৰ বগা ৰং বোলোৱা আছে! এইবাৰ সকলো নীৰৱ হৈ গ'ল। বিবি আম্মাই শেষবাৰলৈ বেজিটোৰে এটা ফোঁড় দি সূতা ছিঙি ল'লে। শকত চকুলোৰ ধাৰ তেওঁৰ কোমল গালৰ ওপৰেদি ধীৰে ধীৰে বৈ আহিবলৈ ধৰিলে। মুখৰ বলিৰেখাত পোহৰৰ ৰেখা ফুটি উঠিল। আৰু তেওঁ মিচিকিয়াই হাঁহিলে, — যেন তেওঁৰ ভৰসা হৈছে যে তেওঁৰ আশা পূৰ্ণ হ'ল — কুব্ৰাৰ 'জোড়া' তৈয়াৰ হৈ গ'ল আৰু কোনোবা এটি ক্ষণত শানাই বাজি উঠিব!

সেহদৰী ---- তিনিফালে তিনিখন দুৱাৰ থকা বাৰান্দা

দম -- বৰফতৰ কাৰণে পাঠ কৰা মন্ত্ৰ



# আকাশীলতা

ডাঙৰ মামীৰ কফনত দাগ পৰিবলৈকে নাপালে। অঙহী-বঙহী সকলোৱে সুজায়ত মামাৰ পুনৰ বিবাহৰ বাবে খদমদম্ লগালেই। উঠোঁতে, বহোঁতে, সকলো সময়তে কইনাৰ খবৰ আহিবই লাগিছে। আনকি ঘৰৰ তিৰোতা সকলে ৰন্ধা-বঢ়া কাম শেষ কৰি যেতিয়া বেজি-সূতা হাতত লৈ চিলাই আদি কৰিবলৈ বহে, তেতিয়াও কইনাৰ প্ৰসঙ্গ লৈ নানা আলাপ আলোচনা চলে।

"বাৰু আমাৰ ফতিমাৰ লগত কেনে হ'ব?"

"তোমালোকৰো যে কথা বাইদেউ! কিবা নিছা খাইছা নেকি? ফাতিমাৰ শাহুয়েকে শুনিলে নাক-কাণ কাটি হাতৰ তলুৱাত ল'ব! ডেকা পুতেকৰ মৃত্যুৰ পিছৰ পৰা শাহুৱেকৰ তাই চকুৰ কুটা হৈছে। সেইদিনা ধৰি বেচেৰীয়ে নঙলা মুখেই দেখা নাই। তাইৰ মাকৰ ঘৰৰ কোনোবা মৰা-চৰা হলেওঁ তাকে চোৱাৰ ছলেৰে এবাৰ ঘৰৰ পৰা বাহিৰ ওলাব পাৰিলেহেঁতেন।

"সুজায়তৰ ভাগ্যত জানো এজনী কুমাৰী ছোৱালী নিমিলিব! তাৰ ভাগ্যত জানো আনৰ বিধবা তিৰোতাহে লিখা আছে। তাৰ বয়সেই বা কিমান হৈছে? চল্লিচৰো কম। তেনেস্থলত তাৰ বাবে ছোৱালীৰ কি অভাৱ।" অসগৰী বেগমে ক'লে।

"খোদাই মঙ্গল কৰক! বাঃ পেহী তুমি একেবাৰে দহবছৰ গিলি পেলালা। অহা মাহত পুৰা পঞ্চাশ হ'ব।"

"আল্লাই হে জানে" বেচেৰী পেহী বিপাঙতহে পৰিল। কাৰণ সুজায়ত মামাৰ পাঁচোজনী ভনীয়েক একমুখে জকজকাই উঠিল। আনপিনে বেচেৰী অকলশৰে। সিহঁতৰ এজনীয়ে কাৰোবাক বাক্যবাণেৰে আক্ৰমণ কৰিলে বাকী চাৰিওজনীয়ে তাইৰ লগতে একেলগে উজান দিয়ে। গতিকে মোগলনীয়েই হওঁক বা পাঠানীয়েই হওঁক কাৰো সিহঁতৰ লগত বাকযুদ্ধত জয়লাভ কৰাৰ শক্তি নাই। সৰ্ব্বসাধাৰণৰতো কথাই নাই। বৰ বৰ ৰথী-মহাৰথীয়েও সিহঁতৰ ওচৰত সেও মানে।

কিন্তু ইমত্যাজী পেহীও কম নহয়। তেওঁ যেন পাঁচ পাণ্ডৱৰ বিৰুদ্ধে এশ কৌৰৱৰ প্ৰতাপ। তেওঁৰ আটাইতকৈ ভয়ানক অস্ত্ৰ আছিল,কাহঁ কোবোৱাৰ নিচিনা ৰণৰণীয়া মাত। কথা কবলৈ আৰম্ভ কৰিলে এনেহে লাগে যেন মেচিনগানৰ পৰা তীব্ৰগতিৰে অবিৰাম গুলি বৰ্ষণহে হৈছে। যেতিয়াই চুবুৰীৰ কাৰোবাৰ লগত তেওঁৰ তৰ্ক লাগে; গোটেই চুবুৰীতে

তুৰন্তে খবৰ বিয়পি পৰে। তিৰোতাসকলে লৰি-ঢাপৰি কাজিয়াৰ ঠাইত উপস্থিত হয়হি, আৰু নিৰাপদ দূৰত্বত থাকি কাজিয়া চায়।

ইমত্যাজী পেহীৰ একমাত্ৰ দুৰ্ব্বলতা আছিল তেওঁৰ মাজু জীয়েক গোৰী। তাই ছয়ত্ৰিশৰ দেওনা পাৰ হল; তথাপি কুমাৰী হৈয়ে থাকিল। সুজায়ত মামাৰ পাঁচ ভনীয়েকে ইমত্যাজী পেহীৰ এই দুৰ্ব্বলতাৰ সদ্ ব্যৱহাৰ কৰিবলৈ নাপাহৰিলে। গোৰীৰ বিবাহৰ কোনো লক্ষণ দেখা নগৈছিল। অবিবাহিতৰ কথাই নাই; আনকি বৰলাও তাইৰ ওচৰ নাচাপে। আগতে একোজন পুৰুষে তিনি-চাৰিজনীকৈ বিয়া কৰাবলগীয়াত পৰিছিল, কিন্তু আজিকালি হস্পিতাল আৰু ডাক্তৰবিলাক হোৱাৰ কাৰণে কোনো তিৰোতা নমৰেই—যেন যমপুৰীৰ ৰাস্তা পাহৰিয়েই গৈছে। ডাঙৰ মামীৰ নৰিয়াৰ বেলিকাও সকলোৰে ধাৰণা আছিল যে তেওঁ বাঁচি উঠিব। কিন্তু বিধতাৰ লীলা। তেওঁৰ বিধি বাম আছিল, চিৰদিনলৈ চকু মুদিলে।

সুজায়ত মামাৰ বয়সৰ প্ৰশ্নটোৱে এক জটিল অৱস্থাৰ সৃষ্টি কৰিলে। কমৰ আৰা আৰু নুৰ মাহীৰ মতে সুজায়ত মামা এতিয়া চফল ডেকা। সেইকাৰণে তেওঁৰ বয়সৰ হিচাপ কৰোঁতে কৌশলেৰে কেইবছৰমান কমাই দিয়ে সেই হিচাপমতে মাহীহঁতৰো হিচাপ কমি যায়। পাটো ভনীয়েকে ইমত্যাজী পেহীক ভিন্ ভিন্ দিশৰপৰা আত্ৰমণ কৰে। তেওঁলোকে পেহীক নাতি-জোঁৱায়েকৰ কথা লৈ ইতিকিং কৰে, কিয়নো পেহীয়ে নাতিনীলৈ সতিনী আনিছিল।

কিন্তু আমাৰ পেহীও উজুটিত পৰি মৰা বিধৰ নাছিল। তেওঁ প্ৰকৃত মোগলনী আছিল। তেওঁৰ দেউতাক আছিল ৰাজসৈন্যৰ বৰ-কান্দাজ। তৎক্ষণাত কথাৰ প্ৰসঙ্গ, তেওঁৰ ওপৰত চলা আক্ৰমণ প্ৰতিহত কৰি শাহাজাদী বেগমৰ নাতিনীয়েকৰ কথালৈ আহে। পেহীৰ মতে শাহাজাদী বেগমৰ নাতিনীয়েকে বংশৰ নাক কটালে। কিয়নো তাই নিতৌ দোলাত উঠি ঘনকোটৰ স্কুললৈ যায়। সেই সময়ত স্কুললৈ যোৱাটো আজিকালিৰ চিনেমাত নাচ-গান কৰাতকৈয়ো বেছি নিন্দনীয় আছিল।

সুজায়ত মামা বৰ সমঝদাৰ মানুহ। সুন্দৰ চেহেৰা গা পাতল, মধ্যমীয়া দৈৰ্ঘ্যৰ। ইমত্যাজী পেহীয়ে কৈ ফুৰে মামাৰ চুলিত কলপ লগায় বুলি, কিন্তু আজিলৈকে কোনেও মামাৰ মূৰত এডালো পকা চুলি দেখা নাই। গতিকে অনুমান কৰা টান তেওঁ কেতিয়াৰ পৰা কলপ আৰম্ভ কৰিছিল। দেখাত একেবাৰে ডেকা যেনেই লাগে। চল্লিছ বছৰীয়া বুলি ভাবিবই নোৱাৰি। যেতিয়া তেওঁৰ ওপৰত কন্যা সংবাদৰ জোৰ বৰষুণ, তেওঁ সেইবোৰ মামলা ভনীয়েকলৈ চোপৰ্দ কৰি দিলে। কেৱল ইয়াকে ক'লে যে, ছোৱালী যেন অতি কম বয়সীয়া নহয় অৰ্থাৎ দেখাত যেন তেওঁৰ জীয়েক যেন নালাগে আৰু অধিক বয়সীয়ালো হ'ব নালাগিব, যাতে তেওঁৰ মাক যেন দেখা নাযায়।

অনেক অনুসন্ধান চলোৱাৰ পিছত শেষত ৰুক্সানা বেগমকেই ঠিক কৰা হ'ল।

আন একোতে খুঁত, উলিয়াব নোৱাৰি ইমত্যাজী পেহীয়ে নামটোতে খুঁত উলিয়াই মুখ বিকটাই ক'লে— "বাপৰে! কি ভয় লগা নাম।" ভনীয়েকহঁতে কিন্তু পেহীৰ মুখ বন্ধ

কৰি দিলে। তথাপি পেহীয়ে আপত্তি দৰ্শালে তাইৰ বয়স ষোল বছৰতকৈ বেছি নহয়। লাগিলে দুই চাৰিদিন বেছি হ'ব পাৰে। যদিহে নহয়, এদিনো বেছি হয় তেনেহলে এশজোতাৰ কোব—ৰাতিপুৱা এশ জোতাৰ কোব আবেলি আৰু ওপৰৰ পৰা হোকাৰ পানী........।" পেহীৰ আচল মতলব আছিল, পাৰিলে কোনো ৰকমে গোৰী বেগমক গতোৱা। সেই কাৰণে ইটো সিটো অজুহাত দেখুৱাই নানা প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। কিন্তু পেহীৰ কথাত কোনোৱে কাণ নিদিলে।

ৰুক্সানা বেগমৰ ৰূপ-লাবণ্য এনে কমণীয় আছিল যে, চালে চাই থাকিবৰে মন যায়। যেন শুক্লা প্ৰতিপদৰ কোমল লাজুকুৰীয়া জোনটিহে কোনোবাই দাঙি লৈ আহিছে। চেহেৰা যেন দৰ্পণহে। কৰ্কাল মুঠিতে লুকুৱা, শৰীৰৰ বৰণ যেন পাতসোণহে, দেহত হাড় যেন নায়েই। যেন কোমল ময়দাৰ লাৰুৰ ওপৰত চিকণ মাখনহে সানি থোৱা হৈছে। তেওঁৰ নাৰীত্ব এনেহে যেন বহুতো নাৰীৰ সত্বা চুঁচিলৈ তেওঁতে ভৰাই দিয়া হৈছে, সুগন্ধি বা'ৰ দৰে নিশাহ। পেহীৰ মতে ষোল বছৰীয়া কিন্তু ভনীয়েকহঁতে মামাৰ আগত পঁচিশ বছৰ বুলি কৈছিল। প্ৰথমে মামাৰ অলপ সংকোচ হৈছিল, যদিও শেষত বয়স কম হোৱাটো দোষণীয় নহয় বুলি এই সংকোচ দূৰ কৰিলে।

ৰুক্সানা বেগমৰ মাক-বাপেক অত্যন্ত দুখীয়া বাবে বিয়াৰ যাবতীয় খৰচ সুজায়ত মামায়ে কৰিবলগীয়া হ'ল। বিয়া কৰাই অনাৰ পাছত মামাই তেওঁক দেখি একেবাৰে ঘামিবলৈ ধৰিলে।

"বাইদেউ এইজনী যে একেবাৰে সৰু ছোৱালী।"

পাচোঁ ভনীয়েকে সান্ত্বনা দিলে— "খোদাই তোমাৰ মঙ্গল কৰক। তুমি নাজানা জানো পুৰুষৰ ষাঠি আৰু তিৰোতাৰ কুৰি। দুই চাৰিটা সন্তান হোৱাৰ পিছতেই দেখিবা সকলো ঠিক হৈ পৰিব। এই যৌবন এই শৃঙ্গাৰ, শৰীৰৰ এই তেজ কেইবছৰমানৰ ভিতৰতে সকলো মষিমূৰ হৈ যাব। দহবছৰ মানৰ ভিতৰতেই আগৰ বৌৰ নিচিনাই দেখা যাব।

"তেতিয়া আকৌ আমাৰ ভাইৰ কাৰণে চাৰে বাৰ বছৰীয়া ছোৱালীহে বিচাৰিব লাগিব।" নুৰ মাহীয়ে মন্তব্য কৰিলে। সুজায়ত মামা লাজতে ৰঙা পৰি গ'ল।

"দ্বিতীয় পত্নী জীয়াই নাথাকে দেখি তৃতীয়........" শবীহ বেগমে ক'লে।

"কি বলিয়ালি বকিছা?"

"এৰা ভাই ঠিকেই কৈছে এওঁলোকে। বুঢ়ী আয়ে কোৱা শুনিছোঁ দ্বিতীয়পক্ষ বলি হয়। সেয়েহে আগৰ মানুহে দ্বিতীয় বিবাহ পুতলাৰ লগত কৰিছিল। সেইক্ৰমে দ্বিতীয় পত্নীয়ে তৃতীয় পত্নীৰ স্থান পাইছিল।"

ভনীয়েকহঁতৰ কথাত মামা পতিয়ন গ'ল। ৰুক্সানা বেগমেও বুজালে। দুই-তিনি বছৰৰ ভিতৰতে ভাল খোৱা ভাল পিন্ধা, আৰু প্ৰেমিক মিএগৰ সাদুস্পৰ্শত সেই প্ৰতিপদৰ জোন পূৰ্ণিমাৰ জোন হৈ জিলিকিবলৈ ধৰিলে। পেন্সনৰ দিন ওচৰ চাপি আহিছিল। নহলে হয়তো চাকৰিৰ পিনে আধ্যাই পৰিলহেতেঁন।

ভনীয়েকহঁতৰ মাজত ভায়েক এজন মাত্ৰ। গতিকে তেওঁ সকলোৰে আলাসৰ লাৰু হোৱাটো স্বাভাৱিক। আগৰ মামীৰ চেহেৰা-পাতি আকৰ্ষণীয় নাছিল; তাতে আকৌ নিঃসন্তান। সেয়েহে বিয়াৰ পিছতো ভনীয়েকহঁতৰ লগত মামাৰ ঘনিষ্ঠতা অটুট থাকিল। এদিন ভনীয়েকহঁতক নেদেখিলে আহাৰেই জীণ নাযায়। প্ৰায়েই অফিচৰ পৰা আহোঁতে ৰাতিৰ সাজ কোনো ভনীয়েকৰ ঘৰত খায়েই আহে। তথাপি কিন্তু মামী মামাৰ প্ৰতীক্ষাত ঢাৰি-পাটি পাৰি বহি থাকে। কেনোবা ৰাতি নোখোৱাকৈ ঘৰলৈ আহিলে মামীৰ সৌভাগ্যৰ সীমা নাথাকে। কিন্তু তাৰ পিছদিনাই ভনীয়েকহঁতৰো ওজৰ-আপত্তিৰ সীমা নাথাকে। এনেকি দৰমহাৰ টকা কেইটাও মামাই ভনীয়েকহঁতৰ হাতততহে দিয়ে। ঘৰুৱা যাৱতীয় খৰচ পাতি সিহঁতৰ হাতেৰেই হয়। কাৰোবাক নিমন্ত্ৰণ কৰি ভোজ-ভাত খুৱাবলৈ হলেও ভনীয়েকহঁতৰ পৰামৰ্শমতেই হয়। মামীৰ যেন এই ঘৰখনত কোনো অস্তিত্ব নাই।

শেষত মামীক কোনোবাই উপদেশ দিলে যে, মামাক বশ কৰি ৰাখিবৰ একমাত্ৰ উপায় হৈছে, খুব ভালধৰণে ৰন্ধা-বঢ়া কৰি খুওৱা যাতে আনৰ ঘৰৰ ব্যঞ্জন মুখত নালাগে। মামীয়েও সেইমতে ৰন্ধন প্ৰকৰণৰ কিতাপ অনাই ক্ষীৰ আৰু বাদামৰ গুল-গুল, মুৰ্গীৰ দম মাছৰ কাবাব ৰান্ধিবলৈ ধৰিলে। তাকে খাই মামাই মন্তব্য কৰিলে যে মামীয়ে হেনো তেওঁক বিহ খুৱাই মৰাবহে ফন্দী পাতিছে।

এই কথাত মামীৰ হৃদয়ত শোকৰ শেলে খুন্দামাৰি ধৰিলে। অৱশেষত মামী তেজ বমি কৰি মৰি থাকিল। কিন্তু নতুনকৈ বিয়া কৰাই অনা ৰুক্সানা বেগমক মূৰত তুলি ল'লে। এতিয়া এক মুহূৰ্ত ঘৰৰ পৰা বাহিৰ নোলায়। কোনো বন্ধু-বান্ধৱ তেওঁৰ ঘৰলৈ অহাটোও পছন্দ নকৰে। কেৱল নৱ-বিবাহিতা পত্নীকলৈয়ে ব্যস্ত। পতি-পত্নীৰ সুখময় সংসাৰত আন কোনো তৃতীয় ব্যক্তিৰ উপস্থিতি তেওঁ কামনা নকৰে। ভনীয়েকহঁতে দেখিলে এতিয়াহে সৰ্ব্বনাশ। তেওঁলোকে হাতৰ কুঠাৰ নিজৰ ভৰিতেই মাৰিলে। সকলোৰে মিলি বিয়া কৰাই দিলে। তাৰ পৰিণাম এইয়াহে হ'ল। গোৰী বেগমৰ লগত বিয়া হ'লে এই অৱস্থাৰ সন্মুখীন হবলগীয়া নহলহেঁতেন।

"নবৌ, ককাইদেউক এইদৰে কিমানদিন আঁচলেৰে বান্ধি ৰাখিব খুজিছা? ককাইদেৱে নবৌক পাই আমালৈ একেবাৰে পাহৰিয়েই গ'ল।"

হাজাৰ ঠাট্টা-মস্কৰা কৰিলেও ৰুক্সানা বেগমে হাঁহি উৰুৱাই দিয়ে আৰু মামায়ো কাঠৰ পুতলাৰ দৰে একথৰে চাই থাকে। হয়তো মনতে ভাবে-নিজৰ স্বামীৰ লগতহে খেলা কৰিছে! কোনো বজৰুৱা, পৰস্ত্ৰীৰ লগত নহয়। কিন্তু ইয়েই আনৰ চকুৰ কুটা হ'ল।

মামা আৰু আগৰ মামা হৈ নাথাকিল। ঘৈণীয়েকৰ ইঙ্গিতমতে উঠ্-বহ কৰে। ঘৈণীয়েকে যেনেকৈ ইচ্ছা তেনেকৈ নচুৱাই আছে; আৰু মামাই নিঃসঙ্কোচে নাচি গৈছে।

শেষত ভনীয়েকে এইবুলি আত্মসন্তুষ্টি লাভ কৰিলে যে এই ৰং ৰহইছ বেছি দিন নচলিব। বেগম গৰ্ভৱতী হোৱাৰ লগে লগে তাইৰ সকলো আকৰ্ষণ নাইকিয়া হ'ব। সুজায়ত মামা তাইৰ প্ৰতি বিমুখ হ'ব।

চাওঁতে চাওঁতে ৰুক্সনা বেগম গৰ্ভৱতী হ'ল। কিন্তু আচৰিত। আন গৰ্ভৱতী তিৰোতাৰ কোনো দু-গুণ তাইৰ গাত নাই। নাই বমি, নাই দুৰ্ব্বলতা, নাই নিস্প্ৰভতা, নাই নিস্ক্ৰিয়তা। আগতকৈয়ো যেন তাই আৰু ধুনীয়াজনী হৈ পৰিল। তাইৰ প্ৰতি মামাৰ স্পৃহা কম হোৱাৰ পৰিবৰ্ত্তে আগতকৈ দুগুণ বাঢ়িলহে। সদায় যেন চকুৰ আগত বহুৱাই ৰাখিব। আগতে মামাই কেৱল অন্তৰ ভৰি ভাল পাইছিল। এতিয়া তাই মামাৰ মস্তিষ্কতো বিৰাজমান হ'ল।

পূৰা দহমাহতো ৰুক্সানা মামীৰ শাৰীৰিক সৌন্দৰ্য্যৰ অকণো ত্ৰুটি-বিচ্যুতি নঘটিল। দেহৰ আয়তন আংশিক বাঢ়িল যদিও মুখমণ্ডলৰ উজ্জ্বলতা অলপো ম্লান নহল। হাত-ভৰিও অকণো নুফুলিল। চলা-ফিৰা কৰোতে অকণো কষ্ট নাপালে। কঁকাল আগতকৈ অলপো শকত নহ'ল। প্ৰসৱৰ পিছতো কুমাৰী ছোৱালীৰ দৰে দেহ, লাহী কঁকাল। নাই কোনো তাৰতম্য। প্ৰসৱৰ সময়ত অনেকৰ চুলিটাৰি সৰি নাইকিয়া হয়, কিন্তু ৰুক্সানা বেগমৰ সন্তান জন্মৰ পিছত কেশ সম্ভাৰ বৃদ্ধি পালে।

আনহাতে ঘৈণীয়েকৰ ঠাইত গিৰিয়েকৰ স্বাস্থ্যৰ অৱনতি ঘটিল, যেনিবা তেওঁহে সন্তান জন্ম দিলে। পেটটো অলপ তললৈ ওলমি পৰিল। গাল-মুখ সোঁতোৰা-সোঁতুৰি হ'ল। চুলিও আগতকৈ অধিক পকিলে। অৱশ্যে চিকুণভাৱে ডাড়ি খুৰাই কাৰণে, ডাড়ি কিমানখিনি পকিল ঠিৰাং কৰা টান।

দুবছৰ পাছত আকৌ যেতিয়া এটি কন্যা উপজিল, মামাৰ পেট অধিক তললৈ ওলমি পৰিল। চকু দুটা গাঁতত সোমাল। দাঁতৰ বিষৰ যন্ত্ৰণাত জীয়াতু ভূগিবলৈ ধৰিলে। এটা এটাকৈ ক্ৰমে আটাইকেইটা দাঁত পেলাব লগীয়া হ'ল। তাৰ ঠাই পূৰণ কৰিলে কিছুমান কৃত্ৰিম দাঁতে।

ইমত্যাজী পেহীৰ হিচাপমতে ৰুক্সানা মামীৰ বয়স ছাব্বিশ বছৰ আছিল, যদিও তেওঁ ল'ৰা-ছোৱালীৰ ষোল বছৰ যেনহে অনুমান হয়। এনেহে লাগে যেন এই কেইবছৰমান তেওঁৰ বয়স বৃদ্ধি হোৱাই নাই, ঠেহ পতা ঘোঁৰাৰ নিচিনাকৈ তেওঁৰ বয়সো যেন ফস্তি জুৰি একে ঠাইতে ৰৈ থাকিল। ইপিনে ননন্দহঁতৰ বুকুত যেন কোনোবাই শেলহে হানিছে। ককায়েক নবৌয়েকৰ মাজত ইজনৰ প্ৰতি সিজনৰ প্ৰগাঢ় প্ৰেমভাব দেখি সিহঁতে বিচুৰ্ত্তি খায়। নবৌয়েকে পতিকেই পৰমেশ্বৰ জ্ঞান কৰি ইহলোক পৰলোকৰ যথা সৰ্ব্বস্ব তেওঁতেই অৰ্পণ কৰিছে। ককায়েকৰ সকলো ভাল বেয়া সুখ-দুখ আৰু বিপদ সম্পদৰ তাই চিৰলগৰীয়া।

"হেৰা নবৌ! ভগবানে তোমাক সু বুদ্ধি দিয়ক! তুমিনো ককাইদেউক এইদৰে সদায় আঁচলৰ গাঁঠিত বান্ধি ৰাখিব খুজিছা নেকি?

"নহলে কি কৰিব লাগে বাইদেউ।" নবৌয়েকে ক'লে, "হায় আল্লা! এইজনীৰ কথা শুনা! সুজায়ত ককাই মোতকৈ চাৰি বছৰ ডাঙৰ! মই তোমাৰ বাইদেউ কেনেকৈ হলোঁহে? ডাঙৰ কাকই পিতৃৰ তুল্য আৰু তুমিও মোৰ মাৰ সমান। খবৰদাৰ, ভৱিষ্যত মোক কেতিয়াওঁ বাইদেউ নুবুলিবা।"

"ভাল বাৰু আগলৈ সেয়ে হ'ব।"

যি ৰাংঢালী ৰূপ আৰু কোমল বয়সে এদিন সুজায়ত মামাক তাইৰ ক্রীতদাস কৰি পেলাইছিল, সেই ৰূপ লাৱণ্য আজি তেওঁৰ চকুৰ কুটা হ'ল। খোঁৰা ল'ৰা এটাই যেতিয়া আন সুস্থ ল'ৰা এটাৰ লগত দৌৰত সমানে ফেৰ মাৰিব নোৱাৰে, তেতিয়া সি বেইমানী কৰা বুলি দোষাৰোপ কৰিবলৈ বাধ্য হয়। মামীয়েও মামাৰ লগত যেন ছলনাহে কৰিছিল। মামীয়ে ৰং-ধেমালি কৰি হাঁহি-মাতি থকাটোও মামাৰ অসহ্য হ'ল। ক্রোধত অন্তৰ দহি যাবলৈ ধৰিলে।

"কাক ভুলাবলৈ এইয়া সাজোন-কাচোন?" মামীৰ প্রতি মামাৰ এনে ধৰণৰ বিষবাণ নিক্ষেপ।

মামাৰ এনে কটুকথা মামীয়ে প্রথমে হাঁহিমাৰি উৰাই দিবলৈ চেষ্টা কৰিছিল। কিন্তু লাহে লাহে লাজ, অপমান আৰু অনাহক আক্রমণত তেওঁ ম্রিয়মান হৈ পৰিল। কেতিয়াবা মামাই কৈ উঠিব— "অমুকৰ লগত পীৰিতি চলিছে, তমুকৰ লগত গোপন সম্বন্ধ চলিছে," ইত্যাদি।

মামীৰ পানীত হাঁহ নচৰা অৱস্থা। চকুলোৰে বাট নেদেখা হয়। কোনো ৰকমে মান ৰক্ষা কৰি কান্দি-কাটি নিজ কোঠাত প্রবেশ কৰে। মামাৰ বুকুখন চিৰিংকৈ যায়। অনুমান হয় যেন মূৰ আচন্দ্রাই কৰে—ভৰিৰ তলৰ মাটি যেন খহি পৰে। অৱশেষত চকুলোৰ টোপাল বাগৰি পৰে। মন আত্মগ্লানিৰে ভৰি পৰে।

"মই বৰ অকর্মণ্য, অপদার্থ, হাৰামজাদা। তোমাৰ মনত দুখ দিছো। যি শাস্তিকেই উচিত বুলি ভাবা, তুমি মোক দিয়া মোৰ সোণজনী, মোৰ হৃদয়ৰ ৰাণী" — আৰু আবেগত ৰুক্সানা মামীয়ে তাইৰ ৰাংঢালী বাহুৰে মামাক সাৱটি ধৰি হুকহুকাই কান্দি দিয়ে।

"তোমাৰ প্রেমত মই বিহবল। ঈর্ষাৰ বহ্নি শিখাত মই দগ্ধ হৈছোঁ। আনকি পোনাকণক যেতিয়া তুমি কোলাত তুলি লৈ তোমাৰ স্তন দুগ্ধ পাণ কৰোৱা, আনকি পোনাকণৰ প্রতিও অসূয়া ভাব জাগি উঠে, এনে ভাব হয় তাক যেন তোমাৰ কোলাৰ পৰা আচাৰ-মাৰি বগৰাই দিম। মোক ক্ষমা কৰা মোৰ সোণজনী।" তাই ততালিকে ক্ষমা কৰি দিয়ে। সুজায়ত মামাই বোজাবোৱা বিশ্রান্ত গাধৰ নিচিনাকৈ ঘনকৈ উশাহ লবলৈ ধৰে।

এনে এটা সময় আহিল, যেতিয়া সুজায়ত মামা ক্ষমা খুজিবলৈকো অপাৰগ। কেইবাদিনলৈকো মাতবোল নকৰাকৈ শুই থাকে। আনহাতে ভনীয়েকহঁতৰ মনত আশাৰ সঞ্চাৰ হয়। নবৌয়েকৰ মনত ভালৰি লগাবলৈ ককায়েকক কয়— "ককাইদেউ নবৌক এইদৰে মনত কষ্ট দিয়া উচিত হৈছে জানো?"

মামীয়ে ঘণ্টাৰ পাছত ঘণ্টা ধৰি লুকাই কান্দি থাকে। চকুলোৰে ভৰা তাইৰ সজল চকুযুৰি আৰু বেছি উজ্জল হৈ পৰে। তাইৰ উজাগৰী শেঁতা পৰা চেহেৰাটো এনেহে লাগে যেন কোনো চতুৰ শিল্পীয়ে নিপুণতাৰে সোণৰ অলঙ্কাৰত ৰূপৰ ৰহণ হে সানিছে। বিম্বফল সদৃশ তাইৰ ওঁঠ দুটি। মুৰত বিশৃঙ্খল খোপা। মামীৰ এই কালজয়ী অঙ্গ সৌষ্ঠৱৰ সমুখত মামাৰ চেহেৰা জঁয় পৰি যায়।

এবিধ লতা জাতীয় গছ— যাৰ নাম আকাশীলতা- হালধীয়া ঠাৰি। শিপা নাই। এই

ঠাৰি এডাল কোনো সেউজীয়া গছৰ ওপৰত পৰিলে নিজৰ আধিপত্য বিস্তাৰ কৰি লৈ সেউজীয়া গছজোপাৰ ৰস সুহি-সুহি খাই এদিন গছজোপাক নিঃশেষ কৰি পেলায়।

ৰুকসানা বেগমৰ ৰংৰূপ দিনক দিনে বাঢ়ি গৈছিল; আনহাতে সুজায়ত মামা শুকাই খীণাই গৈছিল, ভনীয়েকৰ চিন্তাৰ সীমা নাই। ভায়েকৰ ক্ৰমাৎ অধঃপতিত চেহেৰা দেখি সিহঁতৰ চিন্তাত সাগৰ শুকাল। পেটলৈ ভাত নোযোৱা হ'ল। হাতৰ কাম নিসিজা হ'ল। সকলো প্ৰকাৰৰ চিকিৎসা চলাই শেষত হাৰ মানিলে। কোনো দৰবেই কাম নিদিয়া হ'ল।

বেচেৰী ৰুক্সানাই তাইৰ শুৱনি চুলিটাৰি পকাবলৈ যে কিমানৰ পৰা কিমান দিহা পৰামৰ্শ ললে। তথাপি তাইৰ ক'লা চুলি বগা নহ'ল। এজনীৰ দিহামতে সুগন্ধি তেল চুলিত সানি তাই মামাৰ মুখৰ পৰা অনেক ঘৃণনীয় কথা শুনিব লগীয়া হ'ল। ইচ্ছা হ'ল যেন তাই আত্মহত্যা কৰিব। কিন্তু ল'ৰা-ছোৱালী হালৰ চিন্তাই তাইক এই কৰ্মৰ পৰা বিৰত ৰাখিলে। সুগন্ধি তেল লগোৱাৰ পৰিণাম স্বৰূপে তাইৰ পকিব দূৰৰ কথা আগতকৈ বেছি কোমল আৰু শুৱনিহে হ'ল।

বেগমৰ উত্থানমুখী যৌবনৰ লগত সমানে ফেৰ মাৰিবৰ আকাঙ্খাৰে যিমানবোৰ দেশী-বিদেশী দৰৱ আৰু পথ্য আছে, এটা এটাকৈ সকলোবোৰ খাই শেষ কৰিলে। পৰিণাম স্বৰূপে কেইদিনমানলৈ দেহলৈ সজীৱতা ঘূৰি আহিল। শাৰীৰিক শক্তিও বঢ়া যেন লাগিল। মামীৰ কিন্তু এইবোৰলৈ কাণসাৰ নাই। তেওঁ এইবোৰ কৃত্ৰিম উপায় নাজানে। আপোনা-আপুনি গজি উঠা আৰু অনাদৰ, অযত্ন, সত্বেও লহপহকৈ বাঢ়ি অহা গছ জোপাৰ দৰে তেওঁ আঠাইশ বছৰীয়া হৈয়ো অনভিজ্ঞ ওঠৰ বছৰীয়া চঞ্চল গাভৰুজনী হৈয়ে থাকিল।

অত্যাধিক সময় গাড়ী চলালে মটৰ গাড়ীৰ ইঞ্জিন গৰম হৈ যেনেকৈ জ্বলি যায় ঠিক তেনেদৰে অত্যাধিক ঔষধৰ ওপৰত নিৰ্ভৰশীল মামাৰো একে দশা হ'ল। কিছুদিনৰ ভিতৰতে শৰীৰ জহি-খহি যাবলৈ ধৰিলে। বাৰ্ধক্যৰ লক্ষণ সকলো অঙ্গ-প্ৰত্যঙ্গতেই ফুটি ওলাল। বাষষ্ঠি বছৰ বয়সতেই তেওঁক আলৰ বুঢ়া যেন লাগিল।

ভনীয়েকহঁতৰ মুখৰ মাত হৰিল। ডাক্তৰ, বৈদ্য, কবিৰাজৰ ঔষধে কাম নিদিয়া হ'ল। আনহাতে ৰুক্সানা বেগমৰ দেহলৈ অকাল বাৰ্দ্ধক্য মাতি অনাৰ শত চেষ্টাও ব্যৰ্থ হ'ল। যেন তাইৰ জীৱনলৈ চিৰ যৌৱন বসন্তৰ বাহাৰ নামি আহিছিল। জৰা-ফুকা, মন্ত্ৰ, তাবিজ সকলো বিফল।

ৰঘুমলা শিপাবলৈ ধৰিলে।

বৰগছ শুকাই আহিল।

ছবি হলে ফালি পেলাব পাৰি। মূৰ্ত্তি হলে ভাঙি টুকুৰা-টুকুৰ কৰিব পাৰি। কিন্তু আল্লাৰ দ্বাৰা সৃষ্ট মাটিৰ পুতলাৰ ক্ষেত্ৰত সেইয়া অসম্ভৱ। তাতে আকৌ ধুনীয়া সজীৱ হ'লে কথাই নাই। তেওঁৰ প্ৰত্যেক উশাহ-নিশাহত যৌৱনৰ মাদকতা ফুটি উঠিছিল। উদীয়মান সূৰ্য্যৰ দৰে তেওঁৰ জ্যোৰ্তিষ্মান যৌৱন হ্ৰাস কৰাৰ একমাত্ৰ উপায় হৈছে খোৱা-লোৱাৰ তাৰতম্য কৰা। গাখীৰ, ঘিউ, মাছ, মাংস, কণী আদি খাবলৈ এৰিলে। সকলোৰে ভাবিবলৈ

ধৰিলে তেওঁৰ যৌৱন মৰহি যাব।

"হেৰা নবৌ তুমি এতিয়াও যুৱতী ছোৱালীৰ নিচিনাকৈ চেলোৱাৰ-কামিজ কিয় পিন্ধা? এইবোৰ পিন্ধিলে আৰু কম বয়সীয়া যেন লাগে। তোমাৰ বয়সৰ লগত খাপ খুৱাই গাম্ভীৰ্য্য পূৰ্ণ পোছক পিন্ধিবা" ননন্দে ক'লে। মামীয়ে ঢিলা পাইজামা আৰু দুপাট্টা লোৱাত মামাই মন্তব্য কৰিলে— "কাৰোবাৰ লগত অভিসাৰৰ প্ৰস্তুতি নেকি?" মামাৰ ব্যঙ্গবাণত বেচেৰী ম্ৰিয়মাণ হৈ পৰে।

ননন্দহঁতৰ কথামতে মামীয়ে এতিয়া নিতৌ পাঁচবাৰকৈ নামাজ পঢ়িবলৈ ললে। তাতো মামাৰ শান্তি নাই "মোৰ মৃত্যু কামনা কৰি দিন-ৰাতি নামাজ পঢ়িবলৈ লৈছা নেকি?"

ঘিউ, মাংস আদি খাবলৈ এৰাত মামীৰ শৰীৰ আগতকৈয়ো চিকণ হবলৈ ধৰিলে। গাৰ বৰণ এনে চক্‌চকীয়া হ'ল যেন দাপোনহে। গোটেই শৰীৰত এক আচৰিত সৌন্দয্যই বিৰাজ কৰিলে। আগতে দেখাসকলৰ জিভাৰ পানী পৰিছিল। এতিয়া দেখা সকলৰ ভৰি চুই সেৱা কৰিবৰ প্ৰবৃত্তি জন্মিছিল। পুৱা-গধুলি নামাজ পঢ়ি উঠি পবিত্ৰ কোৰাণ পাঠ কৰাৰ পাছত তাইৰ মুখছবিত প্ৰস্ফুটিত হৈ উঠে হজৰত মহম্মদৰ পবিত্ৰ ৰূপ আৰু ফাতিমা আৰু জোহৰৰ পবিত্ৰতা। তেতিয়া তাইক এজনী কোমল বয়সীয়া যেন অনুমান হয়। মামাৰ অৱস্থা যিমান বেয়াৰ ফালে ঢাল খালে,সিমানেই মামীক দেখিব নোৱৰা হ'ল। ভাল মুখৰ মাত নাই। সদায় গালি-শপনি। বাৰীৰে সাপ নোযোৱা গালি। ব্ৰত, উপবাস পালি তাই যেন চিৰ যৌৱনা হৈ থাকিবলৈ ভূত-প্ৰেতক বশ কৰি লৈছে আৰু বনৌষধি প্ৰয়োগ কৰি নিজৰ যৌৱন অটুট ৰাখিছে, মামাৰ এনেবোৰ অভিযোগ।

মামীৰ সকলো বস্তু মামাৰ অপ্ৰিয় হ'ল। ৰুক্‌সানা মামীৰ জেতুকাসনা হাত দুখন দেখিলে সুজায়ত মামাৰ এনেহে অনুভৱ হয় যেন মামীয়ে জেতুকাৰ পৰিবৰ্তে মামাৰ কলিজাৰ তেজেৰে হাত দুখন ৰঙা কৰিছে। সেই দুখন হাতকেই মামাই এদিন আধাফুলা চামেঁলি ফুলৰ লগত তুলনা কৰিছিল। আৰু তাইৰ চকুযুৰি এতিয়া তেওঁৰ মানত চিকাৰী শেনৰ চকু।

যিমানেই মামীৰ গাত কলঙ্ক সানিবলৈ চেষ্টা কৰা হয়, সিমানেই চন্দনৰ দৰে তাইৰ সুগন্ধি বিয়পি পৰে।

ভনীয়েকহঁতে সিহঁতৰ ঘৰৰ পৰা ভাল ভাল খোৱা বস্তু তৈয়াৰ কৰি লৈ আহে ভায়েকৰ বাবে। কিন্তু সেইবোৰ খোৱাৰ পিছত শৰীৰৰ অৱস্থা ভাল হোৱাটো দূৰৰ কথা বেয়াৰ পিনেহে ঢাল লয়। আগৰেই অৰ্শ বেমাৰী। এতিয়া আকৌ শুকাই-খিনাই জ'কাটোহে ৰ'লগৈ। ব'ল, বীৰ্য্য পৌৰুষ ঘূৰাই পাবৰ কাৰণে এশ টকা খৰচ কৰি প্ৰসিদ্ধ ঔধষ খালে। এই ঔষধৰ ইমানেই শক্তি যে, জীৱিত মানুহৰ কথাই নাই ম'ৰা মানুহো উঠি বহে। কিন্তু মামাক ঘাঁ, ফোঁহাইহে আগুৰি ধৰিলে।

দুখুনী মামীয়ে ঘাঁ-ফোঁহাবোৰ বাৰে বাৰে পানীৰে ধুই গন্ধক আৰু কিবা-কিবি ঔষধ ঘাঁত দিয়ে। চৰিয়াত পানী উতলাই নিমপাত সিদ্ধ কৰি পুৱা-গধুলি ধুৱায়। তথাপি কিছুমান

ফোঁহা চিৰদিনৰ বাবে মামাৰ শৰীৰত ৰৈ গ'ল।

এদিন সন্ধিয়া ক'ৰ পৰা জানো কুটুনী বুঢ়ী ওলালহি। আহিয়েই লাগ-বান্ধ নোহোৱা কথাৰ বান্ধ মেলিলে। মামাৰ অৱস্থা দেখি প্ৰথমে ককাদেউতা বুলিয়েই ভাবিলে। পিছতহে কোনোমতে আচল সম্বন্ধটো জানিব পাৰিলে। তেতিয়া তাই ডাঙৰ মামীৰ মৃত্যুত শোক কৰিবলৈ ধৰিলে। এনেতে তাই ৰুক্সানা মামীক দেখিবলৈ পালে। মামীয়ে চোতালত পাৰ চৰাইক খুদ খুৱাই আছিল। পাৰ চৰাইবোৰে তাইৰ হাতৰ তলুৱাৰ পৰা এটা এটাকৈ খুটি খুটি খাই আছিল। তাকে দেখি ৰুক্সানা মামীৰ মুখত হাঁহি বিৰিঙি উঠিল। কুটুনী বুঢ়ীয়ে টপৰাই মাত লগালে— "মই মৰি নাযাওঁ কিয়? আল্লাই তোক কুদৃষ্টিৰ পৰা ৰক্ষা কৰক! পূৰ্ণিমাৰ জোনটি! তোৰ বয়স নিশ্চয় ওঠৰতকৈ বেছি নহয়!" পৰামৰ্শৰ উদ্দেশ্যৰে কুটুনীবুঢ়ী মামাৰ একেবাৰে ওচৰতে বহিল।

বুঢ়ীয়ে কি ক'ব খুজিছে। প্ৰথমে কোনোৱে গমকে পোৱা নাছিল। সদাগৰৰ মাজু পুতেকে বিলাত পাছ কৰা কথা সকলোৱে জানে। কোনোৱে কল্পনা কৰিব পৰা নাছিল যে, এই কুটুনীবুঢ়ীয়ে ৰুক্সানা বেগমৰ সম্বন্ধ সদাগৰৰ মাজু পুতেকৰ লগত কৰিবলৈ পাঙিছে।

"ইমাম হুছেইনৰ শপত! মোক হ'লে এজোৰ সোণৰ বালা দিব লাগিব। তেনেহ'লে মই কথা-বাৰ্ত্তা চলাই যাওঁ।"

বুঢ়ীয়ে কবলৈহে পালে। সকলোৱে বুঢ়ীৰ প্ৰতি তীক্ষ্ণ ব্যঙ্গবাণ হানিবলৈ ধৰিলে।

বুঢ়ী কিন্তু নিমাত নহ'ল— "মইনো সেইবোৰ কি জানো?"

যাবৰ সময়ত তাই মামাৰ কন্দনামুৱা মুখখনলৈ এক সন্দেহজনক দৃষ্টিপাত কৰি গুছি গ'ল।

সিদিনাই সুজায়ত মামাই সকলোৰে আগত কৈ দিলে, ৰুক্সানা বেগমৰ ল'ৰা-ছোৱালীহাল তেওঁৰ নহয়। ওচৰ চুবুৰীয়াৰ কৃপাৰ ফল মাত্ৰ, যি সকলৰ লগত ৰুক্সানা বেগমৰ গোপন প্ৰেম আছে।

যিদিনা ৰাতি সুজায়ত মামাৰ লক্ষণ বৰ বেয়া। গোটেই নিশাটো দুখ-যন্ত্ৰণাত অস্থিৰ হৈ কান্দি-কাটি কটালে। মাজে মাজে ডাঙৰ মামীলৈ মনত পৰে। তেওঁ জীৱিত থাকিলে হয়তো এই দুৰৱস্থাৰ সম্মুখীন হ'ব লগা নহ'লহেঁতেন। অতীতৰ সুখময় দিনবোৰ চকুৰ আগত ভাঁহি উঠিল। ডাঙৰ মামীৰ সাধুতা আৰু পতি পৰায়ণতা আজি মৃত্যুশয্যাত পৰি সুজায়ত মামাই বাৰুকৈয়ে অনুভৱ কৰিছে। সুখ, দুখৰ লগৰী তাই জীৱিত থকা হ'লে বাৰ্দ্ধক্যৰ দিনবোৰ ইজনে সিজনৰ আশ্ৰয়ত দিনবোৰ অতিবাহিত কৰিব পাৰিলহেঁতেন।

আকাশীলতাৰ দোপতদোপে উন্নতি হবলৈ ধৰিলে। বটগছৰ ডালবোৰ ফোপোলা হৈ পৰিল। ঠাল-ঠেঙুলি শুকাই পৰিল। আকাশীলতা ওচৰৰ গছ জোপালৈ বগাই গ'ল।

কি যে আত্মদাহৰ বাতাবৰণ। সুজায়তৰ মৃতদেহ চোতালত। ভনীয়েকহঁতে মূৰ ঢাকুৰি কান্দিছে। মামাই তেওঁৰ সকলো সম্পত্তি ভনীয়েকহঁতৰ নামত লিখি থৈ গ'ল।

ৰুক্সানা মামীয়ে দুৱাৰমুখত বহি বহি হিয়া ঢাকুৰি কান্দিছে। পতিৰ মৃত্যুত এইদৰে

শোকাভিভূতা হৈ পৰা তিৰোতা অতি বিৰল। বগা কাপোৰ পৰিহিতা তেওঁক সপোন কুঁৱৰী যেন লাগিছিল। কান্দোতে কান্দোতে তেওঁৰ চকুযুৰি ফুলি উঠি ৰঙা হৈ পৰিছিল। গাৰ বৰণ যেন পদ্মৰাগ মণিহে। যিসকলে মামাৰ মৃত্যুত শোক সমবেদনা জনাবলৈ আহিছিল, তেওঁলোকে সকলো পাহৰি মামীৰ পিনে চাই ৰৈ আছিল। মৃতকৰ সৌভাগ্যৰ প্ৰতি তেওঁলোকৰ ঈৰ্ষা হৈছিল।

নিৰাশ্ৰয়া, নিৰুপায় মামীৰ চেহেৰাত মৃত্যুশোক পৰিলক্ষিত। দুৰ্দশাগ্ৰস্ত অস্থিৰতাৰ মাজতো মামীৰ চেহেৰাটো আৰু বেছি ভাললগা হৈ পৰিছিল। ল'ৰা-ছোৱালী হাল তেওঁৰ কোলাতে বহি আছিল। তেওঁক সিহঁতৰ ডাঙৰ ভনীয়েক যেনহে দেখা গৈছিল। তেওঁ এনে নিমাত নিশ্চল হৈ বহি আছিল যেন বিধাতাৰ সৃষ্টিৰ কোনো নিপুণ কলাকাৰে তেওঁৰ তুলিকাৰে এক সজীৱ চিত্ৰহে আঁকি থৈছে।



# দুই হাত

ৰামোজাৰ যুদ্ধক্ষেত্ৰৰপৰা উভতি আহিছে। বুঢ়ী মেতৰণী দেউতাৰ ওচৰলৈ আহিছিল চিঠিখন পঢ়ুৱাবলৈ। ৰামোতাৰে ছুটি পাইছে, কাৰণ যুদ্ধ শেষ হৈ গৈছে। সেইদেখি ৰামোতাৰ প্ৰায় তিনি বছৰৰ পাছত উভতি আহিব। বুঢ়ী মেতৰণীৰ চকুত চকুপানী জলমলাই উঠিল। পৰম আনন্দৰে দৌৰি দৌৰি তাই সকলোৰে ভৰিবোৰ চুই গৈছিল, যেন সেই ভৰিৰ মলিবোৰেহে তাইৰ পুতেকক যুদ্ধক্ষেত্ৰৰপৰা ওভতাই আনিছে।

বুঢ়া পঞ্চাশ বছৰীয়া যদিও দেখিলে সত্তৰ বছৰীয়া যেন লাগে। দহ-বাৰটা ল'ৰা-ছোৱালী হৈ মৰাৰ পাছত ভগৱানৰ অশেষ কৰুণা ভিক্ষাৰ পাছত ৰামোতাৰহে বাচিছিল। বিয়াৰ এবছৰ নৌ-হওঁতেই ৰামোতাৰক যুদ্ধক্ষেত্ৰলৈ মাতি পঠিয়ালে। মেতৰণীয়ে প্ৰথমতে বহুত আপত্তি কৰিছিল যদিও ফল একো নহল। কিন্তু যেতিয়া ৰামোতাৰে যাবলৈ সাজু হৈ সাজ-পোচাক পিন্ধি তাইক প্ৰণাম কৰিবলৈ আহে, তেতিয়া মেতৰণীয়ে তাক দেখি ইমান সুখী হৈছিল যেন ৰামোতাৰ কৰ্ণেলহে হ'ল।

বাহিৰা কাম কৰা মানুহবোৰে মনে মনে হাঁহিলে। ৰামোতাৰ উভতি অহাৰ পাছত যিখন নাটক অভিনীত হ'ব সেইখনো চকুৰ আগত ভাঁহিবলৈ ধৰিলে। ৰামোতাৰে যুদ্ধক্ষেত্ৰলৈ টোপ-বন্দুক মাৰিবলৈ যোৱা নাছিল। আচলতে সি সৈন্যবোৰৰ ময়লা পৰিষ্কাৰ কৰি কৰি তাৰ চাল-চলন সৈনিকৰ দৰেই হৈছিল। সামৰিক বাহিনীৰ সাজ-পোচাকত তাক পুৰণা ৰামোতাৰ যেন লগা নাছিল। ঘুৰি অহাৰ পিছত সি গৌৰীৰ কাণ্ড-কাৰখানাৰ বিষয়ে যিবোৰ কথা শুনিব সেইবোৰ শুনি যে সি মনে মনে থাকিব, তাৰ তেজ যে গৰম হৈ নুঠিব, সেইটো অসম্ভৱ। সি যেতিয়া গৌৰীক বিয়া কৰাই আনিছিল সেই সময়ত তাই বৰ লাজকুৰীয়া আছিল। ৰামোতাৰ ঘৰত থকা সময়খিনিত তাইৰ ওৰণি এক ফুট দীঘল আছিল। তাইৰ মুখৰ চেহেৰা কোনেও দেখা নাছিল। যেতিয়া ৰামোতাৰ বিদেশলৈ গ'ল তেতিয়া তাই যেনেকৈহে বিনাই বিনাই কান্দিছিল যেন তাইৰ শিৰৰ সেন্দুৰ চিৰদিনলৈ মছ খালে। কিছুদিন তাই কন্দনামুৱা হৈ তলমূৰকৈ পায়খানাৰ টব চাফা কৰি ফুৰিছিল। কিন্তু ওৰণিৰ দীৰ্ঘতা লাহে লাহে কমি আহিবলৈ ধৰিলে।

কিছুমান মানুহে ভাবে যে বসন্ত কালত প্ৰায়বোৰৰে পৰিবৰ্তন ঘটে। কিন্তু স্পষ্টবাদী সকলে কবলৈ ধৰিলে যে গৌৰী আগৰেপৰাই চঞ্চল স্বভাৱৰ। ৰামোতাৰ যোৱাৰ লগে লগে তাইৰ আচল ৰূপ প্ৰকাশ পালে। তাইৰ বিনা কাৰণতে হাঁহি-খিকিন্দালি, অনবৰতে

মদমত্ত হৈয়ে যেন আছে। কঁকালত ময়লাৰ টবটো লৈ হাতৰ কাঁচত চুৰিৰ শব্দ তুলি তাই যিফালেই যায় সেইফালেই মানুহে তাইলৈ থৰ লাগি চাই থাকে। ধুবীৰ হাতৰপৰা চাবোন ওলাই পৰি যায়, বাবুৰ্চীৰ চকু ৰুটী সেকি থকাৰপৰা গৈ তাইৰ গাত পৰে, ৰুটী সিফালে ডেই ভসম্ হয়, নলা চফা কৰা মানুহটোৰ ৰছিডালো বাৰে বাৰে কুঁৱাত পৰে। চাপৰাচীৰ মূৰত মাৰি লোৱা বেজ লগোৱা পাগুৰীটোও ঢিলা হৈ ওলমি বুকুত পৰেহি। আৰু ৰূপহী গৌৰীয়ে যেতিয়া ওৰণিৰ তলেৰে সকলোলৈকে এবাৰ চকুফুৰাই চায়, তেতিয়া এই সৰু সৰু মানুহবোৰৰ ক্ষন্তেকলৈ হলেও উশাহ-নিশাহ বন্ধ হৈ যোৱাৰ নিচিনা হয়। তাৰপাছত ইটোৱে সিটোলৈ চাই চুপতা-চুপতি কৰিবলৈ ধৰে। তাকে দেখি ধুবুনীয়ে মাৰৰ চৰিয়া উবুৰিয়াই দিয়ে, চাপৰাচীৰ ঘৈণীয়েকে খঙতে বিনা কাৰণতে কোলাৰ কেঁচুৱাটোক মৰিয়ায়, বাবুৰ্চীৰ তৃতীয় পক্ষৰ ঘৈণীয়েকৰ আৰঁৰীয়াই উক দিয়ে।

নামটোহে তাইৰ গৌৰী। আচলতে কেৰাহীৰ তলছোৱাৰ দৰেই তাইৰ ৰূপ। নাকটো মস্ত ভোম্বোলা, দগধা বহল ওঁঠ। সাতপুৰুষত সিহঁতৰ দাঁত চাফা কৰা নিয়ম নাই। থোপা থোপে কাজল লগোৱা সত্বেও তাইৰ বাওঁ চকুটো চিধা যেন নালাগে। তথাপি কেঁৰা চকুটোৰ ইংগিতত কেনেকৈ তাইৰ নিচান ঠিক হয় ক'ব পৰা নাযায়। কঁকালটোও তাইৰ শুৱনি নাছিল। অকণো লাহী নহয়। বৰং সকলোৰে এৰেহা খাই খাই আৰু শকতহে হৈছিল। ভৰিদুটাও গোনা ম'হৰ দৰে শকত। যিফালে যায় সেইফালেই মিঠাতেলৰ গোন্ধে আমোলমোলাই যায়। কেৱল মাতটোহে বৰ শুৱলা। পূজা-পাৰ্বনত যেতিয়া সকলোবোৰ লগ হৈ গীত গায় তেতিয়া তাইৰ মাতটো সকলোৰে পৰা বেলেগ হৈ ওলায়।

বুঢ়ী মেতৰণীয়ে পুতেক যোৱাৰ পাছৰপৰাই তাইক বৰ বেয়াকৈ সন্দেহ কৰিবলৈ ধৰিলে। বহি বহি কেৱল সঁচাই-মিছাই তাইক গালি পাৰি থাকে। তাই ক'লৈ যায়, কি কৰে তাকে চাবলৈ অনবৰতে তাইৰ পাছে পাছে ফুৰে। পিছে বুঢ়ীৰো এতিয়া যথেষ্ট বয়স হ'ল। চল্লিশ বছৰ ময়লা চাফা কৰি কৰি তাইৰ কঁকালো বেঁকা হ'ল। তায়ে আমাৰ পুৰণা মেতৰণী আছিল। আমাৰ জন্মৰ পিছৰ কাম চব তায়েই কৰিছিল। যি মুহূৰ্ত্ততে মাৰ পেটৰ বিষ আৰম্ভ হয়, তেতিয়াৰ পৰাই তাই কোঠালীৰ দুৱাৰদলিত বহি থাকেহি আৰু কেতিয়াবা কেতিয়াবা লেডী ডাক্তৰকো তাই উপদেশ দিছিল। কাৰো যাতে মুখ নালাগে সেই কাৰণে কেচুৱাটোৰ অ'ত-ত'ত মন্ত্ৰ- পূত মাদলীও আঁৰি দিছিল। আমাৰ ঘৰত মেতৰণীক বয়স্ক হিচাপে যথেষ্ট সন্মান কৰা হৈছিল।

এনেকুৱা সকলোৰে আদৰৰ মেতৰণী অথচ তাইৰ বোৱাৰীয়েক সকলোৰে চকুৰ কুটা হৈ পৰিল। চাপৰাচী আৰু বাবুৰ ঘৈণীয়েকবোৰৰ কথা বেলেগেই, মোৰ ভাল ভাল বৌবোৰৰো তাইৰ কাণ্ড-কাৰখানা দেখি আচৰিত হ'ব লগা অৱস্থা। যদি তাই কেতিয়াবা ঘৰ সৰা-মচা কৰিবলৈ আহে তেতিয়া বৌহঁতে ল'ৰাক গাখীৰ খুৱাই থকাৰপৰাই উঠি আহি তাইক লক্ষ্য কৰি থাকে, কিজানিবা তাই গিৰিয়েকহঁতক কিবা যাদুৱেই কৰে।

গৌৰীয়ে গোটেই দিনটো ইফালে-সিফালে ষাঁড় গৰুটোৰ দৰে ঘূৰি ফুৰে। প্ৰথমে

কোনেও মন কৰা নাছিল যদিও যেতিয়া কথা সীমাৰ বাহিৰ হ'ল, তেতিয়া কাম কৰা মানুহবোৰৰ ঘৈণীয়েকবোৰে এটা প্ৰতিনিধি মণ্ডল গঠন কৰি মাৰ ওচৰত হাজিৰ হলহি। আহিয়ে তেওঁলোকে চিঞৰি-বাখৰি গৌৰীৰপৰা হোৱা সমস্যা আৰু ইয়াৰ প্ৰতিবিধানৰ উপায়ৰ কথা মাক কবলৈ ধৰিলে। পতিসকলক ৰক্ষা কৰাৰ এখন কমিটিও গঠন হ'ল। য'ত বৌহঁতেও যোগদান কৰিলে। মোৰ মাক সেই কমিটিৰ সন্মানিত মন্ত্ৰীৰ পদ যচা হ'ল। আন সকলো তিৰোতাই নিজা নিজা পদ অনুসাৰে কোনোৱে চকীত, কোনোৱে পালেঙত, কোনোৱে মাটিত এইদৰে আসন গ্ৰহণ কৰিলে। পান-তামোল সকলোকে দিয়া হ'লত বুঢ়ী মেতৰণীক মতাই অনা হ'ল। লগত লৈ অহা কণ কণ ল'ৰা-ছোৱালীবোৰৰ মুখত গাখীৰ দি মাকহঁতে সভাৰ কাম আৰম্ভ কৰিলে। মোকৰ্দমা পেচ হ'ল। মোৰ মায়ে বৰ ডাঙৰ মাতেৰে কবলৈ ধৰিলে ঃ

"কি হ'ল ডাইনী বুঢ়ী, তই তোৰ বোৱাৰীয়েৰক ইমান লাই দিছ যে তাই আমাৰ মুখত বোকা দিছে, তোৰ মতলবটোনো কি? মুখত চৰু-ছাই ঘঁহিব খুজিছ নেকি?"

মেতৰণীতো খঙত জলিয়ে আছিল— তাইৰ খং একোব চৰিল। ক'লে, "কি কৰেঁ বেগম চাহিবা, মইতো তাইক মাৰ-পিটো কৰিছো, খোৱাও বন্ধ কৰিছো, তথাপিতো তাই মোৰ কথা নুশুনে।"

বাবুৰ্চিৰ ঘৈণীয়েকে টপৰাই মাত লগালে, "খোৱাৰ কাৰণে তাইৰ কিহৰ চিন্তা?" চাহাৰাণ পুৰৰ খান্দানী বাবুটিৰ ঘৈণীয়েক আক' নিজেই তৃতীয়পক্ষৰ। তথাপি চাপৰাচী, মালী, ধুবীবোৰৰ ঘৈণীয়েকবোৰে নিজৰ নিজৰ বক্তব্য শুনাই গ'ল। বেচেৰী মেতৰণীয়ে বহি বহি চবৰে কথা শুনি গ'ল আঁঠু খজুৱাই খজুৱাই।

"বেগম চাহিবা, আপুনি যিহকে কৰিবলৈ কয়, মই তাকে কৰিম। আপুনি ক'লে বদমাচীৰ টেঁটুটো চেপা মাৰি ধৰিবলৈকো মই সাজু।" বুঢ়ীয়ে ক'লে।

টেঁটুত চেপা মাৰি মৰাৰ কথাত উপস্থিত সকলো মহিলাৰে মুখত হাঁহি বিৰিঙিল আৰু বুঢ়ীৰ প্ৰতি সকলোৰে পুতৌ জন্মিল।

মায়ে ক'লে, "তাইক বাপেকৰ ঘৰলৈ পঠাই দে।" বুঢ়ীয়ে ক'লে,"বেগম চাহিবা, সেইটো জানো সম্ভৱ?" —মেতৰণীয়ে বুজাবলৈ ধৰিলে যে বোৱাৰীয়েকক এনেয়ে অনা হোৱা নাই। গোটেই জীৱনত সঞ্চিত পূৰা দুশ টকাৰ বিনিময়তহে অনা হৈছে। এইখিনি পইচাৰেতো দুজনী গাই কিনিব পাৰি। বঢ়িয়াকৈ একলহ গাখীৰ দিলেহেঁতেন। কিন্তু এইজনীয়েতো একো কামেই নিদিয়ে। যদি মই তাইক বাপেকৰ ঘৰলৈ পঠিয়াই দিওঁ তেতিয়া বাপেকে তাইক অন্য কাৰোবাক বেচি দিব। তাইকতো কেৱল ল'ৰাৰ বিছনাত শুবলৈকে অনা নাই। দুখন হাতৰ গৰাকী হ'লে কি হ'ব, চাৰিটা মানুহৰ সমান তাই কাম কৰে। ৰামোতাৰ যোৱাৰ পাছত মোৰ ইমানবোৰ কাম চম্ভালা সম্ভৱ নাছিল।" বুঢ়ীতো এতিয়া বোৱাৰীয়েকৰ দুই হাতৰ ওপৰতে নিৰ্ভৰশীল।

উপস্থিত মহিলাসকলে নুবুজাকৈ থকা নাছিল। বিষয়টো সামাজিকৰপৰা গৈ আৰ্থিক

সমস্যাত পৰিল। এইটো সঁচা যে বোৱাৰীয়েকৰ সহায় বুঢ়ীৰ একান্ত প্ৰয়োজন। দুশ টকা মূল্যৰ বস্তু কোনেনো বাৰু দলিয়াই দিব পাৰে? সেই দুশ টকাৰ বাহিৰে বাকী টকাৰে অন্য খৰচো কৰা হৈছিল। নিমন্ত্ৰিত লোকক খুওৱা হৈছিল, আপোন মানুহক সন্তুষ্ট কৰা হৈছিল। এতিয়া সেই খৰচবোৰ ক'ৰপৰা ওলাব? ৰামোতাৰে যি দৰমহা পায় সেয়া তাৰ নিজৰ খৰচতে যায়। এনেকুৱা শকত-আৱত বোৱাৰী আজিকালি চাৰিশৰ কমত নাপায়। সমস্ত কলনী পৰিষ্কাৰ কৰাৰ উপৰি আশে-পাশেও তাই কাম কৰে। বদমাচী কামত পাছে পাকৈত।

তথাপি মোৰ মায়ে শেষ ৰায় দিলে যে, "যদি এই বদমাচীজনীক সোনকালে শাসন কৰিব নোৱাৰ, তেন্তে এই কলনীত তাইক থাকিবলৈ দিয়া নহব।"

বুঢ়ীয়ে বহুতো কাও-বাও কৰি কৰি, তাৰপৰা ঘৰলৈ গৈ বোৱাৰীয়েকক বেধুম গালি পাৰিবলৈ ধৰিলে— চুলিত ধৰি মাৰিলেও। বোৱাৰীয়েকক তাই কিনি আনিছে! তায়ো মাৰ-গালি খাই মুখেৰে ভোৰভোৰাই থাকি পিছদিনা বুঢ়ীৰ ওপৰত প্ৰতিশোধ লোৱাৰ মনেৰে জাবৰ-জোথৰ, ময়লাৰ টববোৰ ইফালে-সিফালে দলি মাৰি পেলাবলৈ ধৰিলে। বাবুৰ্চি, ধুবী, চাপৰাচীয়েও নিজৰ ঘৈণীয়েকহঁতক মাৰিলে। গৌৰীৰ বিষয় লৈ মোৰ ভাল ভাল বৌহঁতৰো দাদাহঁতৰ লগত তৰ্কাতৰ্কি হ'ল, ফলত বৌহঁতৰ বাপেকৰ ঘৰলৈ টেলিগ্ৰাম গ'ল। কাৰণটো হ'ল গৌৰী। তাইৰ কাৰণেই হাঁহি-ধেমালিৰে ভৰা ঘৰত বোৱাৰীহঁত চকুৰ কুটা হৈ পৰিল।

কিন্তু তাৰ দুই-চাৰিদিনৰ পিছত বুঢ়ী মেতৰণীৰ দেওৰেকৰ পুতেক ৰতীৰাম বৰমাকক চাবলৈ আহি তাতে ৰৈ গ'ল। কেইটামান কলনীৰ কাম খালি বাবে সিয়ে তাত কাম কৰিবলৈ ল'লে। গাৱঁত সি বিনা কামেই আছিল। সি বিয়া কৰা ছোৱালীজনীৰ বয়সো কম থকাৰ কাৰণে তাৰ গাৱঁৰ ঘৰলৈ তাইক অনা নাছিল।

ৰতীৰাম অহাৰ লগে লগে পৰিবেশে নতুনৰূপ ল'লে, যিদৰে জোৰেৰে বলা বতাহে খুপ খাই থকা ক'লা ক'লা ডাৱৰৰ চপৰাবোৰক ইফালে সিফালে চলাই লৈ যায়। বোৱাৰীৰো বক্বক্কৈ কথা কৈ থকা স্বভাৱটো নাইকিয়া হ'ল। কাঁচৰ চুৰীৰ আৱাজো কম হবলৈ ধৰিলে। যিদৰে ফুলি থকা বেলুন এটাৰ বতাহ পমি গলে সি একে ঠাইতে ওলমি থাকে,সেইদৰে বোৱাৰীৰো ওৰনি ওলমি ওলমি তলৰফালে বাঢ়ি যাবলৈ ধৰিলে। এতিয়া তাই চঞ্চল স্বভাৱৰ সলনি লাজকুৰীয়া হৈ পৰিল। কামকৰা মানুহবোৰে জোকালে তাই লাজতে মৰি যোৱাৰ নিচিনা হয়। আৰু বেছিকৈ চুপতি মাৰিব খুজিলে তাই ওৰনিৰ তলেৰে কেঁৰা চকুটোৰে ৰতীৰামলৈ ইংগিত দিয়ে আৰু সি বাহু খজুৱাই খজুৱাই আহি সিহঁতক গালি পাৰি থৈ যায়হি। বুঢ়ীয়ে শান্তভাৱে পিৰালীত বহি হোঁকা টানি টানি আধামুদা চকুৰে এই সুন্দৰ নাটকখন উপভোগ কৰিবলৈ ধৰিলে। চাৰিওফালে শান্তি বিৰাজমান, যেন ফোঁহাৰপৰা পূঁজ ওলাই গ'ল।

কিন্তু, এতিয়া আকৌ তাইৰ বিৰুদ্ধে এটা নতুন ওজৰ ওলাল। এই বিষয়ত কামকৰা মতা মানুহবোৰ একমত হ'ল। যিটো বাবুৰ্চিয়ে তাইলৈ চাই চাই তাৱাত থকা ৰুটীলৈ

পাহৰি পুৰি পেলাইছিল সিয়ে এতিয়া সেই তাৰা চাফা কৰিব নোৱাৰি তাইকে গালি পাৰে। ধুবীটোৱেও ঠিক জানে যে যেতিয়াই সি মাৰ লগাই কাপোৰবোৰ ৰছিডালত মেলি দিয়ে তেতিয়াই সেই হাৰামজাদীজনীয়ে আহি ধূলি উৰুৱাই দিবহি। পানী দিয়া মানুহটোৱে, যি আগতে তাইৰ হাতত পানী ঢালি দিবলৈ ঘণ্টাৰ পাছত ঘণ্টা ৰৈ থাকি ও আমনি নাপাইছিল, এতিয়া মাতি থাকিলেও আহিব নোখোজে। তাই নোধোৱাকৈ গুচি গ'লে চাপৰাচীয়ে লেতেৰাকৈ থোৱা বুলি তাইকে গালি পাৰে।

কিন্তু ৰোৱাৰীয়েকে মূৰ তললৈ কৰি সকলোৰে গালি-গালাজবোৰ এখন কাণেৰে শুনি আনখন কাণেৰে উলিয়াই দিয়ে। ক'ব নোৱাৰোঁ, ঘৰলৈ গৈ তাই শাহুৱেকক কি লগায়, বুঢ়ীয়ে চবকে গুৱাল-গালি পাৰিবলৈ ধৰে। বুঢ়ীৰ মানত এতিয়া গৌৰী সকলোতকৈ শুদ্ধ আৰু পবিত্ৰ।

তাৰপিছত এদিন, মোৰ দেউতাক আটাইতকৈ জনা-বুজা লোক বুলি শ্ৰদ্ধা কৰা, কাম কৰা মানুহবোৰৰ চৰ্দাৰটো আহি দেউতাক 'হুজুৰ' বুলি মাতি হাতযোৰ কৰি থিয় হ'লহি। সি সেই ভয়ঙ্কৰ বদমাচী বুঢ়ীৰ দুষ্ট বোৱাৰীয়েক আৰু ৰতীৰামৰ নামত ওলোৱা বেয়া সম্বন্ধটোৰ কথা যে সকলোতে ওলাইছে আৰু তাৰ এটা বিহিত ব্যৱস্থা কৰিব লাগে তাকে কবলৈ আহিছিল। দেউতাই বিষয়টো চেচন্ ক'ৰ্টলৈ অৰ্থাৎ মালৈ পঠিয়াই দিয়াত, আকৌ সকলোবোৰ মাৰ ওচৰ পালেহি। মহিলাসকলৰ সভা পুনৰ পতা হ'ল আৰু বুঢ়ীকো মাতি অনা হ'ল। মায়ে ক'লে, "হেৰৌ লাজৰ মূৰখাতী বুঢ়ী, তই বোৱাৰীয়েৰৰ নতুন খেলাৰ কথা গম পাইছনে নাই?" মেতৰণীয়ে তেওঁৰফালে যেনেকৈহে চাবলৈ ধৰিলে, তাই যেন একো কথাই বুজিব পৰা নাই। যেতিয়া তাইক পৰিষ্কাৰকৈ বুজাই দিয়া হ'ল যে গৌৰী আৰু ৰতীৰামৰ সম্বন্ধটো অকল অশোভনীয়েই নহয়, ই বেয়াৰফালেও ঢাল খাইছে আৰু দুয়োকে বহুতে বেয়া অৱস্থাত দেখিছেও। গতিকে বুঢ়ীয়ে দুয়োটাৰে ভাললৈ চাই কিবা এটা কৰক। কিন্তু ফলত কথাটো ওলোটাহে হ'ল। তাই বৰ দুখেৰে ক'বলৈ ধৰিলে যে আজি ৰামোতাৰ থকাহেঁতেন যিবোৰ মানুহে তাৰ ঘৈণীয়েকৰ বদনাম কৈছে সিহঁতক চাই ললেহেঁতেন। বোৱাৰীয়েকেতো আজিকালি কেৱল ৰামোতাৰলৈ মনত পেলাই মনে মনে কান্দি থাকে। কাম-কাজতো মন নবহা হ'ল। কাকো আমনিও নকৰে। মানুহবোৰ চব তাইৰ শত্ৰু হৈ গ'ল। বুঢ়ীয়ে কান্দিবলৈ ধৰিলে। তাইক বহুতো বুজোৱা হ'ল। কিন্তু তাই এনেকুৱা কৰিলে যেন গোটেই পৃথিবীয়ে তাইক ভুল বুজিছে। বেচেৰী বুঢ়ী আৰু বোৱাৰীয়েকে যেন বিনা কথাতে দোষ লগাইছে। সিহঁতেতো কাৰোপৰা একো লোৱাও নাই, দিয়াও নাই। কিন্তু তাই চবৰে কথা জানে। তথাপি তাই কাকো একো কোৱা নাই। তাইৰ লোকৰ কথাৰ ভাগ লোৱাৰ কোনো দৰকাৰ নাই। কলনীৰ পাছফালে কি হোৱা নাই? মেতৰাণীয়ে নজনাকৈ কাৰো একো কথা হ'ব নোৱাৰে। এই দুখন বুঢ়া হাতেৰে ডাঙৰ ডাঙৰ মানুহৰো চব কাম কৰিছে। এই দুখন হাতেৰে তাই আনকি ৰাণীৰ সন্মানকো ধূলিত বগৰাই দিব পাৰে। কিন্তু নাই, তাই কাৰো শতুৰু শালিব নোখোজে। তাইৰ ডিঙিত চুৰী বহুৱালেও কিজানি তাইৰ

সেই বুঢ়া কলিজাৰ পৰা একো বাহিৰ কৰিব নোৱাৰে। তাইৰ সেই দুখ লগা অৱস্থা দেখি তাত উপস্থিত থকা বহুতৰে বেয়া লাগিল। প্ৰায়বোৰ মহিলাই তাইৰফালে মাত দিলে। বোৱাৰীয়েকে যিহকে নকৰক লাগে, তাত সিহঁতৰ কি? তেনেহলে ইমান চিন্তা কিহৰ? তাৰপাছত কিছুদিনলৈ বোৱাৰীৰ চৰ্চা কম হ'বলৈ ধৰিলে। মানুহবোৰে লাহে লাহে পাহৰিবলৈ ধৰিলে। কিন্তু তলখুচৰীয়াবোৰে কবলৈ ধৰিলে যে ক'ৰবাত কেণা লাগিছে। বোৱাৰীয়েকৰ শৰীৰৰ নতুন অৱস্থা এতিয়া সকলোৰে চকুত পৰিলে। আৰু সিহঁতে বুঢ়ীক এই বিষয়ে আবোল-তাবোল বকিবলৈ ধৰিলে। তাই কাণেৰে কম শুনাৰ ভাও জুৰিলে। এতিয়া তাই বেছি ভাগ সময় মাটিত শুই শুই ৰতীৰাম আৰু গৌৰীক নানা হুকুম দি যাবলৈ ধৰিলে। কেতিয়াবা কাঁহি-কাঁহি বাহিৰৰ ৰ'দত আহি বাহিলেও সিহঁত দুয়োটাই তাইক যেনেকুৱা কৰিব তাই যেন ক'ৰবাৰ পাটৰাণীহে।

ভাল ভাল তিৰোতামানুহবোৰে তাইক বহুত বুজালে। ৰতীৰামৰ কিবা এটা ব্যৱস্থা কৰিব লাগে, তাৰো আগতে, ৰামোতাৰ আহি পোৱাৰ আগতেই বোৱাৰীৰ এটা ব্যৱস্থা কৰিব লাগে। তাইৰ এতিয়া বেছি মাহো হোৱা নাই, গতিকে দুদিনতে এইবোৰ গুচাব পাৰি। কিন্তু বুঢ়ীয়ে একো নুবুজাৰ ভাও জুৰিলে। তাই এনেকুৱা কৰিলে যে তাই উঠিবই নোৱাৰে, আগতকৈ আঁঠুৰ বিষ চৰিলহে! আজিকালি কলনীৰ মানুহবোৰেও বেয়া বেয়া বস্তু খাই পেট বেয়া কৰিছে। তাইক বুজাবলৈ যোৱা মানুহবোৰে তাইৰ কাণ্ড দেখি আচৰিত হ'ল। ধৰি লোৱা বোৱাৰী মানুহ অঁকৰা, কেতিয়াবা ভুল কৰেই। ডাঙৰ ডাঙৰ সম্ভ্ৰান্ত ঘৰৰ বোৱাৰীবোৰেও কেতিয়াবা ভুল কৰিলে সেইবোৰৰ শাহুৱেকবোৰে নাকত তেল দি শুই থাকে নেকি? কিন্তু এই মৰতী বুঢ়ীৰ হ'ল কি? যিটো বিপদক তাই অনায়াসে কলনীৰ জঞ্জালৰ তলত ঢাকি দিব পাৰে সেইটোতো তাই জানি শুনি চকু মুদি থাকিল!

ৰামোতাৰ অহাৰ দিন ওচৰ চাপিল। সেইবাবে কেতিয়াবা বুঢ়ীয়ে তাইক গালিও পাৰে— "এইবাৰ ৰামোতাৰ আহক, তোৰ কথা চব কৈ দিম। তোক মাৰি মাৰি হাড় গুৰা কৰি দিয়ক।"

আৰু ৰামোতাৰ যুদ্ধৰপৰা জীয়াই জীয়াই উভতি আহি পাবহিয়ে। সমস্ত আৰহাৱাত এক নিস্তব্ধতা বিৰাজ কৰিছে। সকলোৰে মনে মনে এক ভয়ঙ্কৰ পৰিস্থিতিৰ কল্পনা কৰিবলৈ ধৰিলে।

কিন্তু মানুহবোৰৰ খঙো উঠিল আৰু দুখো লাগিল যেতিয়া শুনিলে গৌৰীৰ এটা ল'ৰা হৈছে। বুঢ়ীয়ে তাক ক'ত বিহ দি মাৰিব, আনন্দতে হাঁহিবলৈ ধৰিলে। ৰামোতাৰ যোৱাৰ দুবছৰৰ পাছত হোৱা কেঁচুৱাটো দেখি তাই অকনো ভয় নাখালে। আনহাতে, সকলোৰে ঘৰে ঘৰে ঘূৰি ঘূৰি কেঁচুৱাৰ কাৰণে ফটা-চিটা কাপোৰহে বিচাৰি ফুৰিবলৈ ধৰিলে। তাইৰ ভাললৈ বুলি চোৱা মানুহবোৰে আনকি তাইক হিচাপ কৰি দেখুৱাই দিলে যে এই ল'ৰাটো ৰামোতাৰৰ হ'বই নোৱাৰে। তেতিয়াও তাই চব বুজিও নুবুজাৰ ভাও জুৰিলে। তাই কবলৈ ধৰিলে, "আহাৰ মাহত ৰামোতাৰ যুদ্ধলৈ গৈছিল—তেতিয়া বুঢ়ী হালধীয়া কলনীৰ নতুন

ধৰণৰ পায়খানাত পৰি গৈছিল, এতিয়া চ'ত মাহ চলি আছে আৰু জেঠ মাহত গৰম বতাহ লাগি বেমাৰ হৈ কোনোমতেহে বাচিছিল। তেতিয়াৰ পৰাই তাইৰ আঁঠুৰ বিষ। "বৈদ্যজী পূৰা বদমাচ্। দৰবত ভেজাল দিয়ে।" ইয়াৰ পাছত তাই আচল কথা এৰি পগলাৰ দৰে আবোল-তাবোল বকিবলৈ ধৰে। কাৰনো বাৰু মগজত ইমান বুদ্ধি আছে যে সকলো বুজা মানুহজনীয়ে এতিয়া একো নুবুজাৰ ভাও জুৰিলে গম পাম!

ল'ৰা জন্ম হোৱাৰ পাছত তাই ৰামোতাৰলৈ চিঠি লেখিলে, "ৰামোতাৰ বৰ স্নেহেৰে জনাওঁ যে ইয়াত সকলোৰে ভাল। আশাকৰো ভগবানৰ কৃপাত তুমিও ভালে আছা। তোমাৰ ঘৰত ল'ৰা জন্ম হৈছে, তুমি এই চিঠিকে টেলিগ্ৰাম ভাবি সোনকালে ঘৰলৈ আহাঁ।"

সকলোৱে ভাবিলে, ৰামোতাৰ খঙত জ্বলি উঠিব। কিন্তু সকলোৱে গম পালে যে ৰামোতাৰৰ আনন্দেৰে ভৰা চিঠি আহিছে। লেখিছে, সি ল'ৰালৈ মোজা আৰু বনিয়ন লৈ ঘৰলৈ আহি আছে। শিবিৰ শেষ হ'ল যেতিয়া সি এতিয়া ঘৰলৈকে আহিব। বুঢ়ীয়ে নাতিনীয়েকক কোলাত সুমুৱাই বিছনাত বহি কাম কৰি থাকে। তথাপি মানুহবোৰে কোৱা-মেলা কৰিলে যে ৰামোতাৰ আহি যেতিয়া সকলো গম পাব তেতিয়াহে দেখা যাব কি হয়। আৰু এতিয়াতো ৰামোতাৰ যুদ্ধ জয় কৰি উভতি আহিব। যুদ্ধৰেইতো সি চিপাহী। তাৰ নিশ্চয় তেজ গৰম হৈ যাব। মানুহবোৰৰ ভয়তে বুকু কঁপিবলৈ ধৰিলে। গোটেই পৰিবেশটো 'ঠাণ্ডা' পৰি গৈছিল, দুই-চাৰিটা খুন হলে আৰু নাক কটা গলেহে যদি আকৌ জাগি উঠে!

ৰামোতাৰ আহি পাইহি মানে ল'ৰাটোৰ বয়স এবছৰমানেই হ'বৰ হ'ল। কামকৰা মানুহবোৰৰ ব্যস্ততা বাঢ়িবলৈ ধৰিলে। বাবুৰ্চীয়ে ৰন্ধা আঞ্জাত সৰহকৈ পানী দি সিজিবলৈ থৈ আহি কিনো হয় চাবলৈ সাজু হ'ল। ধুবীয়ে মাৰৰ বাচন লুটিয়াই থলে, পানীতোলা মানুহটোৱে ৰছিদাল কুৰাঁতে আঁৰি থৈ আহি হাজিৰ হলহি।

ৰামোতাৰ আহি পোৱাৰ লগে লগে বুঢ়ীয়ে তাৰ কঁকালত ধৰি কান্দিবলৈ ধৰিলে। পাছ পাকতে (কেঁচুৱাটোক আনি ৰামোতাৰৰ কোলাত তুলি দি এনেকৈয়ে হাঁহিবলৈ ধৰিলে, ইমানপৰে তাই যেন কন্দা নাছিল।)

ৰামোতাৰে ল'ৰাটোক দেখি এনেকুৱা লাজ কৰিছে যেনে সঁচাকৈয়ে সিহে বাপেক। তৎক্ষনাৎ বাকচ খুলি সি বস্তু-বাহানি উলিওৱাত লাগিল। উপস্থিত ৰাইজে ভাবিলে, সি নিশ্চয় চুৰী বা খুকুৰী বিচাৰিছে। কিন্তু সি যেতিয়া তাৰ বাকচৰপৰা ৰঙা বনিয়ন আৰু হালধীয়া মোজা বাহিৰ কৰিলে, তেতিয়া মানুহবোৰৰ মূৰত যেন সৰগহে ভাগি পৰিল। সিহঁতে ভাবিবলৈ ধৰিলে, "ধেৎ ...... তেৰি...... চিপাহীওনো এনেকুৱা হয়নে? সি আচলতে এটা নপুংসকহে!"

তাৰ ঘৈণীয়েকেও নতুন কইনাৰ খোজেৰে লাজ-লাজ ভাবত আহি হাজিৰ হ'ল। আইনাৰ থাল এখনত তাই পানী ভৰাই আনি ৰামোতাৰৰ মজবুত বুটযোৰ খুলিলে আৰু পানীৰে ভৰি ধুৱাই সেইখিনিকে খালে।

মানুহবোৰে ৰামোতাৰক বুজাবলৈ ধৰিলে। তাক চবেই বুৰ্ব্বক বুলি ক'লে আৰু সি

সঁচাকৈয়ে বুৰ্ব্বকৰ দৰে আনন্দত হাঁহিবলৈ ধৰিলে যেন সি একো বুজিবই পৰা নাই। ইফালে ৰতীৰামো ঘৈণীয়েকক ঘৰলৈ আনিবলৈ ব্যৱস্থা কৰিবলৈ গুচি গ'ল।

ৰামোতাৰৰ কাণ্ড-কাৰখানা দেখি প্ৰায়বোৰ মানুহৰ খং উঠিল। আনকি মোৰ যি দেউতাই চাকৰ-নাকৰৰ কথাত কেতিয়াও মূৰ নঘমাইছিল, তেৱোঁ আচৰিত হ'ল। নিজৰ সকলো কাম-বন কাটি কৰি থৈ তেওঁ ৰামোতাৰক প্ৰশ্ন কৰাত লাগিল।

"কি অ' এই তিনিবছৰৰ পাছত উভতিলি?"

সি উত্তৰ দিলে, "খাটাং ক'ব নোৱাৰোঁ দেউতা, তাতকৈ কম বা বেছিও হ'ব পাৰে।"

"আৰু তোৰ লৰাটোৰ এবছৰ বয়স হ'ল?"

"সিমানেই হ'ব দেউতা....... কিন্তু সি ইমান দুষ্টালি কৰে যে......." ৰামোতাৰে লাজকুৰীয়া ভাৱত ক'লে।

"এতিয়া তই হিচাপ কৰি চাচোন........"

"হিচাপ? কি হিচাপ কৰিম দেউতা?"

মৰা-মুজা মাতেৰে ৰামোতাৰে ক'লে।

"গাধ, এইটো........ ল'ৰাটো কেনেকৈ হবলৈ পালে?"

"মই কেনেকৈ ক'ম দেউতা, ভগৱানৰ দান........."

"ভগৱানৰ দান? তোৰ মূৰটো........ এই ল'ৰা তোৰ হবই নোৱাৰে।"

দেউতাই তাক চাৰিওফালৰপৰা চেপি আনি জেৰা কৰি যাবলৈ ধৰিলে— ল'ৰাটো হাৰামী হ'লে সি তেও কিছু জব্দ হ'ব! ৰামোতাৰে লাজ পাই অঁকৰাৰ দৰে আকৌ ক'বলৈ ধৰিলে,

"মই কি কৰোঁ দেউতা! হাৰামজাদীক মই খুব মাৰ শোধাম ......." খঙতে সি ক'বলৈ ধৰিলে।

"একো কৰিব নোৱাৰ যদি তই এতিয়াই ওলা ইয়াৰ পৰা। বদমাইচ মাইকীজনীক ঘৰৰ পৰা উলিয়াই দিব নোৱাৰ?"

"নাই, নাই, দেউতা, তেনে কাম জানো কৰিব পাৰি?"

"কিয়?"

"দেউতা, দুশ-আঢ়ৈশ টকা! আকৌ বেলেগ বিয়াৰ বন্দবস্তৰ কাৰণে মই ক'ৰপৰা টকা গোটাম? তাৰ উপৰি আপোন মানুহ খুওৱাতো এশ-দুশ টকা খৰচ হৈ যাব।.........."

"তোক আকৌ আপোন মানুহক খুওৱাত খৰচ কৰিবলৈ কোনে কৈছে? ঘৈণীয়েৰৰ বদমাচীৰ কাৰণে তই আকৌ কিয় ভৰিব লাগিব?"

"এইটো মই নাজানো দেউতা। আমাৰ পিনে এনেকৈয়ে হয়"—।

দেউতাই তাক বুজালে, "কিন্তু ল'ৰাটোতো তোৰ নহয়! সেইটো হাৰামী ৰতীৰামৰহে ল'ৰা।"

"পিছে কি হ'ল দেউতা, ৰতীৰামতো মোৰেই ভাই, কোনো বেলেগ মানুহতো নহয়।

নিজৰ তেজৰ নিচিনাই সম্পৰ্ক........"

"এইটো এটা মস্ত বুৰ্ব্বক—" দেউতাই চিঞৰি উঠিল।

"দেউতা, ল'ৰা ডাঙৰ হৈ অহাৰ লগে লগে নিজেই নিজৰ কাম বুজি ল'ব।" ৰামোতাৰে কান্দি কান্দি কবলৈ ধৰিলে, "সি যেতিয়া তাৰ দুই হাতেৰে কাম কৰিব তেতিয়া বুঢ়াকালত তাৰ বাপেকৰ বৰ সহায় হ'ব।"

ৰামোতাৰৰ লাজতে মূৰ তললৈ দোঁ খাই গ'ল আৰু নাজানো কিয় ৰামোতাৰ লগতে দেউতাৰ মূৰো দোঁ খাই গ'ল। যেন তেওঁৰ সমস্ত প্ৰতিভাৰ ওপৰত হাজাৰ-হাজাৰ, লাখ-লাখ হাত আহি পৰিবলৈ ধৰিলে— যিবোৰ হাত ভালৰে হওক বা বেয়াৰে হওক। সেইবোৰ সকলো জীৱন্ত, সংগ্ৰামী মানুহৰ হাত, যিবোৰে জগতৰ সকলো আবৰ্জনা ধুই নিকা কৰে। যিবোৰ হাতে নিজৰ বুঢ়া বাপেকৰ বোজা কান্ধত তুলি লয়।

এই সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ পৃথিবীৰ ধূলি-মাটি লগা ক'লা ক'লা হাতেই এদিন ডাঙৰ হৈ পৃথিবীৰ শিৰত সেন্দুৰ পিন্ধাব!



# বচ্ছোপেহী

প্ৰথমবাৰ যেতিয়া মই তেওঁক দেখো তেতিয়া তেওঁ ৰহমান ভাইৰ প্ৰথম ঘৰটোৰ খিৰিকীৰ মুখত বহি গালি আৰু শাওঁ দি আছিল। সেই খিৰিকীখন আমাৰ সন্মুখতে খোলা হৈছিল আৰু আকৌ বন্ধ কৰা হৈছিল কিয়নো পৰ্দানশীন মাইকী মানুহবোৰৰ কোনোবাই দেখাৰ ভয় আছিল। ৰহমান ভাই বাইজী মহলৰ জমাদাৰ আছিল। কেতিয়াবা বিয়া বাৰু, সকাম নিকাম আদি হলে ৰহমান ভায়ে কোনো কোনোক তাৰ পৰা এই বাইজীমহললৈ মাতি আনে আৰু দুখীয়াৰ ঘৰৰ ছোৱালী ৰাহিদাজান, মুশাতৰী বাই আৰু অনবৰী কহৰবা আহি সিবিলাকৰ মনোৰঞ্জন কৰি যায়হি।

কিন্তু সেই মহলত থকা ছোৱালী বিলাকক তেওঁ নিজৰ ভনী, মাৰ নিচিনা বুলি ভাবিছিল। তেওঁৰ সৰু ভায়েক বুন্দু আৰু গেংদাই সেই দৃশ্যাৱলী চাবৰ বাবে নিজৰ মাজত মূৰ ফলা-ফলি কৰিছিল। এনেই হ'লে ৰহমান ভাইক সেই মহলৰ অন্য মানুহবোৰে ভাল চকুৰে নেচাইছিল। তেওঁ নিজৰ ঘৈণীয়েক থকা সত্বেও খুলশালীয়েকৰ লগত লেন-দেন চলাইছিল। সেই অনাথ ছোৱালীজনীৰ বায়েকৰ বাহিৰে আৰু কোনো নাছিল। গতিকে বায়েকৰ ঘৰতে থাকিবলৈ লৈছিল। বায়েকৰ ল'ৰা-ছোৱালীবোৰ চাইছিল। গাখীৰ খুউৱাৰ বাহিৰে তাই সিহঁতৰ সকলো কামেই কৰিছিল। কিন্তু এদিন কোনোবাই তাইক বায়েকৰ ল'ৰা-ছোৱালীক নিজৰ গাখীৰ খুউৱা অৱস্থাত দেখিলে আৰু লগে লগে চৰেই গম পালে যে আচলতে ল'ৰা-ছোৱালী আধা ভনীয়েকৰহে। ঘৰত যদিও ৰহমান ভাইৰ ঘৈণীয়েকে গাত টোপ এটাকে পৰিবলৈ নিদিয়ে। তাই সবকে নিজৰ কুমাৰী ভনীয়েকৰ কাৰণে ভাল চাই ল'ৰা আছে যদি দেখুৱাবলৈ কয়। সকলোৱে তাইৰ মুখৰ আগত ভাল ল'ৰা চাম বুলি কয় যদিও পেটে পেটে ভাবে এই পোকে খোৱা জনীক কোনে নিব। তাইৰ এটা চকু উখহা আৰু ভৰি এটাও চুটি — লেঙেৰাই খোজ কাঢ়ে।

গোটেই মহল্লাৰ অন্য মানুহবোৰে ৰহমান ভাইক একদম ভাল নাপাইছিল। ৰহমান ভাইক কিবা ক'ব লগা থাকিলেও সিহঁতে বেয়া মাতেৰেহে কয়। তাক যে সেই মহল্লাটোত থাকিবলৈ দিছিল সেইটোৱেই কম দয়ানে! ৰহমান ভায়েও সেইটো সন্মানেৰে সৈতে মানি লৈছিল।

এইটো ঠিক যে তেওঁ সদায় ৰহমান ভাইৰ খিৰিকীৰ কাষত বহি গালি-শপনি পাৰি থাকে কাৰণ মহল্লাৰ বাকী মানুহবোৰে দেউতাক ভয় কৰিছিল। মেজিষ্ট্ৰেটক কোনেনো

ভয় নকৰে? সেইদিনা মই প্ৰথম গম পাইছিলো যে আমাৰ একমাত্ৰ নিজৰ পেহী ডাঙৰ ঘৰৰ ছোৱালী আৰু এই গালিবোৰ তেওঁ আমাৰ পৰিয়ালক শুনাই শুনাই দি থাকে।

মাৰ চেহেৰা লাজতে ৰঙা পৰি যায় আৰু তেওঁ ভিতৰৰ কোঠাৰ এনে এটা ঠাইত খঙত বহি থাকে য'ত সৰু পেহীৰ গালিবোৰ বিজুলী বেগেৰে আহি কাণত পৰেহি। দেউতাই কিঞ্চিত তেওঁৰ পৰা আঁৰ লৈ খবৰ কাগজ পঢ়ি পঢ়ি আৰামত বহিলৈ সেইবোৰ শুনি থাকে। আৰু সুবিধা বুজি কেতিয়াবা কোনোবা সৰু ল'ৰা এটা মাতি আনি উত্তৰ শিকাই দিয়ে আৰু তাকে শুনি পেহীৰ খং দুগুণে বাঢ়ি যায়। আৰু গালি বৰষিবলৈ ধৰে। লগে লগে আমি সকলোৰে খেলা-ধূলা, পঢ়া-শুনা এৰি আহি মনে মনে নিৰ্দ্দিষ্ট ঠাইত থিয় হওঁহি। চুপ-চাপ থিয় হৈ নিজৰ মৰমৰ পেহীৰ গালি, শাওঁ দিয়া শুনি থাকো। যিখন খিৰিকীৰ কাষত বহি তেওঁ গালি দিয়ে সেইখনত তেওঁৰ গোটেই মানুহজনীৰ শকত-আৰত চেহেৰাটো খাপ খাই ধৰে। তেওঁৰ চেহেৰাও দেউতাৰ লগত ইমান মিলে যে এনেকুৱা লাগে যেন তেৰেঁই মোৰ খুৰাদেউ— দোপাট্টা লৈ বহি আছে আৰু গালি-শপনি শুনাৰ পিছতো আমি তেওঁলৈ ৰ' লাগি চাই ৰওঁ।

চাৰে-পাঁচ ফুট ওখ, বগা চুলি, বহল মুখ, ডাঙৰ-ডাঙৰ দাঁত, বহল বহল ওঁঠ আৰু মাতটোও কি ক'ম, দেউতাতকৈ অলপহে সৰু!

পেহী বাদচাহীয়ে সদায় বগা কাপোৰ পিন্ধিছিল। যিদিনাই পেহা মচূদ আলিয়ে মেতৰানীৰ লগত মিলা-মিছা আৰম্ভ কৰিলে পেহীয়ে খঙত হাতৰ সমস্ত চুৰী ভাঙি চুৰমাৰ কৰিলে। ৰঙা দোপট্টা দলিয়াই পেলালে। সেইদিনাৰ পৰা তাই তেওঁক মৰিবলৈ ধৰা বুলি ক'বলৈ ধৰিলে। মেতৰানীক স্পৰ্শ কৰাৰ পিছত সেই হাত তেওঁ তেওঁৰ গাত লগাবলৈ নিদিলে।

এইটো ঘটনা তেওঁৰ ভৰ যৌৱনতে ঘটিছিল — তেওঁ যেতিয়া বাঈজী মহলত আছিল। মোৰ পেহা মোৰ মাৰ খুৰাক আছিল। মোৰ দেউতা মোৰ মাৰ সম্বন্ধত খুৰা আছিল আৰু বিয়াৰ আগতে মা যেতিয়া সৰু আছিল তেতিয়া মোৰ দেউতাক দেখি তেওঁৰ ভয়তে প্ৰস্ৰাৱ ওলাই গৈছিল। আৰু যেতিয়া তেওঁ গম পালে যে তেওঁৰ বিয়া সেই ভয়ানক জনৰ লগত হ'ব তেতিয়া তেওঁ নিজৰ আইতাক নে দেউতাৰ পেহীয়েকৰ টেমাৰ পৰা আফিং চুৰ কৰি খাবলৈ ধৰিলে। ভাগ্যে আফিং বেছি নাছিল আৰু তেওঁ কিছুদিন লেতু-সেতু হৈ পৰাৰ পাছত ভাল হৈ গ'ল। সেই সময়ত দেউতা আলিগড়ত পঢ়ি আছিল। মাৰ অসুখৰ খবৰ শুনি পঢ়া-শুনা এৰি দৌৰি আহিল। বহুতো অসুবিধাৰ মাজেৰে মোৰ ককাদেউতা -- যি সম্বন্ধত দেউতাৰ পেহীয়েকৰ পুতেক ভায়েক হয় আৰু বন্ধুও —– তেওঁ বহুতো বুজাই মেলি দেউতাক পঢ়িবলৈ ওলোটাই পঠিয়ালে। যিমান সময় তেওঁ আছিল ভোকে পিয়াহে অস্থিৰ হৈ আছিল। আধা মুদা চকুৰে মোৰ মায়ে তেওঁৰ প্ৰকাণ্ড ভয় লগা চেহেৰাটোৰ ছাঁ পৰ্দাৰ পিছফালে থকা বেৰত পৰা দেখিছিল।

“ওমৰাৱ ভাই, যদি তেওঁৰ কিবা এটা হয়।” —– তেওঁ কঁপা-কঁপা মাতেৰে সুধিলে

ককাদেউতাই তাকে শুনি বৰকৈ হাঁহিলে। "নাই নাই ভয় কৰিবলগীয়া একো নাই, নিশ্চিন্ত মনে থাকা।"

সেইদিনাই মোৰ অকনমানি মা জনী একদম ডাঙৰ মাইকী মানুহ হৈ গ'ল। তেওঁৰ অন্তৰৰ পৰা মতা মানুহলৈ থকা ভয়টো নাইকিয়া হৈ গ'ল। সেই বাবেই তো মোৰ পেহীয়ে কৈছিল মোৰ মায়ে হেনো কিবা যাদু কৰিলে আৰু ককায়েকৰ লগত বিয়া হোৱাৰ আগতেই গা-ভাৰী হৈছিল। মোৰ মায়ে নিজৰ ল'ৰা-ছোৱালীৰ সন্মুখত যেতিয়া সেইবোৰ গালি শুনিব লগা হৈছিল, তাকে দেখি আমাৰ তেওঁৰ পৰা পোৱা মাৰৰ কথা পাহৰি তেওঁলৈ মৰম লাগি গৈছিল। কিন্তু সেই গালিবোৰ শুনি দেউতাৰ গম্ভীৰ চকুত হাঁহি বিৰিঙিবলৈ ধৰে। তেওঁ বৰ মৰমেৰে সৰু ভাইৰ যোগেদি কোৱাইছিল ----

"পেহী তুমি আজি কি খালা?"

"তোৰ মাৰৰ কলিজা" উত্তৰ দি উঠি পেহী খঙতে ওফন্দি পৰে। দেউতাই পুনৰ উত্তৰ দিয়ায় — "অ', পেহী সেইবাবে তোমাৰ পেটত সেইবোৰ গোট মাৰিলে — জুলাপ লোৱা, জুলাপ।"

তেওঁ মোৰ ডেকা ভাইৰ শ-খাবলৈ কাউৰী-শগুণক দাৱাত দিবলৈ ধৰিলে। বেচেৰাৰ সেই অজান প্ৰিয়াই চাগে কোনোবা এচুকত বহি নিজৰ সপোনৰ ৰাজকোঁৱৰৰ কথা ভাবি কঁপি আছে। ৰণচণ্ডীনীয়ে আশীৰ্ব্বাদ দিছে আৰু মোৰ মায়ে কাণত আঙুলি দি ভোৰ ভোৰাই শাওঁ নফলিয়াবলৈ মন্ত্ৰ গায় ——

"এইবোৰ কথা পানী হৈ পৰ!"

আকৌ দেউতাই শিকাই দিয়ে আৰু সৰু ভাইটোৱে সোধে —— "পেহী বাদচাহী, মেতৰানী পেহীৰ মেজাজ ভালে আছেতো?" আৰু মোৰ এনে ভয় লাগে যেন পেহী এতিয়া খিৰিকীৰে ওলাই নপৰিলেহে ৰক্ষা!

পেহীয়ে উত্তৰ দিয়ে —— "এই দুষ্ট ক'ৰবাৰ ......... মোৰ লগত লাগি নলবি —— নহ'লে জোতাৰে মুখ ভাঙি দিম। সেই বুঢ়াটো ভিতৰত বহি বহি পুতেকক শিকাই থাকিব। মোগলৰ বংশৰ যদি হৰ আগলৈ আহি কথা কহিচোন।"

"ৰহমান ভাই, অ' ৰহমান ভাই এই বলিয়া কুকুৰজনীক সংখিয়া বিষ আনি নুখুওৱাঁ কিয়?"

দেউতাই শিকাই দিয়া কথা ক'বলৈ সৰু ভাইটোৱে ভয় কৰিছিল। আচলতে সি ভয় কৰিবলগীয়া একো নাছিল কাৰণ সকলোৱে জানে যে সি কৈছে যদিও আচলতে সেইবোৰ দেউতাকে শিকাই দিয়া কথাহে, সেইবাবে সৰু ভাইটোৰ কোনো দোষ নাই। তথাপিও দেউতাৰ সৈতে একে চেহেৰাৰ পেহীক কিবা ক'বলৈ হ'লে সি ঘামি জুৰুলা হয়।

মোৰ মোমাইদেউ আৰু দদাইদেউ হঁতৰ ঘৰৰ মাজত আকাশ-পাতাল পাৰ্থক্য আছিল। মামাৰ ঘৰ আছিল হাকিমী গলিত আৰু দদাইদেউ হঁতৰ ঘৰ আছিল গাড়োৱান পট্টীত। মামাহঁত চেলীম চিস্তীৰ বংশৰ আছিল – যাক মোগল বাদচাহে "মুৰজিদ" উপাধি প্ৰদান

কৰি মুক্তিৰ পথ দেখুৱাইছিল। ভাৰতবৰ্ষত তেওঁলোকৰ প্ৰায় এযুগ হৈছিল। ৰং সেমেকি গৈছিল। মন-মেজাজ ঠাণ্ডা হৈ গৈছিল।

দদাইহঁতৰ বংশটো বাহিৰৰ পৰা অহা লোকৰ ভিতৰত প্ৰথম খেপত আছিল। সাহসেৰে এতিয়াও তেওঁলোকে ঘোঁৰাত উঠি টগবগাই ফুৰিব পাৰে। তেজত লাভা উতলি আছে। পোন তৰোৱালৰ নিচিনা চেহেৰা। ৰঙা ফিৰিঙ্গীৰ নিচিনা মুখৰ মাত। হাতীৰ নিচিনা হাত-ভৰি।

আৰু মোমাইদেউহঁতৰ ফৈদৰ কোমল কোমল হাত-ভৰি, ধীৰ-স্থিৰ, কোমল মাত কথা। বেছিভাগ লোক হাকিম, তালিম আৰু মৌলবী আছিল। কোনো-কোনোৱে বেপাৰ-বাণিজ্যতো ভাগ লৈছিল। কাঠ, কাপোৰ, সোণ-ৰূপ আদিৰো বেপাৰী আছিল। আনহাতে মোৰ দদাইদেউহঁতে এনে লোকক 'কুঁজৰে কচাই' বুলি কৈছিল। কিয়নো তেওঁবিলাক বেছিভাগ সৈন্য বাহিনীত আছিল। মাৰ-পিটত এতিয়াও তেওঁলোকৰ অভ্যাস আছে। কুস্তী, পালোৱানী, বক্সিং, পাঞ্জা খেলা, তৰোৱাল চলোৱা আদি খেলাবোৰ মোৰ মোমাইদেউহঁতৰ অত্যন্ত প্ৰিয় আছিল ......

শুনা যায় যে আগ্নেয়গিৰি উদ্‌গীৰণ হ'লে পাহাৰৰ পৰা যি লাভা ওলায় সি ওপৰৰ পৰা পাহাৰৰ তললৈ বৈ আহে। গতিকে এইটো হ'ব পাৰে যে মোৰ দদাইদেউহঁতে মোমাইদেউৰ ফৈদৰ লোক সকলৰ ওচৰলৈ নিজে নিজে আহিছিল। এই মিল কোনে আৰু কেতিয়া আৰম্ভ কৰিলে সেইবোৰ বংশাৱলীত লিখা আছে কিন্তু মোৰ এতিয়া সকলোবোৰ কথা মনত নাই। মোৰ ককাদেউতাই হিন্দুস্থানত জন্ম গ্ৰহণ কৰা নাছিল। আইতাও সেই বংশৰে আছিল। এজনী সৰু ভনীয়েকৰ বিয়া হোৱা নাছিল। ক'ব নোৱাৰো কেনেকৈ তেওঁক এজন শ্বেখলৈ বিয়া দিয়া হৈছিল। খুব সম্ভৱ মোৰ মাৰ ককাদেউতাকে মোৰ ককাদেউতাক কিবা যাদু কৰিছিল। সেই দেখিহে তেওঁৰ নিজৰ ভনীয়েক বাদচাহী পেহীক "কুঁজৰো কচাই" লৈ বিয়া দি দিলে। নিজৰ মৃত স্বামীক গালি পৰাৰ সময়ত নিজৰ বাপেকে কবৰতো যাতে শান্তি নাপায় তাৰ কাৰণে শাঁওপাত দিছিল, কাৰণ তেওঁ চুঘতাই বংশটোকে অপৱিত্ৰ কৰি মাটিত মিলাই দিলে।

মোৰ পেহীৰ তিনিজন ককাই-ভাই আছিল, মোৰ বৰদেউতা, মোৰ দেউতা আৰু মোৰ খুৰা দুজন তেওঁতকৈ ডাঙৰ। খুৰা সকলোতকৈ সৰু আছিল। তিনিটা ককাই-ভাইৰ একমাত্ৰ এজনীয়ে মৰমৰ ভনী। সেইবাবে তেওঁ সদায় তিনিওটাৰ পৰা আদৰ আদায় কৰিবলৈ লেন ধৰিছিল। ল'ৰাৰ নিচিনাই তেওঁৰ স্বভাৱ আছিল। ঘোঁৰাত উঠা, ধেনুকাঁড় মৰা, তৰোৱাল চলোৱাত তেৰোঁ সিহঁতৰ সমানে অভ্যস্ত আছিল। দেখাত বিশেষ একো নালাগিলেও কিন্তু পালোৱানৰ দৰে বুকু ফিন্দাই খোজ কাঢ়ে। বুকুৰ পটাও চাৰিজনী তিৰোতাৰ সমান।

কেতিয়াবা দেউতাই মাক ধেমালিৰ চলেৰে সুধিছিল — "বেগম বাদচাহীৰ সৈতে কুস্তী কৰিবা নেকি?"

জ্ঞানী বিদ্বান দেউতাকৰ জীয়েক মোৰ মায়ে কাণত আঙুলি দি কৈছিল ........ 'হে মোৰ মোল্লা।" কিন্তু দেউতাই সৰু ভাইটোক তৎক্ষণাত পেহীৰ ওচৰলৈ পঠিয়াই দিয়ে আৰু সি সোধে গৈ ---- "পেহী, মোৰ মাৰ সৈতে কুস্তী লাগিবা নেকি?" তাকে শুনি পেহীয়ে কয় ---- "নিশ্চয় খেলিম। যা মাতি আন তোৰ মাৰক। তাইক লাড্ডু বনাই এৰি নিদিওঁ যদি মই মিৰ্জা কৰিম বেগৰ সন্তান নহওঁ। তাইৰ বাপেকৰ তেজ গাত আছে যদি মাত তাইক।"

তাকে শুনি মোৰ মায়ে নিজৰ ডাঙৰ ঘেৰৰ লক্ষ্ণৌ পায়জামাটো সামৰি-সুতৰি এটা চুকত লুকাই থাকে।

মোৰ সম্বন্ধীয় ককা এজনে কেতিয়াবা মোৰ নিজৰ ককাদেউতাক কিবা পঢ়াইছিল বুলি শুনিছিলো। সেইটোকে লৈ দেউতাই পেহীক এইদৰে জোকাইছিল — "পেহী বাদছাহী, ককাদেউতা একদম মুৰ্খ আছিল নহয়? ডাঙৰ ককাই তেওঁক আমদ-নামা পঢ়ুৱাইছিল হেনো।"

তাকে শুনি পেহীয়ে অশ্লীল মাতেৰে ক'বলৈ ধৰে---- হেৰ', লেতেৰা মাটিৰ ঢেলা, কোনেমোৰ দেউতাক পঢ়ুৱাইছিল অ', মোৰ দেউতাৰ ওচৰত পঢ়িছিলহে। "তেওঁ লগে লগে সলীম চিস্তি আৰু আকবৰ বাদছাহৰ সম্বন্ধৰ বিচাৰ কৰিছিল। আমি হেনো চুগতাই আকবৰ বাদছাহৰ বংশধৰ আছিলো, সি মোৰ মাতুল বংশক সলীম চিস্তীৰ" পীৰ-আ-মুৰচিদ" অৰ্থাৎ গুৰু বুলি কৈছিল। কিন্তু পেহীয়ে কৈছিল যে — "পীৰ-আ মুৰাদৰনেজহে। আচলতে কবৰস্থান ৰখীয়াহে আছিল।"

তিনিটাহে ভাই-ককাই আছিল। কিন্তু তিনিওটাৰ লগত কাজিয়া আছিল আৰু খং উঠিলে সিহঁত তিনিওটাকে গালি পাৰিবলৈ ধৰে। ডাঙৰ ককায়েকজন বৰ সৎ প্ৰকৃতিৰ আছিল বাবে তেওঁ (পেহীয়ে) ঘিণতে ভিক্ষা খোজা ফকীৰ বুলি কৈছিল। মোৰ দেউতা চৰকাৰী চাকৰিয়াল আছিল বাবে তেওঁক ইংৰাজৰ চাকৰ বুলি কৈছিল। যদিহে ইংৰাজ আহি মোগল বা ইয়াৰ পৰা খেদি নপঠালেহেঁতেন তেতিয়াহ'লে হেনো পেহীৰ গিৰিয়েক কোনোবা ঠাইৰ শাহেন শ্বাহ হৈ থাকিলহেঁতেন আৰু পেহীয়েও ৰাণী জেবুন্নিছাহঁতৰ নিচিনাকৈ গোলাপ জলেৰে গা ধুলেহেঁতেন। তৃতীয়জন ভায়েক মোৰ খুৰা, বদমাচ মানুহৰ ভিতৰত এজন আছিল আৰু চিপাহীয়ে ভয়ে ভয়ে মেজিষ্ট্ৰেট ককায়েকৰ ঘৰলৈ বিচাৰ লবলৈ আহিছিল। তেওঁ কাৰোবাক হত্যা কৰিছিল। তেওঁ অনবৰতে মদ আৰু বেশ্যাৰ লগতে আছিল।

কিন্তু যেতিয়া তেওঁৰ নিজৰ মৃত গিৰিয়েকৰ ওপৰত খং উঠে তেতিয়া কয় যে — "মুখপোৰা, দুৰ্কপলীয়া। তিনিটা ভাইৰ মাজত এজনী মাত্ৰ ভনী মই। সিহঁতে যদি গম পায় তেনেহলে তোক এই পৃথিৱীত থাকিবলৈ নিদিয়ে। অন্য কোনেও গম নাপালেও যদি সৰুটোৱে গম পায় তেতিয়াহ'লে আৰু ৰক্ষা নাই । মেজিষ্ট্ৰেটৰ হতুৱাই তোক জেলত সুমুৱাব। সি এটা মস্ত ডাকু। গোটেই জীৱন তই ভুগিব লাগিব। যদিহে কেনেবাকৈ তাৰ

পৰা সাৰি যাব পাৰ তেতিয়াহ'লে তাতোকৈ ডাঙৰ যিজন আছে তেওঁ তোৰ পৰলোকটো মাটিত মিহলাই দিব। দেখি ল'বি মই মোগলৰ বংশৰ। তোৰ মাৰৰ নিচিনা নোম-নেগুৰ নথকা ঘৰৰ নহয়।" কিন্তু মোৰ পেহাই ভালকৈয়ে জানে যে তিনিটা ভাইৰ লগত তাইৰ ভাল নাই — তেওঁ বহি বহি হাঁহি থাকে।

প্ৰত্যেক ঈদ বকৰীদত মোৰ দেউতাই ল'ৰাহঁতক লগতলৈ "ঈদগাহ'ৰ পৰা পোনে পোনে পেহীৰ ঘৰলৈ যায় আৰু গালি শুনে। তেতিয়া তেওঁ তৎক্ষনাৎ পৰ্দাৰ আঁৰ লৈ কোঠাৰ পৰা মোৰ মা আৰু মামীহঁতক গালি দিবলৈ আৰম্ভ কৰে। চাকৰৰ হাতত চেঁৱৈ পঠিয়াই দিয়ে আৰু কয়, চুবুৰীয়াৰ ঘৰত দি আহিবি।

দেউতাই চিঞৰি সোধে — "ইয়াত বিহ মিহলোৱা নাইতো?" বচ্ লগে লগে মোৰ মোমাইদেউহঁতক লৈ গালি আৰম্ভ হ'ব। চেঁৱৈ খাই দেউতাই 'ঈদী' দি দিয়ে সেইখিনি তেওঁ পলকতে মাটিত পেলাই দিয়ে আৰু কয় — "নিজৰ খুলশালীয়েৰক দিয়াগৈ তেওঁহে তোমাৰ ৰুটীৰ ওপৰত জীৱন নিৰ্ব্বাহ কৰে।" দেউতা মনে মনে গুছি আছে আৰু এইটো ঠিক জানে যে তেওঁ গুছি অহাৰ পিছত পেহীয়ে সেই টকাখিনি চকুত লগাই কান্দিব। ভতিজাক হঁতক তেওঁ মনে মনে মাতি আনি 'ঈদী' দিয়ে আৰু কয় — "হাৰামজাদাহঁত, এয়া দিয়াৰ কথা যদি মাৰ-বাপেৰক কব তেতিয়া হ'লে কাটি টুকুৰা-টুকুৰ কৰি কুকুৰক খাবলৈ দিম।" কিন্তু মা-দেউতাই ঠিক জানে ল'ৰাহঁতে কিমান 'ঈদী' পাইছে। যদি কেনেবাকৈ কোনো ঈদত যাব নোৱাৰে তেতিয়া বাৰে-বাৰে মাতি পঠিয়ায় — "নুছৰৎখানম বিধবা হ'ল। ভালেই হ'ল! মোৰ কলিজা শাঁত পৰিল।"

বুঢ়া-বুঢ়া পায়গাম সকল আবেলিলৈকে আহিয়ে থাকে আৰু তেওঁ ৰহমান ভাইৰ ঘৰৰ পৰা গালি বৰষিবলৈ ধৰে।

এদিনাখন ঈদৰ চেঁৱৈ খাই থাকোতে দেউতাৰ কিবা হৈ বমি হ'বলৈ ধৰিলে। তেওঁ তেতিয়া পেহীক কবলৈ ধৰিলে — "বাদছাহী খানম, কেতিয়াবা কিবা কৈছিলো যদি ক্ষমা কৰিবা। মোৰ যাবৰ সময় হ'ল।" পেহীয়ে কিং কৰ্ত্তব্য বিমূঢ় হৈ বুকু চপৰিয়াই চপৰিয়াই বাহিৰ হৈ আহিল। দেউতাক গোটেই ৰাতিটো হাঁহি থকা দেখি ভৰি-হাত আচাৰি শাওঁ-শপনি দি গুচি গ'ল।

"ভাগ্যে তুমি আহিলা বাদছাহী খানম। কবিৰাজো আনকি হতাশহৈ গুচি গ'ল। নহলে আজি মই খতম হলোহেঁতেন।" দেউতাই ক'বলৈ ধৰিলে।

কবই নালাগে পেহীয়ে কিমান শাওঁ দিলে। তেওঁ কোঠাৰ পৰা বাহিৰ ওলাই আহি ক'বলৈ ধৰিলে — "আল্লাই কৰক গাত বজ্ৰপাত পৰক। নলাত পেলাই মাৰক। কান্ধত শ লবলৈকো মানুহ নোলাব।"

আৰু দেউতাই খং তোলাবলৈকে তেওঁক দুটা টকা দি পঠালে। "ভাই, যি ইমান খানদানী গালি পাৰিব পাৰে তেওঁকতো ইনাম দিবই লাগে।"

পেহীয়ে আকৌ জ্বলি পকি উঠি কয় — "ইনাম দে তোৰ মাৰ ভনীয়েৰহঁতক .....।"

তাৰপিছত কপাল চপৰিয়াবলৈ লাগে। আৰু ইয়াকেহে মাথোন কয় — "এই বাদছাহীয়ে তোৰ মুখত ছাঁই সানিছে। নিজৰ লাছ নিজে কোবাইছে।"

পেহীৰ ককায়েকৰ প্ৰতি আচলতে শত্ৰুভাৱ। তেওঁৰ নাম শুনিয়েই মূৰত জুই জ্বলে। কিন্তু কেতিয়াবা দেউতাৰ সলনি যদি মাৰ লগত দেখা হয় তেনেহ'লে মৰম-চেনেহৰ অন্ত নাই । ল'ৰা-ছোৱালীৰ খবৰ লয়। তেতিয়া এই কথা মনলৈকে নাহে যে, সেইবোৰ ল'ৰা-ছোৱালী তেওঁৰ সেই 'বদমাচ্' ককায়েকৰেই, যাক তেওঁৰ সৃষ্টিৰ আদিৰে পৰা গালি-পাৰি আহিছে আৰু অন্তলৈকে পাৰিয়েই থাকিব। মা আক' তেওঁৰ ভতিজাকোতো! ককাই কেনে গোলমলীয়া চোৰা! মোৰ নিজৰ মাৰ ভনীয়েকো হওঁগে! মোৰ দেউতাহঁতৰ ঘৰখনকে মোৰ মোমাইৰ ঘৰে কিমান যে জুলুম নকৰিছে । বিপদটো তেতিয়াহে হ'ল যেতিয়া পেহীৰ জীয়েক মস্মৰৎ খান মোৰ জাফৰ মামাৰ প্ৰেমত পৰিল। ঘটনাটো হ'ল, মোৰ মাৰ আইতাৰ অৰ্থাৎ দেউতাৰ পেহীয়েকৰ বেমাৰ টান হ'লত, দুয়োপক্ষৰে মানুহ চোৰা-চিতা কৰিবলৈ আহিল। মোৰ মামায়ো নিজৰ আইতাকক চাবলৈ গ'ল আৰু মস্মৰৎ খানমো নিজৰ মাকৰ লগত তেওঁৰ পেহীয়েকক চাবলৈ আহিল।

বাদছাহী পেহীৰতো ভয়-ভীত সমূলি নাই। তেওঁ জানে যে মোৰ মোমাইৰ ঘৰৰ মানুহে তেওঁক সকলো সময়তে ঘৃণাই কৰিছে আৰু পোন্ধৰ বছৰীয়া মস্মৰৎ নো কিমান ডাঙৰ। মাকৰ কোলাৰ কাষত শোৱে পাৰিলে যেন গাখীৰো খাবহে।

মামাই তেওঁৰ মদিৰ দৃষ্টিৰে লচপচীয়া মস্মৰতৰ ফালে চাওঁতেই সেই দৃষ্টি তাতেই ৰৈ গ'ল!

দিনটো ৰোগীৰ ওচৰত চোৰাচিতা কৰিবলৈ থাকি দুয়ো দুয়োলৈ যিমান চালে — ৰোগীলৈ তাতোকৈ বহুত কম! মস্মৰতে বৰফত তিওঁৱা জলপটী বুঢ়ীৰ মূৰত দিবলৈ হাত আগবঢ়োৱাৰ আগতেই জাফৰ মামাৰ হাত বুঢ়ীৰ মূৰত থাকে।

পিছদিনা বুঢ়ী আইতাই পটককৈ চকু মেলি চালে। কঁপি কঁপি গাৰুত ভেঁজা দি উঠি বহিল। উঠিয়েই আটাইবোৰকে মাতি পঠিয়ালে। আটাইবোৰ আহিলত হুকুম হ'ল — "কাজীক মাত।"

বুঢ়ীয়েনো কাজীক মাতিছে কিয় বুলি মানুহবোৰ আচৰিত হ'ল কাক বা কি কৰে!

'ইহঁত দুটাৰ নিকাহ পঢ়োৱাঁ।" মানুহে চক খাই উঠিল — কোন দুটাৰ? কিন্তু মস্মৰৎ এফালে বেহুঁচ হৈ পৰিল আৰু জাফৰ মামা ঘপহকৈ বাহিৰলৈ ওলাই গ'ল। চোৰ ধৰা পৰিল। নিকাহ হৈ গ'ল। বাদছাহী পেহী নীৰৱ হৈ গ'ল।

তেতিয়ালৈকে কোনো গোল-মাল হোৱা নাছিল। তাৰোপৰি বুঢ়ী আইতালৈ ভয়ো আছিল। বাদছাহী পেহীয়ে দৰকাৰ হলেই তেওঁৰ ঘোঁৰা — তৰোৱাললৈ নামি পৰে আৰু লাছৰ পাছত লাছ বগৰাই দিয়ে। থিয়ে থিয়ে জী-জোঁৱাইক বিদায় দিলে। বিব্ৰত হৈ দেউতাই দৰা-কইনাক নিজৰ ঘৰলৈ লৈ আহিল। মায়েতো জোন যেন বৌৱেকক পাই পমি গ'ল। ধুমধামকৈ আঠমঙ্গলা পাতিলে।

বাদছাহী পেহীয়ে সেইদিনাৰ পৰা মামীৰ মুখ চোৱা নাই। ককায়েকেতো এৰিলে। গিৰিয়েকৰ লগত প্ৰথমৰ পৰাই বনি-বনা নাছিল। এতিয়া সমস্ত জগতৰ পৰাই মুখ ঘূৰাই ল'লে। জীৱন তেওঁৰ বাবে সাপৰ ফণা যেন লগা হ'ল।

"বুঢ়ীয়ে ল'ৰালৈ মোৰ ছোৱালীজনী হাত কৰিবলৈ জাল পাতিছিল।"

এই কথা সঁচাও হব পাৰে। কাৰণ বুঢ়ী তাৰপিছত বিশ বছৰ জীয়াই আছিল। কোনে জানে পেহীৰ কথাই ঠিক।

মৰাৰ দিনলৈকে ককাই-ভনীৰ আৰু মিল নহ'ল। দেউতাৰ যেতিয়া চতুৰ্থবাৰ পক্ষাঘাত হ'ল আৰু শেষ অৱস্থা বুলি বুজিব পাৰিলে তেতিয়া তেওঁ পেহীক মাতি পঠিয়ালে — "বাদছাহী খানম্, মোৰ কাল চাপিলহি। মনৰ ইচ্ছা পূৰ্ণ কৰিব খোজা যদি আহাঁ।"

সেই সংবাদৰ দ্বাৰা কি কাঁড় মৰা হৈছিল ক'ব নোৱাৰো। ককায়েকে মাৰিছে আৰু ভনীয়েকৰ বুকুত বিন্ধিছেগৈ। শোকত বিহ্বল হৈ বুকু চপৰিয়াই চপৰিয়াই বাদছাহী খানম, এনে এটা দুৱাৰদলিত উপনীত হ'ল য'ত আজিলৈকে তেওঁৰ ভৰি পৰা নাছিল।

"বাদছাহী, তোমাৰ আশীৰ্ব্বাদ পূৰ্ণ হবলৈ ধৰিছে।" কষ্টৰ মাজতো দেউতাই মিচিকিয়াই হাঁহিলে। তেওঁৰ চকুত তেতিয়াও ভাষা আছিল।

বাদছাহী পেহীক বগা চুলিৰে এজনী সৰু ছোৱালী যেন লাগিল, যি ল'ৰালি কালত ককায়েকৰ লগত টপটপকৈ আধাফুটা মাতেৰে কথা পাতিছিল। তেওঁৰ বাঘৰ দৰে তীক্ষ্ণ চকুৰ দৃষ্টি নিষ্পাপ চকুৰ কোমল শৈশৱ দৃষ্টিলৈ পৰিণত হ'ল। চকুৰ পৰা ডাঙৰ-ডাঙৰ টোপাল গালৰ ওপৰত পৰিবলৈ ধৰিলে।

"মোক প্ৰাণভৰি গালি পাৰা", দেউতাই মৰমকৈ ক'লে।মোৰ দেউতাই উচুপি উচুপি বাদছাহী খানমৰ পৰা শাওঁপাত মাগিলে।

"হে আল্লা ..... হে আল্লা" —— তেওঁ চিএৰি উঠিব খুজিলে কিন্তু মাত কঁপি গ'ল। "হে .... হে ...... হে আল্লা ....... মোৰ ককাইক বচাই দিয়া ....... দিয়া ..... হে আল্লা ..... ৰছুলৰ নামত মই ত্যাগ কৰিছোঁ।" তেওঁ এটি অজান শিশুৰ দৰে হাঁহাকাৰ কৰি কান্দি উঠিল।

সকলাৰে মুখ জঁই পৰি গ'ল। দেউতাৰ প্ৰাণ বায়ু উৰি গ'ল। হায় আল্লা আজি পেহীৰ মুখৰপৰা ককায়েকৰ বাবে এষাৰো শাওঁপাত নোলাল!

দেউতাৰ মুখত মিচিকি হাঁহিৰ আভাস — যি হাঁহি তেওঁ পেহীৰ শাওঁপাত শুনি সদায় হাঁহিছিল।

সঁচা কথা ভনীয়েকৰ গালি-শপনি ককায়েকৰ গাত নালাগে। সেয়া মাকৰ গাখীৰত তিওঁৱা গালি।

□